# এয়েতো জীৱন

(প্ৰথম খণ্ড)

হিতেশ ডেকা

চন্দ্ৰ প্ৰকাশ
পানবজাৰ ঃ গুৱাহাটী- ১

**AYETO JIWAN** (1st Part) : An Assamese Novel written by Hitesh Deka and Published by Shri Rajendra Mohan Sarma, Chandra Prakash, Panbazar, Guwahati- 1.
Ph. No. -2511946 Price:- Rs. 80.00 only

---

**প্ৰকাশক :**

শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পানবজাৰ, গুৱাহাটী- ১
দূৰভাষ : ২৫১১৯৪৬

**নৱম সংস্কৰণ :** অক্টোবৰ, ১৯৯৮ চন
**দশম সংস্কৰণ :** মাৰ্চ, ২০০৫ চন

**বেটুপাত :** কিৰণ শংকৰ ৰয়

**মূল্য :** ৮০.০০ টকা

**ডি.টি.পি. কম্পোজ :** বি জি ডি টি পি হাউচ
জি. এচ. ৰোড, গুৱাহাটী- ৫

**ছপা :** হ'ৰাইজন প্ৰিণ্টাৰ্চ
১৪৮৮ পাটাউডি হাউচ, দৰিয়াগঞ্জ
নতুন দিল্লী : ১১০০০২

এযোতা জীৱন বন্ধু, এযোতা জীৱন

আছে যাত

সুখ দুখ, হাঁহি অশ্ৰু, বিৰহ মিলন

স্বৰ্গৰ কথা নহয় এই মাটিৰ পৃথিৱীৰ কথা

পৃথিৱীৰো শ্ৰেষ্ঠ নগৰীৰ কথা নহয় ক্ষুদ্ৰ গাঁও এখনৰ কথা

দেৱতাৰ কথা নহয় কথা মানুহৰ।

ডাঙৰ মানুহ, সন্মানিত অসাধাৰণ মানুহৰ কথা নহয়

সামান্য মানুহ, অসাধাৰণ গাঁৱলীয়া মানুহৰ কথা।

সাধাৰণ গাঁৱলীয়া জীৱনৰ সুখ দুখ

হাঁহি কান্দোনাৰে লৈ ৰচিত হ'ল এই কাহিনী

এই উপন্যাস

অসম দেশৰ, অসমীয়া সমাজৰ

বিশেষকৈ

গাঁৱলীয়া সমাজৰ এখন চিত্ৰ এই "এযোতা জীৱন",

কিন্তু সিয়ে হয়তো

স্পৰ্শ কৰিব পাৰে

বিশ্ব মানৱৰ চৰিত্ৰ।



শ্ৰী হিতেশ ডেকা।

# এয়েতো জীৱন

(প্ৰথম খণ্ড)

( সুখ দুখ )

পাঠক সমাজৰ মৰমৰ বাবে ৮ ম সংস্কৰণ অতি কম দিনৰ ভিতৰতে শেষ হৈ যোৱাত ৯ ম সংস্কৰণ ছপাবলৈ চন্দ্ৰ প্ৰকাশে মন মেলাত মোৰ মনত নতুন উৎসাহ আহিল। বাইজৰ পদধূলি শিৰত লৈ পুন মুদ্ৰণত অনুমতি দিলো। চন্দ্ৰ প্ৰকাশৰ স্বত্বাধিকাৰী মৰমৰ শ্ৰীমান ৰাজেন্দ্ৰ মোহন শৰ্মাক ইয়াৰ বাবে শলাগ যাচিলো। তেওঁৰ তৎপৰতাত কিতাপখান মনোগ্ৰাহী হলে সুখী হম। কাগজ আৰু প্ৰিণ্টিঙৰ বিভ্ৰাটৰ বাবে অতি কেইবামাহৰ পৰা কিতাপখনৰ তিনি খণ্ড একে লগে প্ৰকাশ নোপোৱাত পাঠক সমাজৰ অধ্যয়নত বাৰুকৈয়ে বাধা প্ৰাপ্ত হৈছিল, এইবাৰ সেই বাধা নাইকিয়া হ'ব বুলি মোৰ ধাৰণা। আশা কৰো সহৃদয় পাঠক সমাজে এইবাৰো আমাক আশীৰ্বাদ কৰিব। ইতি

শ্ৰী হিতেশ ডেকা
২৫/৯/৯৮

## এক

সংসাৰত পুৰুষক দুটা বস্তুৱে বৰ জুলুম কৰে — এটা হ'ল টকা আৰু আনটো তিৰোতা। টকা আৰু তিৰোতা। দুয়োৰো আকৰ্ষণ দুৰ্নিবাৰ। যোগী সন্যাসীৰ কথা অন্য ৰকমৰ, সাধাৰণ সংসাৰী মানুহক এই দুটাই বৰ হাৰাশাস্তি কৰি মাৰে। এই দুটা নহ'লেও নহয়— সংসাৰ কৰিব নোৱাৰি, আৰু পাব লাগিলেও নাথাকে কষ্টৰ সীমা। বৰ্ণমালাৰ বৰ্ণবোৰৰ দৰে নিশিকিলেও লেখা-পঢ়া কৰিব নোৱাৰি আৰু শিকিব লাগিলেও হয় মহাকষ্ট। সৰুকালতে বৰ্ণমালা শিকোঁতে ফলিত পেঞ্চিলৰ আঁকবোৰ কোনফালে কেনে ৰকমে গৈছিল তাক মনত কৰিলেই এই কথাৰ সত্যতা সকলোৱে উপলব্ধি কৰিব পাৰিব। ব্যঞ্জন বৰ্ণৰ মূৰ্দ্ধণ্য ট বৰ্গৰ পিচতহে দন্ত্য ত বৰ্গ। ঠিক তেনেদৰে সংসাৰতো টকাৰ পিচতহে তিৰোতা। সেয়েহে বোধহয় পণ্ডিতসকলে ভাবি চিন্তি টকাত মূৰ্দ্ধণ্য ট আৰু তিৰোতাত দন্ত্য ত লিখিলে। বাস্তৱতে কথাষাৰ সঁচা, কিয়নো আগেয়ে টকা আৰ্জ্জি লৈহে পিচত বিয়া বাৰু কৰাই তিৰোতা আনিব পাৰি। ব্যাকৰণৰ ব্যঞ্জনবৰ্ণৰ ট-বৰ্গ আৰু ত-বৰ্গৰ দৰে টকা আৰু তিৰোতা দুয়ো আপদীয়া। টকা আৰু তিৰোতাই কিমান জুলুম কৰে তাক পুৰুষ মাত্ৰেই জানে। তথাপি তাৰপৰা পুৰুষৰ নিস্তাৰ নাই। পুৰুষৰ জীৱনৰ অধিকাংশ চিন্তা এই দুটাই আগুৰি থাকে। কিন্তু ইয়ে আমাৰ জীৱন, ইয়াকে কেন্দ্ৰ কৰিয়ে আমাৰ জীৱন চলি আছে। টকা আৰু তিৰোতাক কেন্দ্ৰ কৰিয়ে জগতৰ সাধাৰণ মানুহৰ জীৱন চলি আছে। ইয়াকে কেন্দ্ৰ কৰি ঘূৰি আছে ৰজা-মহাৰজাৰ জীৱন, শিক্ষত-অশিক্ষিতৰ জীৱন, ধনী-দুখীয়াৰ জীৱন, নেতা, অভিনেতা, কবি-সাহিত্যিক, পণ্ডিত, মূৰ্খ সকলোকে কম বেছি পৰিমাণে প্ৰভাৱান্বিত কৰিছে এই বস্তু দুটাই। তাৰপৰা কোনেও হাত সাৰিব পৰা নাই। হাত সাৰিব নোৱাৰে মহাজনে, হাত সাৰিব নোৱাৰে চহা খেতিয়কে। হাত সাৰিব পৰা নাই শাসকে হাত সাৰিব পৰা নাই শাসিতই। মাষ্টৰ, প্ৰফেচাৰ, হাকিম, উকিল, কেৰাণী, পিয়ন, চাপ্ৰাছি, দাৰোগা, পুলিচ, চোৰ সকলোৱে পৰিছে সেই একেই গাঁতিতে। পাইলট, ড্ৰাইভাৰ, গাৰোৱানলৈকে কোনেও এই মেৰপেচৰপৰা ৰক্ষা পোৱা নাই। অথচ ইয়াকে লৈয়ে আমাৰ সুখ-দুখ, হাঁহি-অশ্ৰু, বিৰহ-মিলন, আনন্দ-বেদনাৰ ঢল বাগৰিয়ে আছে। এয়েতো আমাৰ জীৱন বৃত্তৰ কেন্দ্ৰবিন্দু। সেই একে বৃত্তৰ কেন্দ্ৰবিন্দুৰ চাকনৈয়াত পৰিয়ে বলোৱামৰো জীৱন ঘূৰিব ধৰিছে।

## এয়েতো জীৱন

বলোৰাম গৰোবান। গৰু গাড়ীৰ গাৰোবান সি। কুৰি-শতিকাৰ যান্ত্ৰিক যুগতো সি চলায় গৰুৰ গাড়ী। বোধহয় গৰুবোৰৰ গাড়ী টনা ভাগ্যলিপি বিধাতাই মচি দিবলৈ আৰু কেইশতাব্দীমান পলম আছে; আৰু গৰোবানবোৰৰো বোধহয় চিত্ৰগুপ্তই খাতাৰ পৰা নাম কাটি দিয়া নাই। সেয়েহে বলোৰামেও গাড়ী চলাই থাকিব লগা হৈছে।

জীৱনৰ মধুৰ তিক্ত অভিজ্ঞতাৰে সি অতিবাহিত কৰিছে জীৱনৰ পঁচিশটা বসন্ত। তাৰো কল্পনা আছে — জীৱনৰ মধুৰ কল্পনা। যৌৱনৰ ৰঙীন সপোন। সংসাৰ কৰাৰ মধুৰ স্বপ্ন। সি সপোন দেখে। সপোন দেখে এখন সুখৰ সংসাৰৰ, সপোন দেখে এখনি জয়-জয় ময়-ময় গৃহস্থীৰ। সৰুতে মাক-পিতাক মৰা এখন নিৰ্জন গৃহস্থীৰ পৰিবৰ্তে সি কল্পনা কৰে হাই-উৰুমিৰে পূৰ্ণ এখনি ঘৰ। এৰা, তাক ঘৰ লাগে। ল'ৰা-ছোৱালীৰে পৰিপূৰ্ণ কোলাহল মুখৰিত এখনি ঘৰ তাক লাগে। তাৰ মানসপটত ভাহি উঠে এজনী লখিমী ঘৈণী, যাৰ লখিমী হাতৰ মধুৰ পৰশত তাৰ বিশৃঙ্খল ঘৰ-বাৰী ঠন ধৰি উঠিব। তাৰ অনাদৃত জীৱনত আদৰৰ পৰশ লাগিব। এনে এখনি ঘৰ কল্পনা কৰিয়ে সি দিন কটাব ধৰিছে। তাৰ বাবেই সি দিন-ৰাতিৰ ছেদ-ভেদ নোহোৱাকৈ ভাগৰুদুখ কাতি কৰি থৈ অবিৰাম পৰিশ্ৰম কৰিব ধৰিছে। ধন ঘটিবৰ চেষ্টা কৰিছে। কাৰণ আগেয়ে টকা উপাৰ্জন, পিচতহে তিৰোতা আনয়ন। সেইবাবেই সি মহাজনৰ দোকানৰ মালবোৰ কঢ়িয়ায় গাড়ীৰে। ৰাতিও সি গাড়ী চলায়, মাল-কঢ়িয়ায়। তাৰবাবে তাৰ আমনি নালাগে। মানুহৰ মনোজগতত যেতিয়া কিবা এটা প্ৰবল চিন্তাই ভুমুকি মাৰে তেতিয়া আবেগৰ প্ৰবল তাড়নাত ইচ্ছাশক্তি অতি ক্ষিপ্ৰ হয় আৰু বেজাৰ আমনি অনুভৱ স্নায়ুমণ্ডলী উত্তেজিত হৈ থাকে, ফলত আমনি, ক্লান্তি অনুভৱ কৰা নাযায়। বলোৰামৰো তেনেই হৈছে। ওৰে দিন পৰিশ্ৰম কৰিও সি ক্লান্তি অনুভৱ নকৰে— আমনি অনুভৱ নকৰে। সি গাড়ী চলাব— ধন ঘটিব আৰু সেই ধন ভাঙি বিয়া কৰাই আনিব উমাক — তাৰ মৰমৰ উমাক। উমা হ'ব তাৰ ঘৰৰ লখিমী গৃহিণী। মা-মৰীয়া উমাজনীয়ে আৰু মাহীমাকৰ কেট্ কেট্‌নি সহিব নালাগিব। তাৰ ঘৰৰ হ'ব উমা গৃহিণী-গৃহকৰ্ত্ৰী। উমাক সি ভাল পায়। তাত তাৰ কোনো লুকঢাক নাই— কোনো দুৰ্বলতাও নাই। উমায়োযে তাক ভাল পায়, তাৰো প্ৰমাণ সি জানে আৰু তাত ভিন্ন যে অইনলৈ মন নকৰে তাৰো প্ৰমাণ সি কহুত পাইছে। সি উমাক বিয়া কৰাব। সেইবাবে প্ৰথমে তাক লাগে ধন। এৰা, প্ৰথমে টকা; পিছতহে তিৰোতা। তাৰ কাৰণে সি কঠোৰ শ্ৰম কৰিবই লাগিব।

আজি ৰাতি মহাজনৰ দোকানৰ মাল কঢ়িয়াই পুৱাৰাতিহে আহি ঘৰ পাইছে। ওৰেৰাতি টোপনি নাই। তথাপি সি কষ্ট অনুভৱ কৰা নাই। বেজাৰ নাই, বিৰক্তি নাই।

গাড়ীখন নঙলা মুখত থৈ গৰুহাল খেদি লৈ আহিছে নদী-ঘাটলৈ গা-ধুৱাবৰ বাবে। আগেয়ে তাৰ গৰু-হালৰ যত্ন, তাৰ পিচতহে নিজৰ আৰামৰ কথা সি ভাবে। এই গৰুহালেই তাৰ উপাৰ্জনৰ মূল। এইহাল বলদ তাৰ বুকুৰ জীউ যেন। সেইদেখি প্ৰথমে সি সিহঁতৰ সুখ-সুবিধা কৰি দানাপানী দিহে পিছত নিজৰ কথা ভাবে। বেচেৰাহঁতে ওৰেৰাতি গাড়ী টানিছে। বৰ দুখ পাইছে। সি গৰুহালৰ গাত হাত ফুৰাই দি মৰম কৰি নদীৰ পাৰলৈ খেদি আনিছে। গা-ধুৱাই নি দানা পানী দি সিঁহতক সন্তুষ্ট কৰাৰ পিচতহে সি নিজৰ খোৱা-লোৱা আৰামৰ ব্যৱস্থা কৰিব।

তেতিয়া ৰাতি পুৱাও পুৱাও হৈছে। পূবে ঢলফাট দিছে। বাদুলিবোৰ উৰি উৰি খোৰঙৰ বাহলৈ গতি কৰিছে। পুৱতি চৰায়ে সুধাকণ্ঠৰ প্ৰভাতী সঙ্গীত জুৰিছে। মৌ-মাখিৰ গুণ্ গুণ্ শব্দ হৈ চাৰিওফালে এটা মধুৰ গুঞ্জনৰ ধ্বনি বিয়পি পৰিছে। শীতলী মলয়া বা ছাটিয়ে দেহ-মন জুৰ পেলাই গ'ল। সি লাহে লাহে গৰুহাল খেদি নিলে নদীৰ ঘাটলৈ।

পাহাৰৰ কাষেৰে বৈ গৈছে নৈখন পূবৰ পৰা পশ্চিমলৈ। শিলত ঠেকা খাই পানীৰ শব্দ উঠিছে কল-কল, খল-খল, চিৰ-চিৰ, চিৰাৎ-চিৰাৎ। শিলৰ ওপৰেদি বৈ গৈছে ধৱল সলীলৰাশি উদ্দাম গতিৰে। খৰস্ৰোতা নৈ। বগা বগা পানী, বগা বগা ফেন। জাঁজি উঠে দুডাল-এডাল। শিলৰ খৰঙত সোমাই পৰে ধাৰৰ কোবত। খলা-বমা উঠা-নমা ঢৌ। পাথৰৰ পাকে পাকে পানীৰ পাক। ধাৰৰ গতিত উঠে তীব্ৰ তৰঙ্গ। পাৰত থিয় হৈ চাই থাকিবৰে মন যায় শিল আৰু সলীলৰ সৌন্দৰ্য্য, ধাৰ আৰু ঢৌৰ অপৰূপ খেলা।

উত্তৰফালে সমুখত থিয় হৈ পাহাৰখনে গাভৰু ছোৱালীৰ অভিভাৱক পিতাকৰ দৰে নৈখনৰ গতি যেন নিয়ন্ত্ৰণ কৰিছে। জীয়েক স্বৰূপা নদীয়ে কৰিছে পৰ্বতৰ পাদ প্ৰক্ষালন। পাহাৰ পিতাৰ গাত গছ-বিৰিখৰ সেউজীয়া সাজ। লাহতী জীয়েকৰ ভক্তিভৰা সেৱা যেন আদৰেৰে গ্ৰহণ কৰিছে দীঘল ওখ পৰ্বতমালাই। শ্যামল পৰ্ব্বতৰ কাণে কাণে ~~ধৱল~~ সলীলৰাশি বৈ যায় উদ্দাম গতিৰে কোনোবা। উদ্দেশ্যে সাগৰ সঙ্গমলৈ, এৰা সাগৰ সঙ্গম। কোনোবা শুভক্ষণত নদীয়ে লভিব সাগৰসঙ্গম। এয়েতো জীৱন নদীৰ জীৱন। প্ৰিয়ক উদ্দেশি চলে তটিনীৰ অবিশ্ৰান্ত স্ৰোত।

দক্ষিণত সৰু গাঁওখনি নিচেই কাষতে। গছে, বাঁহে ভৰপুৰ, অসমৰ গাঁও। সেমেকা জলবায়ুত উদ্ভিদৰ অপৰূপ শ্ৰী। মনচুন বায়ুৰ মনোহৰ পৰশত অসমৰ মন মনোৰম; মাটি শস্যময়। নাৰিকল তামোল, পাণে ভৰপুৰ গাঁওখনি। সেউজী অসমীৰ সেউজীয়া পাহাৰৰ গাতে যেন লাগি আছে সুন্দৰী সেউজীয়া গাঁওখনি। মাজেৰে গৈছে ৰাস্তাটো

পাহাৰৰ পাদদেশত অৱস্থিত শিলৰ ‘কুৱেৰী’লৈ। পাহাৰৰ নামনিত শিলৰ কুৱেৰী– শিলভঙা কাৰখানা। শিল-ভঙা শব্দ হয় ঠাং, ঠুং টিং টাং হুতুৰ হুতুৰ। মাজে মাজে ‘ডিনামাইট’ ফুটে—গুৰুম্ গুৰুম্। পাহাৰৰ শিল ভাঙে; লগতে শান্তি ভঙ্গ কৰে গাঁওবাসী ৰাইজৰ; পৰ্বতবাসী বন্যজন্তুৰ। ৰাস্তাৰে দিনে ‘লৰী’ চলে। শিল কঢ়িয়ায়। ৰাস্তাৰ দুয়োপাৰে বস্তিবোৰ। ধুনীয়া ঘৰবোৰ। ঘৰৰ আগফালে নাৰিকল গছ। পিচফালে বাৰীত তামোল পাণ। এখনি আদৰ্শ গাঁও যেন অনুমান হয়।

গাঁৱৰ জীয়াৰী-বোৱাৰী যায় পানী আনিবৰ বাবে নদী ঘাটলৈ। পাহাৰৰ কাষৰ নদীঘাটলৈ। জাকে জাকে ওলায় ঘৰৰে শুৱনি জীয়াৰী-বোৱাৰী নদীঘাটলৈ পানী আনিবলৈ; ব্ৰজবাসী বধু যায় যেন যমুনা তটিনী।

ক াষত কলহ লৈ হাঁহি খিকিন্দালি কৰি যায় গাভৰু ছোৱালীৰ জাক; পিচে পিচে ফিচিঙা ফিচিঙি মেল পাতি যায় বোৱাৰীৰ দল। জীয়াৰীৰ মূৰত লাহতী খোপা, বোৱাৰীৰ মূৰত শুৱনি ওৰণি। নানা গল্প, নানা কথা চলে; ঠাট্টা মস্কৰা চলে অবাধ গতিৰে। মাজে মাজে ঘপহকৈ হয়তো বন্ধ হয় আধাকোৱা কথা —ওচৰতে কলহত পানী বুৰাই থকা দেখা পায় কোনো এজনী বুঢ়ীক। জীয়াৰী-বোৱাৰীৰ উন্মুক্ত মিলনৰ ক্ষণত আদহীয়া তিৰোতা নাইবা বুঢ়ীৰ উপস্থিতি একেবাৰে অস্বস্তিকৰ, অমাৰ্জনীয় অপৰাধ; একেবাৰে বিসদৃশ, যেন তিৰোতা মানুহে ‘শুনা, শুনা প্ৰিয়তমে মোৰ কথা’ বুলি গলফালি গোৱা গানৰ দৰে।

নিতৌ পুৱা গধূলি দলে দলে আহে জীয়াৰী বোৱাৰী পানী নিবলৈ নদীৰ ঘাটলৈ। গাধোৱা, পানী নিয়া, কাপোৰ ধোৱা, যাবতীয় কাম চলে এই নৈখনৰ বুকুত। নৈখন যেন জিৰণি, শান্তি আৰু মিলনৰ স্থান।

প্ৰতিদিনে এই দলৰ লগতে যায় পানী আনিবলৈ উমা। ৰাতিপুৱা কিন্তু কেতিয়াবা তাই অকলে যাবলগা হয়, কাৰণ তাই দোকমোকালিতে উঠি ঘৰৰ বাঁহি-বন কৰি পিতাকৰ বাবে ৰাতিপুৱাৰ জলপান সজাই পথাৰলৈ পঠাই দিব লাগে, নহ'লে মাহীমাকৰ সেই গালি পাব লগা হয়। তাৰ কাৰণেই দোকমোকালিতে উঠি কাম শেষ কৰি ঢলপুৱাতে গা ধুব লগা হয়। গা ধুবলৈ আহোতে লগতে পানীৰ কলহটোও লৈ আহে। তেতিয়া হয়তো তাইৰ সঙ্গিনীহঁতে বিছনাতে উষা হৈ অনিৰুদ্ধৰ সপোনজালতে মচগুল হৈ থাকে। উমাৰ কিন্তু উষাৰ সপোনত অনিৰুদ্ধক আঁকোৱালি ধৰাৰ ভাগ্য নাই বৰং পুৰাণ বৰ্ণিত গিৰিৰাজ কন্যা উমাৰ মহাদেৱক কৰা কঠোৰ তপস্যাৰ দৰে কঠোৰতাহে আছে। মাহীমাকৰ নিষ্ঠুৰ নিস্পেষনৰ হাত সাৰিবৰ বাবে তাইৰ এই প্ৰাতঃ উত্থান আৰু প্ৰাতঃস্নান। তাই যেতিয়া পানী লৈ গৈ ঘৰ পায় তেতিয়াও মাহীমাক মহাৰাণীৰ

ঢাৰিপাটী এৰিবৰ নহয়। এই ৰাতিপুৱাৰে পৰা ৰাতি এঘাৰ বজালৈ তাইৰ কামৰ অন্ত নাই। কিন্তু এই অবিৰাম শ্ৰম আৰু লানি নিছিগা কামৰ পুৰস্কাৰ স্বৰূপে পায় মাহীমাকৰ শ্ৰীমুখৰ পৰা নিসৃত কেই আষাৰমান অশ্ৰাব্য গালি আৰু শ্ৰীহস্ত হইতে লভে এটি দুটি কিল, ভুকু, চাপৰ আৰু চৰ। এনেভাৱে, এই দৈনন্দিন কৰ্ম আৰু ফলভোগ কৰিয়ে তাই অতিক্ৰম কৰিছে তাইৰ জীৱনৰ ওঠৰটা বসন্ত আৰু ওঠৰটা শীত।

আজি তাইৰ দুৰ্ভাগ্য। আজি উঠোতে পলম হ'ল। মাহীমাক উঠিবৰে হয় এথোন। খৰধৰ কৈ ঘৰ-চোতাল সাৰি-মচি পানীৰ কলহটি কাষত লৈ বেগাবেগীকৈ খোজ লৈছে নদীৰ ঘাটলৈ। নদীৰ ঘাট পাই দেখে যে পুবফালে হেঙুলীয়া বৰণ ধৰি আকাশ ৰঙচুৱা হৈ আহিছে। এতিয়াই তগ্ বগ্ কৰে ৰঙাবেলি উঠি আহিব। তাই পুব আকাশৰ ফালে চাই খৰধৰ কৰি কানি-কাপোৰবোৰ সলাই পাৰত থলে আৰু গা-ধুবৰ বাবে নদীত নামিল।

তেতিয়া ৰঙা সূৰুযটো তলবলীয়া ৰঙা হৈ ধীৰে ধীৰে পুবপিনে ভুমুকি মাৰিছে। নৱ কিশলয়ত নৱ-সূৰুযৰ নবীন কিৰণে নবীন মাধুৰী খেলি হেঙুলী বৰণেৰে সাৰটি ধৰিছে সুবিশাল বৃক্ষ। শৈলশিখৰত এচেৰেঙা ৰঙাৰ'দ পৰি, জিলমিলাই তুলিছে সুউচ্চ শৃঙ্গ। তটিনীৰ নিৰ্মল শীতল জলত সবিতা যেন স্নানমগ্ন নৱবধূ ঝিৰবিৰ ৰবিৰ কিৰণ। স্ৰোতস্বিনী তটিনীৰ দুই পাৰৰ ঘাঁহনিত নিয়ৰৰ টোপাল মুকুতাৰ দৰে জ্বলিছে ৰঙা সূৰুযৰ ৰঙা ৰশ্মি পৰি। কি মনোমোহা দৃশ্য। বিশ্ব প্ৰকৃতিৰ এই অপূৰ্ব সৌন্দৰ্যৰ তুলনাত মানুহৰ সৌন্দৰ্যচৰ্চা কিমান হেয় কিমান তুচ্ছ ভাবিলে লাজ লাগে। প্ৰভাতী সূৰুযৰ মোহিনী ৰূপ দেখিলে কলা কুশলা সৌন্দৰ্যাৱতী ৰমণীৰ ৰূপচৰ্চা আৰু প্ৰসাধন বিলাস ইমান নগণ্য আৰু হাস্যাস্পদ অনুভৱ হয় যে নাৰীৰ এই সাধনা, এই চেষ্টা একেবাৰে নিষ্ফল-- জোনৰ আগত বন্তিৰ পোহৰৰ দৰে। অসীমৰূপত যাৰ মন নিমজ্জিত হৈছে তাৰ মন নাৰীৰ ক্ষুদ্ৰ সীমিত ৰূপে মুগ্ধ কৰি ৰাখিব নোৱাৰে। সেয়েহে কবি মুগ্ধ; যোগী,ঋষি বিমুগ্ধ বিশ্বসৌন্দৰ্যত, প্ৰকৃতিৰ বিনন্দীয়া ৰূপত।

উমাৰ চকু পৰিল এই সৌন্দৰ্য্যত। মুগ্ধনেত্ৰে চাই ৰ'ল এই বিশ্ব বিমোহিনী ৰূপ। প্ৰকৃতিৰ ৰূপ চাই থাকোঁতে পাহৰি গ'ল নিজৰ ৰূপ; লগতে কৰ্ত্তব্য। কিছুপৰ পিচত যেন তন্দ্ৰা ভাঙিল; প্ৰকৃতিয়ে যেন সম্মোহিনী মায়া পৰিত্যাগ কৰিলে। হঠাতে এচপৰা মেঘ উঠি আহিল। সূৰুযৰ ৰশ্মি ম্লান হৈ আহিল। তাইৰ চেতনা আহিল। এবাৰ নিজৰফালে চাই চমকি উঠিল—তাই এক'বস্ত্ৰা অৱস্থাত এবুকু পানীত। খৰধৰ কৈ ডুব মাৰি গাটো ধুই তাই পাৰত উঠিল। গা ধুই উঠি নদীৰ পাৰত পানীৰ যুবলিত থিয় হৈ পাৰত থকা মেখেলাখন সলাবৰ বাবে হাতত লৈছেহে এনেতে চকুত পৰিল

## এয়েতো জীৱন

নদীৰ ডাঁজৰ শিলচটাৰ সিপাৰত গৰুক গা ধুৱাই থকা বলোৰামক। সি তাৰ গাড়ীৰ বলদহালক পানীত নমাই লৈ জাবৰেৰে গা ঘঁহি দিব ধৰিছে আৰু কেৰাহিকৈ তাইৰ ফালে চাই আছে। তাই সচকিত হৈ উঠিল। তাইৰ লাজ লাগিল নিজৰ অৱস্থাটো দেখি। পাটৰ মেখেলাখন পানীত তিতি গাত লিপিত খাই ধৰিছে। পাতল, বগা, মিহি মেখেলাখনৰ ভিতৰেদি তাইৰ বগা লাৱণি দেহটিৰ সম্পূর্ণ ৰং বিকিৰিত হৈছে। ৰ'দৰ ৰশ্মিত পূর্ণ অৱয়বটো যেন প্রকাশিত হৈ পৰিছে। ভৰিৰ পৰা বুকুলৈকে এবাৰ নিৰীক্ষণ কৰি তাইৰ নিজৰে লাজ লাগিল। তৎতাতৈয়াকৈ তাই মেখেলাখন সলাই পেলালে। ৰিহাখন গাত মেৰিয়াই লৈ পাৰত উঠিল। পানীৰ কলহ দুটি ঠাক কৰি লৈ বাওফালে ককালত ললে আৰু সোঁহাতেৰে তিতা মেখেলাখন লৈ ঘৰলৈ বেগাই খোজ ললে।

ডাঁজটি এৰি শিলচটাৰ কাষ পোৱামাত্রে দেখিলে যে বলোৰামে বলদহালক ধুৱাই আনি বাটতে সাঙুৰিব ধৰিছে। উমা থিয় দি ৰবৰ বাধ্য হ'ল। বলদহালক আঁতৰ কৰিবলৈ বলোৰামক কবৰ বাবে আজি যেন তাইৰ লাজ লাগিল। কিন্তু নামাতিলেও নহয়, কাৰণ বলোৰামে তেতিয়া পিচমুখ দি গৰুহাল সাঙুৰিব ধৰিছে।

ইফালে পলম কৰিলে মাকে বকিব। তাৰ উপৰি এনে অৱস্থাত দুয়োকো অকলে এনেভাৱে থকা দেখিলে পানী নিবলৈ অহা বাঘিনীজাকে তাইক আজি সদাই নেৰিব। গতিকে উপায়ান্তৰ নাপাই তাই তাক মাতিবল বাধ্য হ'ল।

"গৰুহাল অলপ আঁতৰ কৰি দে ককাই, মই পাৰ হৈ যাওঁ।" পিচফালে ঘূৰি উমাক চাই দেখি বলোৰামে মিচিককৈ হাঁহি মাৰি ক'লে -"উমা নেকি অ'? মই কোনোবা বুলিহে ভাবিছিলো দে। বাৰু ৰহ, মই গৰুহাল আঁতৰাই দিওঁ।" সি গৰুহালক হাকুলিমাৰি আঁতৰায় - "হৈ ৰঙা ঘূৰ।" গৰুহাল আঁতৰি যায়। উমাই পাৰ হৈ আহে। বলোৰামে পিচফালে মাত লগায় "তইনো ইমান পুৱাতে কিয় নদীলৈ আহ উমা? তোৰ জানো ৰাতি টোপনি নাহে?"

কলহ দুটাৰ হেচাত বেঁকা হৈ থকা ককালখন ঘূৰাই লৈ বাহিৰলৈ ওলাই অহা অবাধ্য বুকুখনিক আঁচলেৰে টানকৈ চেপি ঢাকি লৈ তাই পিচমুখ দি হাঁহি মাৰি উত্তৰ দিলে—

"মই আহো মাহীআইৰ ভয়ত, তই আহ কিহৰ ভয়ত এই দোকমোকালিতে?"

"ময়ো আহো মহাজনৰ যহত।" সি উত্তৰ দিয়ে হাঁহি মাৰি।

"আজিনো ক'ৰ পৰা আহিলি?"

"টাউনৰ পৰা আহিলো। আজি ওৰেৰাতি গাড়ী চলাইছো। এইমাত্র আহি গৰুহালক ধুৱাব আহিছো। আজি বৰ কষ্ট খালো।"

"ৰাতিনো কি বস্তু আনিলি?"

"বেলেক মাৰ্কেটৰ টিনপাত। দিনত আনিবলৈ মহাজনে বন্ধ কৰি দিছে। ৰাতিহে আনিব লাগে।"

"অ' চুৰিমাল? মহাজন জেঠাও কম নহয়, এনেকৈ চুৰ কৰা মাল আনি ধনী হব ধৰিছে।" "চুৰ কৰিলেও তোৰে জেঠায়েৰা। বেয়া পালে কি হব?"

"জেঠা নালাগে পিতা হলেও বেয়া পাম বেয়া কাম কৰিলে।"

"চুৰ নকৰিলে যে ধনী হব নোৱাৰে। আজিয়ে যিমান 'গাঠ' টিন আনিছো। আজিয়ে অন্ততঃ পাঁচশ টকা লাভ কৰিব।"

জেঠায়েকে ব্লেক মাৰ্কেটত টিনপাত অনা কথাত উমাৰ পেটে পেটে খং উঠিল। কথাৰ জ্বালাত তাই মাহীমাকৰ গালিৰ কথা পাহৰি গ'ল। থিয় হৈ বলোৰামৰ ফালে চাই সুধিলে— "তোক কি দিব?"

"মোক আৰু কি দিব? গাড়ীৰ ভাৰাখিনি দিব।"

"তই আৰু নানিবি। এইবোৰ বেয়া কাম।"

"মই নানিলে অন্য গাৰোৱানে আনিব। গাৰোৱানৰ আকাল নাই।"

"অইনে কৰিলেও তই এই অন্যায় কামবোৰ নকৰিবি।"

তাই কথাখিনি কৈ যাবলৈ বুলি খোজ লয়। এনেতে বলোৰামে এহাতে গৰুৰ ৰাচ্ ডাল ধৰি আনহাতখন দাঙি উমাক ৰবলৈ কয় লাহেকৈ— "অলপ ৰচোন উমা।"

"কিয়?" তাই পিচমুখ দি ৰৈ যায়। সি অলপ আগুৱাই আহি তাইৰ ওচৰ চাপি সৰু সৰুকৈ সোধে—

"পৰহি মহাজনৰ ড্ৰাইভাৰ কিয় গৈছিল তহঁতৰ ঘৰলৈ?"

বলোৰামৰ মনৰ দুৰ্বলতা ধৰিব পাৰি তাই তাৰ ৰং চাবৰ বাবে ক'লে—"ছোৱালী ধৰিবলৈ। মোক চাবলৈ গৈছিল।"

সি মুখখন বিকটাই কয়—"ধেৎ পাগলী, মোক ঠাট্টা কৰিছ। কচোন বাৰু কি কথা হ'ল?"

"কথা আৰু কি হ'ব, জেঠাই তাক বিয়া কৰাই দিয়া বন্দবস্ত। সেইবাবে সি ছোৱালী চাই ফুৰিছে।"

"ছোৱালী চাবলৈনো তহঁতৰ ঘৰলৈহে যাব লগা হ'ল নে?"

তাৰ মনৰ ভাব বুজি উমাই আমোদ পালে। ড্ৰাইভাৰ তাইহঁতৰ ঘৰলৈ যোৱা বলোৰামে সহ্য কৰিব নোৱাৰে। তাই পেটে পেটে ৰঙো পালে আৰু তাইৰ হাঁহিও উঠিল। সেইদেখি কাৰ কৰি কলে—"মাহী আয়ে মাতি পঠাইছিল।"

"এই বাঘিনীজনীয়েতো খালে। পিচত?"

"পিচত আৰু কি হ'ব; মোক চাই গৈছে।"

"সি কি কলে?"

"পচন্দ হৈছে বোলে? জেঠাৰ আগত কব।"

বলোৰামৰ খং উঠিল। কপালৰ শিৰকেইডাল কোঁচ খালে। সি সুধিলে– "তই বাৰু কি কৈছ?"

"মইনো কি কব লাগে? ছোৱালী হৈ জন্মিছো যেতিয়া কাৰোবাৰ ঘৰলৈতো যাবই লাগিব।"

"ধেৎ পোৰামুখী, সঁচা কথা যদি এবাৰ কয় কেতিয়াবা! কচোন সঁচা কথা।"

"তোৰ আগতনো মই কিয় সঁচা কথা কব লাগে? মই তোৰ তিৰোতা নেকি?" তাক অৱজ্ঞা কৰা সুৰত কয় আৰু তালৈ লক্ষ্য কৰে।

সি ভেকাহি মাৰি কয় খং কৰি–"মোৰ তিৰোতা হব নালাগে; ড্ৰাইভাৰৰে ঘৈণী হগৈ।"

'এঁৰা, হয়তো। ড্ৰাইভাৰৰে হওঁ বা গাড়োবানৰে হওঁ কাৰোবাৰ ঘৈণীতো হবই লাগিব।"

"গতিকে ড্ৰাইভাৰ চাহেবৰ বিবি হব এৰি গাৰোৱানৰ তিৰি হবি নে!

"গাখীৰ মিঠৈ পালে কোনেও কলাখাৰ নাখায়।" তাই তাক এনেকৈ ৰগৰ কৰি কৈ আগবাঢ়ি যায়। বলোৰামে খঙতে আলিৰ দাঁতিলৈ নামি যোৱা গৰুটোক ডাবি মাৰি এটা কোব সোধায়--"হৈ ৰঙা ঘূৰ।" বলোৰামৰ মনৰ অৱস্থা ভাবি উমাই পেটে পেটে হাঁহে। অনাহকত কিয় গৰুটোক কোবালে তাক বুজিলে। তাইৰ ওপৰত উঠা খং গৰুৰ ওপৰত জাৰিলে। ইয়াকে কয় বোলে কেৰ্কেটুৱাই তামোল কুটে, নেউলক বান্ধি কিলায়। কাৰোবাৰ বিকাৰ কাৰোবাৰ ওপৰত জাৰে। তাই মনে মনে ফিচ্ ফিচ্‌কৈ হাঁহিব ধৰিলে।

অলপপৰ পিচতে বলোৰামে হন্ হন্‌কৈ খেদি আনিলে গৰুহাল। উমাৰ ওচৰ পাই হাকুলি মাৰে "হৈ যা।" গৰুহাল বেগাই গৈ উমাক পাৰ হৈ যায়। মুখখন গোমোঠা কৰি পিচে পিচে যায় বলোৰাম। সি তাইৰ কাষেৰে পাৰ হ'ল কিন্তু তাইৰ ফালে নাচালেই। তাৰ কাণ্ড দেখি উমাৰ আৰু হাঁহি উঠিল। তাইৰ হাঁহিত তাৰ খং দুগুণে চৰিল। সি গৰুহালক গালি পাৰি খেদি নিব ধৰিলে। তাকে দেখি উমাই অলপ বেগাই গৈ তাৰ ওচৰ চাপিল আৰু পিচফালৰ পৰা লাহেকৈ মাত দিলে—

"কি অ', ককাই' কাৰ ওপৰত খং জাৰিছ? মোৰ হৈ গৰুহালকে বকিছ নেকি?"

খঙৰ কোবত সি পিচমুখ দি কৈ উঠে—"তই মোক সদায় পেংলাই কৰি নাথাকিবি, কথা বেয়া হব কেতিয়াবা।"

"কিনো বেয়া কৰিবি? মোক মাৰিবি নেকি? তোৰ তিৰোতা নহওঁতেই যদি মাৰ খাব লাগে তেন্তে তিৰোতা হলে দেখো মোৰ ঠাই যমপুৰীতহে হব। এনেকুৱা খঙাল মানুহলৈ মই নাযাওঁ আৰু অইনকো আহিবলৈ মানা কৰিম।"

"কৰিবি যা বাধা; মোৰ বিয়া ভঙাবি। মই বিয়া নকৰালে কি কৰিবি?"

"তেনেহলে তই বিয়া নকৰাবি নেকি?"

"নকৰাওঁ।" সি আগবাঢ়ে। তাই ওচৰ চাপে।

তাই মিহি লৱনি সুৰত কয়—" কাবৌ কৰিছো তোক, খং নকৰিবিদে।" তাইৰ কোমল মধুৰ কণ্ঠস্বৰত তাৰ হৃদয় তাঁৰত যেন খুন্দা লাগে। খং আঁতৰি যায়। শান্ত চকুযুৰিৰে তাইৰ ফালে চাই ৰয়। উমাই মৰম লগাকৈ কয়—"তই ৰগৰ কৰিলেও নুবুজ। মই চুপতিহে মাৰিছো তোৰ মন চাবলৈ। তই ইমান খং কৰিছ কিয়?"

বলোৰামে তাইৰ মতলব ধৰিব পাৰি লাজ পালে। কলে—

"তইনো মোক কিয় সদায় এনেকৈ ঠাট্টা কৰি থাক? মোৰ লগতহে ঠাট্টা-মস্কৰা কৰা জনী, অইনৰ লগত হলে নিমাতী কন্যা।"

"তোৰ লগত ৰগৰ নকৰি অইনৰ লগত কৰিলে তই ভাল পাবি জানো?" এইবাৰ সি স্তব্ধ হৈ গ'ল। এবাৰ তাইৰ মুখলৈ চাই মৰমসনা মুখখনি দেখি এটা গভীৰ তৃপ্তিৰ আস্বাদ পালে। তাইৰ কথাৰ অৰ্থ বুজি উঠিল সি। অন্তৰৰ সমস্ত ৰাগ, খং দূৰ হৈ গ'ল। এক অজ্ঞাত আনন্দত অন্তৰ আপ্লুত হ'ল। তাইৰ ধুনীয়া মুখখনলৈ চাই আবেগভৰে কৈ উঠিল—"মোক ক্ষমা কৰিবি উমা; মই নুবুজি খং কৰিছিলো।"

তাই তাক লাহেকৈ কলে—"মই জানো তোক খং কৰিব পাৰো কেতিয়াবা?" তাইৰ এই অন্তৰভৰা ভালপোৱাত তাৰ হৃদয় যেন ভৰপূৰ হৈ গ'ল।

সি তাইৰ চকুলৈ কৃতজ্ঞ দৃষ্টিৰে চাই কলে— "কথাবোৰ বুজাত মোৰ বৰ পলম হয় উমা; তোৰ দৰে মই তৎক্ষণাৎ কথাবোৰ বুজিব নোৱাৰো ; কবতো নোৱাৰোৱেই। তইনো কেনেকৈ ইমান সোনকালে কথাবোৰ বুজিব পাৰ আৰু এনেকৈ ঘূৰাই কব পাৰ? তোৰ বৰ বুদ্ধি।"

তাই তাৰ কৃতজ্ঞ স্বীকাৰোক্তিত বৰ সুখ পালে। জানিলে বলোৰাম উদাৰ, সৰল, অকপট, হৃদয়বান পুৰুষ। হাঁহি মাৰি কলে— "এৰা, মোৰ বুদ্ধি তোতকৈ বেছি। ইয়াৰ কাৰণ কি জান? ইয়াৰ কাৰণ তিৰোতাৰ বুদ্ধি পুৰুষৰ বুদ্ধিতকৈ চোকা।"

"এৰা, নাক মোহাৰিলেই যে তিৰোতাৰ বুধি ওলোৱা বুলি কয় মিছা নহয়। তইঁতৰ

নাক মোহাৰিলেই একোটা নতুন বুদ্ধি ওলায়।"

কেইখোজমান গৈ তাই তাক কয়— "আজি এবাৰ আমাৰ তালৈ যাবিচোন। মোৰ কথা আছে।"

"কি কথা? সি সকৌতুকে প্ৰশ্ন সোধে।

"ইয়াত নহয়। সৌ সেইজাক আহিলেই, দেখিছনে নাই? তই বেগাই আঁতৰি যা।"

পানী নিবলৈ অহা ছোৱালীজাকক আঙুলিয়াই দিয়ে তাই। বলোৰামে দেখে যে সিহঁতে দূৰৈৰ পৰাই সিহঁতক লক্ষ্য কৰি আছে।

সি তৎক্ষণাৎ পিচমুখ দি গৰুহাল খেদি লৈ যায়। উমাই লাহে লাহে তলমুৱা হৈ খোজ কাঢ়ি আহি থাকে। বলোৰাম আঁতৰি যায়। উমা আৰু তাৰ মাজত বহুত ব্যৱধান তেতিয়া। এনেতে ছোৱালীজাক ওচৰ চাপে। উমাক দেখি পদুমীয়ে মাৰিলে খোচা—

"ভালেহে লোকে ইমান পুৱাতে পানীঘাটলৈ আহে। আমি বোলো পানীকে নিয়ে হবলা, পিচে কথা অন্য ৰকমৰ হে যেন পাওঁ।" তজবজীয়া তগৰজনীয়ে কলহটো ভালকৈ কঁকালত লৈ লগালে বিহুনাম এফাকি—

উভতি নেচাবি মোকে ঐ জোনাকী

পাল্‌তি নেচাবি মোক;

পানী অনা ঘাটত পিছলি পৰিবি

মোৰ গাত নিদিবি দোষ।

আমি আগেয়ে জানো কাৰ কত মন। লোকক নেদেখাকৈ কথা পাতিব নোৱাৰিলে গা জ্বৰ পৰে জানো?"

তাইৰ কথাত গোটেই কেইজনীয়ে গিৰ্জনী পাৰি মাৰিলে হাঁহি। হাঁহি হাঁহি ওচৰ চাপি আহিল। কিন্তু উমাও কম বিধৰ নহয়। তাই নিৰ্জু কিন্তু বুদ্ধিমতী, নিমাখিত কিন্তু সুচতুৰা, সৰল কিন্তু বুৰ্বক নহয়। ছেগচাই তায়ো হাঁহি মাৰি মাতিলে এফাকি সাঁথৰ-- "বোলে ভালে দেখে ভাল; জাবৰে দেখে খাল। যি যেনে সি লোককো তেনে বুলি ভাবে।" এনে ৰকম ঠাট্টা মস্কৰা চলি থাকোতে তাৰে মাজৰ পৰা গিৰিয়েকে এৰি দিয়া চম্পাই মাত লগালে—

" ঘৰৰ কথা পৰত, ধান ভঁৰাল শেষ হ'ল কুহকুহীয়া জ্বৰত। মিছাকৈ মুখ খজুৱাই থাকিলে কি হব? যিয়ে যাক ভাল পায় পাওক, আমাৰ তাত মাত মাতিবৰ কি অধিকাৰ আছে? পানী নিবলৈ আহিছা, পানী লৈ যা, এইবোৰ ৰটনা-খচনা আৰু কিয়?" তাই

আগবাঢ়ি যায়। জাকৰ মাজৰপৰা লচপচীয়া সেউতীয়ে মাত দিলে– "যা ভনী যা, তোক বাটতে বন্ধ কৰি বেচেৰা গাৰোৱান বলো ককাইৰ মনৰ উগুল-থুগুল ভাব বেছিকৈ নবঢ়াওঁ। কিন্তু চাবি, ঘৰ পাবৰ হৈছে, বাটতে ককাইক লগ ধৰা মাহীমাৰাই দেখা পালে তোৰ ফালে আৰু হৈছে।"

"মোৰ বাবে ইমান ভাবিব নেলাগে সেউতী, তোৰ নিজৰ কথাকে ভাব?"

"এহ্ নিজৰ মানুহজনকনো লগ নধৰি লগ ধৰিব কাক? তাতনো কি দায় দোষ হব?" বকুলীয়ে খোচা মাৰে।

"এৰা বকুলী তই ঠিকেই কৈছ। ৰুৱা ৰোওঁতে ঘনকান্তক লগ ধৰোঁতে তোৰ ওপৰতনো কোনে কি কৰিলে?" উমাই মাৰিলে খোচা বকুলীক ঘনকান্তৰ লগত হোৱা বদনামৰ কথা সোঁৱৰাই দি। এনেতে কথাৰ গতি বেগতিক দেখি উৰ্বশীবায়ে ধমক দি কলে– "তহঁত বৰ নিলাজী হৈছ অ'। গাঁৱত ডাঙৰ ছোৱালী একেলগে বহুত থাকিলে এনেকুৱা হয়েই। ব'ল সোনকালে, তয়ো যা উমা। মাহীমাৰা যিহে তিৰোতা, এতিয়াই পলম হোৱা বুলি গালি ধৰিব। ইহঁতৰ লগত চুপতি মাৰিলে কি লাভ হব? তই যা।"

উৰ্বশী ডাঙৰ ছোৱালী। গোটেই কেইজনীতকৈ ডাঙৰ। গতিকে সকলোৱে বাই বুলি মাতে। বহুত বয়স হোৱা সত্ত্বেও বিয়া হোৱা নাই। ছোৱালীজনী ভাল, গুণৱতী কিন্তু ছালছটা ক'লা বাবে কোনো ভাল ল'ৰাই চকু কৰা নাই। অৱস্থাও বেয়া। সাতে পাঁচে বেচেৰীয়ে পঁচিশৰ দেওনা পাব হৈযো হোমৰ গোন্ধ পোৱা নাই। তাইৰ কথা গহীন গম্ভীৰ। সেইবাবে সকলোটিয়ে মানে। উৰ্বশীৰ ধমকত ছোৱালীজাকে নদীৰ ঘাটলৈ গ'ল। উমাও ঘৰলৈ খোজ ললে। যাওঁতে ছোৱালীজাকে উমাৰ ফালে ঘূৰি ঘূৰি চাই গ'ল। ফিচিঙা ফিচিঙি মেল কৰি সিহঁত গ'ল। উমা কিছুদূৰ পোৱাত তাইক শুনাকৈ তগৰে জুৰিলে একাকি বিহুগীত--

আঠিয়া কলৰে পাত নাকাটিবা
ছিটিকি পৰিব এঠা;
লোকক দেখুৱাই কেটেৰাই মাতিবা
ভিতৰি নেৰিবা বেথা।

আকৌ হাঁহিৰ ৰোল। কিৰিলি পাৰি নদীৰ ঘাটত গাভৰু ছোৱালীৰ জাক মত্ত হ'ল হাঁহি তামচাত।

উমাই গানৰ ধ্বনি শুনি অৰ্থ বুজি বেগাবেগীকৈ ঘৰ সোমাল।

# দুই

উমাৰ চাৰি বছৰ বয়সত মাক ঢুকায়। পিতাক খেতিয়ক মানুহ; ঘৰ চম্ভলা আৰু পথাৰখন সামৰাৰ বাবে তিৰোতা মানুহ এজনীৰ নিতান্ত দৰ্কাৰ। আগতে কাণ সমনীয়া পুতেক দুজন গৈছে মৰি। "বৃদ্ধস্য তৰুণী ভাৰ্য্যা" ভয়াবহ জানিও পিচত তাকেই গলত আঁৰি লঁবৰ বাধ্য হ'ল, কাৰণ চাৰি বছৰীয়া জীয়েকক ঘৰত অকলে এৰি থৈ পথাৰলৈ যায় কেনেকৈ? ইফালে ককায়েক মহাজনে আগবেলিয়ে বেলেগ কৰি দিছে। নিতান্ত নিৰুপায় হৈ দ্বিতীয়বাৰ দ্বাৰ-পৰিগ্ৰহ কৰিলে। ইয়াৰ অৱশ্যে একো গত্যন্তৰো নাছিল। বন্ধু-বান্ধৱৰ উপদেশ আৰু ককায়েকৰ হুকুমত পুনৰ বিবাহত মত দিলে।

দুবছৰ ভালেই চলিল, কিন্তু তৃতীয় বছৰৰ পৰা গ্ৰহ লৰিল। দ্বিতীয় পক্ষৰপৰা এটি ল'ৰা উপজিল। এয়ে হ'ল লেঠা। বোধহয় সন্তান জন্মাৰ পিচৰ পৰাহে মাহীমাকৰ মাহীমাকত্ব প্ৰকাশ হবলৈ আৰম্ভ কৰে। নিজৰ সন্তানৰ লগত সতিনীৰ সন্তানৰ তুলনা অহাৰ লগে লগে সতিনীৰ সন্তানৰ ওপৰত হিংসাৰ ভাব ক্ৰমাৎ বাঢ়িব ধৰে। এওঁৰো তেনেই হ'ল। সাধুকথাত তেজীমলাৰ আখ্যান বোধহয় বহুত ভাবি চিন্তিয়ে দিছিল বুঢ়ালোকে। তেজীমলাৰ কাহিনীয়ে উমাৰ কাহিনী হ'ল। পুতেকে পৰনাল জন্মদিনৰে পৰা যেন সতীয়া জীয়েক উমাৰ জন্মপত্ৰিকাৰ গুৰু বৃহস্পতিৰ দৃষ্টি ক্ষীণ হৈ যাব ধৰিলে আৰু শনিৰ বক্ৰদৃষ্টি আৰম্ভ হ'ল। ছোৱালীজনীক অনাদৰ কৰা বুলি জানিও মধুনাথে গৈণীয়েকক একো কৰিব নোৱাৰা হ'ল, কাৰণ তিৰোতা গৰাকী সাক্ষাৎ কালিকা। ৰণচণ্ডী মূৰ্ত্তি ধৰি যেতিয়া ঘৰখনতে খলক লগাই দিয়ে তেতিয়া বেচেৰা মধুনাথে ত্ৰাহি মধুসূদন দেখে। শ্ৰীবিষ্ণু শ্ৰীবিষ্ণু বুলি ঈশ্বৰৰ নাম লৈ গোঁসাই ঘৰলৈ নাগে পথাৰলৈ খোজ নললে ৰক্ষা নাই। এনেজনীৰ পালত পৰি উমাৰো হবলগীয়া পালি হৈ গ'ল। ক্ৰমে ডাঙৰ হৈ অহাৰ লগে লগে তাইৰ কামৰ বোজা বাঢ়ি আহিল, লগতে বাঢ়িল কিল আৰু গালিৰ বোজা। তাইৰ দহ বছৰমান বয়স হোৱাৰ লগে লগে ঘৰখনৰ আটাইখিনি কামৰ ভাৰ তাইৰ ওপৰতে জাপিলে। গোবৰ পেলোৱা, চুৰাধোৱা,, গৰুক দানা দিয়া, শাক-পাচলি যোগাৰ কৰি আনি কুটি দিয়া; তাৰ উপৰি পথাৰলৈ পিতাকলৈ জলপান নিয়া আদি সমস্ত কাম তাইৰ মূৰতে পৰিল। কাপোৰ-কানি ধোৱাৰপৰা আৰম্ভ কৰি পথাৰলৈ গৈ ৰুৱা ৰোৱালৈকে ক'তো নিষ্কৃতি নাই। ইমানবোৰ কৰা সত্ত্বেও মাহীমাকৰ অমৃত নিসৃত শ্ৰীমুখৰ বাইক অনবৰত পৰিয়ে থাকে। মাহীমাকৰ এনে নিকৰুণ ব্যৱহাৰত বেচেৰী ছোৱালীজনীৰ ভিতৰৰ মানুহজনী নিতে

মৰহি যাব ধৰিলে। তথাপি তাই একো প্ৰতিবাদ নকৰে; গালি মাত সহ্য কৰি যায়। কেতিয়াবা মাকৰ মাৰত বৰ দুখ পালে ফেকুঁৰি ফেকুঁৰি কান্দে; তথাপি পিতাকৰ আগত নকয়, জানোচা পিতাকেও মাকৰ ফলীয়া হৈ আকৌ তাইকে মাৰে। ইফালে জীয়েকৰ ওপৰত ইমান অত্যাচাৰ দেখিও একো কৰিব নোৱাৰি মধুনাথৰ অন্তৰাত্মা কান্দি উঠে। মৃত ঘৈণীয়েকলৈ মনত পৰি নীৰৱে চকুলো টুকে। ভাগ্যৰ লেখা খণ্ডন নাযায়। এয়ে তেওঁৰ সান্ত্বনা। বৰ্ত্তমানে পৰিয়ালৰ সংখ্যা আৰু বাঢ়িছে। এজনী ছোৱালী উপজিছে। ল'ৰাজনৰ নাম পবন, ছোৱালীজনীৰ নাম ৰাখিছে শেৱালী।

দিন যায়, বুঢ়াবোৰৰ বয়স পৰি যায়, ল'ৰাবোৰৰ বয়স উঠি আহে। ল'ৰাই যৌৱন পায়, প্ৰৌঢ়ই বৃদ্ধত্ব পায়। এয়ে সংসাৰ। মধুনাথৰো নিষ্কৃতি নাই। ক্ৰমে ক্ৰমে বয়স পৰি আহিল। কফৰ বেদনাটোৱে তেওঁক আৰু দুৰ্বল আৰু বৃদ্ধ কৰি আনিব ধৰিলে। ইফালে জীয়েকেও কৈশোৰৰ দেওনা পাৰ হৈ যৌৱনত ভৰি দিলে। নিজৰ অজ্ঞাতেই যে তাই ডাঙৰ হৈ আহিছে এই কথা তাই ভাবিবই পৰা নাছিল; হঠাতে এদিন প্ৰকৃতিয়ে তাইৰ অজ্ঞাতেই তাইৰ যৌবনত্ব ঘোষণা কৰি দিলে। তেতিয়াহে তাই বুজিব পাৰিলে যে মানুহৰ নিজৰ ইচ্ছাৰ বিৰুদ্ধে কাম কৰিব পৰা এটা বেলেগ শক্তি আছে। তেতিয়াৰ পৰা তাই সন্ত্ৰস্ত হ'ল— কৰবাতো নোৱাৰি আৰু কেতিয়া কি ঘটে। তাইৰ সলজ্জ চকুযুৰিত এটা সন্ত্ৰাসৰ ভাব ক্ৰমে বাঢ়ি যাব ধৰিলে। ইফালে সতীয়া ভাই-ভনী দুটিয়ে শিশুত্ব অতিক্ৰম কৰি কৈশোৰত ভৰি দিলে। তথাপি তাইৰ ৰক্ষা হোৱা নাই। ইচুতা সিচুতা কৰি সৰিব পালে মাহীমাকে দুই চাৰিটা লাথি, ভুকু সোধায়ে থাকে। ডাঙৰ জীয়েকজনীক, শান্ত নিৰীহ জীয়েক জনীক এনেকৈ মাৰিলে পিতাকে কেতিয়াবা খং কৰি বকে। ফলত উমাই খায় ওৰে দিনে গালি আৰু বাপেকে পাৰে লঘোন। এয়ে মধুনাথৰ মধুময় সংসাৰৰ নমুনা। দৰাচলতে মধুনাথৰ ঘৰখনত মধু নাই বৰং গৰলহে আছে। মধুনাথ নাম নহৈ বিষনাথ হোৱাহেঁতেনহে বোধহয় নামে কামে খাপ খাই গ'লহেঁতেন।

মধুনাথৰ ককায়েক মহাজন। দোকান আছে। নাম ভৈৰব। নামে, মানুহে আৰু কামে বেচ মানিছে তেওঁক। মহাভৈৰৱ সদৃশ বিশাল দেহ, মহাদেৱৰ দৰে গমন, কুবেৰৰ দৰে ধনৰ লালসা আৰু বকাসুৰৰ দৰে খাৱন দেখি কোনে নকব যে তেওঁ এই জন্মত নহ'লেও আগৰ জন্মত নিশ্চয় ভৈৰৱ-চৈৰৱ কিবা এটা নাছিল?

ঘৰতে গেলামালৰ দোকানখন। ছেগবুজি সৰিয়হৰ কাৰবাৰো কৰে। সুবিধা পালে টিং, চিমেন্ট, চাউল আদিৰো ব্ৰেকমাৰ্কেট কৰে। শিলৰ ঠিকাটোকো বাদ নিদিয়ে। টকা ধাৰলৈ দি সুবিধা বুজি ঘৰ মাটি কিনি ৰখাবিধো বাদ দিয়া নাই। বহুত কাৰবাৰ, বহুত

**টকা; বহুতৰ পৰা সুবিধা পায় আৰু বহুতৰ গালিও খায়। তথাপি তেওঁ সেইবোৰলৈ কেৰেপ নকৰে। ধন ঘটিব লাগিলেতো অলপ অচৰপ গালিগালাজ খাবই লাগিব। সহজেতো আৰু ধন নাহে। ধন উপাৰ্জনৰ বাটটো সদায় বোকাময়; দুই একচিতা বোকা গাত পৰিবই। এই ৰাস্তাটো বৰ লেতেৰা। লেতেৰা ৰাস্তাৰে খোজকাঢ়োঁতে ক'ৰবাত দুই একচিতা বোকা গাত পৰালে তেওঁ অকণো নাভাবে। সেইবাবে বেলেগ হোৱা সময়ত ভায়েক মধুনাথক ঠগাই পিতৃ সম্পত্তি প্ৰায় আত্মসাৎ কৰা বুলি উঠা বদ্নামকো তেওঁ বিশেষ একো ডাঙৰ কথা বুলি ধৰা নাই। নিজৰ সুবিধানো বাৰু কোনে এৰি দিয়ে? বদ্নাম কৰোঁতাসকলে জানো সুবিধা পালে তেনে নকৰিলেহেঁতেন? সুবিধা নাপাই অইনৰ হোৱা দেখিব নোৱাৰে। দুনীয়া সব স্বাৰ্থপৰ। এই ভাব মহাজন ভৈৰৱৰ। মানুহে তেওঁক কৃপণ বুলি কয়; কঁব দিয়ক। হিচাপত মাত্ৰাতকৈ অলপ বেছি কাঢ়া; এয়েতো, আৰু কি? হিচাপত যদি মাত্ৰাতকৈ বেছি নহয় তেন্তে ধন জমাব কেনেকৈ? চকুচৰহাহঁতে ধোঁৱাখুলীয়া স্বভাৱৰ বাবে ধন জমাব নোৱাৰে আৰু বদ্নাম কৰে ল্যোকৰ।** এইবোৰ বুৰ্বকৰ কথা কাণকৰা বিধৰ লোক নহয় ভৈৰৱ মহাজন। তেনে কৰাহেঁতেন আজি ডাঙৰ পুতেক দুজনক বিয়া কৰাই দি লৰী কিনি, হাতী কিনি ইমান ডাঙৰ এটা কাৰবাৰ কৰিবলৈ দিব নোৱাৰিলেহেঁতেন; আৰু সৰুজনকো গুৱাহাটীৰ কলেজত পঢ়াব নোৱাৰিলেহেঁতেন। তেনেকৈ লোকৰ কথা শুনাবিধৰ লোক হোৱাহলে কঁৰবাৰ দক্ষিণপাৰৰ মানুহ হৈ ড্ৰাইভাৰজনে আজি অতদিনে পোষ্যপুত্ৰৰ দৰে থাকি ৰাতাৰাতি অৰ্থ মাল চুৰ কৰি নি নোবেচিলেহেঁতেন। মানুহে বহুত কথা কয়। ড্ৰাইভাৰে মাহৰ দৰমহা মাহে আদায় নকৰি মহাজনৰ হাতত জমা থোৱা জানি অনেকে ড্ৰাইভাৰক ভেঙায়। কিন্তু ড্ৰাইভাৰেই বা শুনিব কিয়? মহাজনৰ লগত ড্ৰাইভাৰৰ কি বন্দবস্ত আছে তাকে লোকে কি জানিব? বিয়া কৰাই এবছৰ নৌহওঁতেই বেচেৰাক ঘৈণীয়েকে এৰি গ'ল। দোষনো কাৰ নহয়? লৰী চলোৱা মানুহ; ৰাতিদিন ঠিকাদাৰৰ তলত কাম কৰে। কামৰ শেষত ভাগৰ পলুৱাবৰ বাবে ভাই বন্ধু দুই চাৰিজনৰ লগত অলপ লাউপানী খায়। কোনে নাখায়? হাকিম, উকীল, দাৰোগা, মহাজন সকলোৱেতো খায় সেইবিধ। অৱশ্যে তেওঁলোকে খায় গোপনে আৰু সি খায় সদৰি। খাবতো, নাখাই কি কৰিব? নিজে আৰ্জা ধন সি খৰচ কৰিছে; অইনৰ খাব গৈছেনে? তাতে হিংসুকহঁতৰ সহ্য নহয়। সি মদ খাই অলপ বকে, এয়েতো আৰু কি? মদৰ ৰাগীত সকলোৱে বকে; সি অৱশ্যে অলপ বেছি বকে। নবকিব কিয়? তাৰ যে কাম বেছি। কামো বেছি আৰু বকেও বেছিকৈ।

তাৰ বাবেনো কঁব লাগেনে? মদ খাই নিচাধৰাত ভুলতে দুই চাৰিটা মাৰে

ঘৈণীয়েকক, ইয়ো দোষ নে? ঘৈণীয়েকক নামাৰি বাৰু মাৰিব কাক। অইনক মাৰিলে যে লোকে ওলোটাই মাৰিব? উলটি নামাৰো বুলি কওকচোন, দেখো, ড্ৰাইভাৰে ঘৈণীয়েকক এৰি অইনক মাৰেনে নামাৰে। তাকে নকৰি হিংসাতে এইটো এটা চুতা উলিয়াই ঘৈণীয়েকক এৰুৱাই লৈ গৈছে। এনেহেন বেচেৰা ড্ৰাইভাৰজনক মৰম কৰি মহাজনে ৰাখিছে। মহাজনে তাক কৈয়ে থৈছে যে তাৰ ঘৈণীয়েকে যদি এজন মতা পাব পাৰে তেন্তে সিও এজনী মাইকী নোপোৱাকৈ নাথাকে। তাৰ ব্যৱস্থা মহাজনে নকৰাকৈ নাথাকে; এই কথা সি কিয় লোকৰ আগত কবলৈ যাব? যি কথা আছে মহাজন আৰু ড্ৰাইভাৰৰ লগত আছে। তাক অইনৰ আগত কব কিয়? এনেবোৰ গোপনীয় কথা দুয়োৰো ভিতৰত আছে; অইনে কি বুজিব। নহলেনো মহাজনে পাকে প্ৰকাৰে ভায়েক মধুনাথৰ ঘৰলৈ ড্ৰাইভাৰক পঠায়নে? বুজোঁতাই বুজে। ড্ৰাইভাৰ ইমান অজলা নহয় যে গাভৰু ছোৱালী থকা ঘৰ এখনলৈ ডেকা মানুহ এজনক ইমান ঘন ঘনকৈ ইবিধ সিবিধ আনিবলৈ এনেয়ে পঠাব। আজি কিছুদিনৰ পৰা যে ড্ৰাইভাৰ বাবু উমাইঁতৰ ঘৰলৈ ঘনকৈ অহা-যোৱা কৰিছে তাৰ অৰ্থ লোকে কি বুজিব?

ইফালে বেচেৰা বলোৰামৰ পিতাক ঢুকাবৰ আজি দহবছৰমান হ'ল। যোৱাবেলি মাকো মৰে। বৰ্ত্তমান তাৰ ঘৰৰ পৰিয়াল দুজন। এজন সি নিজে স্বয়ং আৰু আনজন অৰ্জ্জুন তাৰ ভায়েক। পিতাক থকা দিনতে ভেৰৰ মহাজনৰ অনুগ্ৰহত মাটি বাৰীফেৰা ক্ৰোক হৈ গৈ চৰকাৰৰ খাজনাখিনিৰ পৰা কোনো ৰকমে ৰেহাই পাইছে। দয়াপৰৱশ হৈ মহাজনে এই নিঠৰুৱা ল'ৰা দুজনক নিজৰ ঘৰতে থাকিব দিছে। অৱশ্যে দখল উচ্ছেদৰ মোকৰ্দ্দমাটোও মহাজনে জুৰি থৈছে; কাৰণ পিচত গোজেই গছ হ'ব পাৰে। এইবোৰৰ সঠিক সম্ভেদ হোজা বলোৰামে নাপায়; অৰ্জ্জুনেতো নুবুজেই। মহাজনেই ল'ৰাহালে দুখ পাব বুলি ভাবি ভিতৰুৱা খবৰটো জনোৱা নাই। সময়ত সকলো ওলাব নহয়। কঁঠাল পকিলে আপুনি গোন্ধ ওলাব। বলোৰামৰ বৰ্ত্তমান সম্পত্তি হ'ল বলদহাল আৰু গাড়ীখন। এয়ে তাৰ আয়ৰ পথ। ইয়াৰে সহায়ত দুই ভাই-ককাই কোনোৰকমে লঘোন নপৰি জীয়াই আছে। দুয়ো ভায়েক কিন্তু নোদোকা- স্বাস্থ্যবান। সুস্থ সবল শৰীৰ আৰু আনন্দময় মনেৰে ৰাতি যেতিয়া গান গাই গাই বলোৰামে গাড়ী চলাই নিয়ে তেতিয়া গাৱঁৰ মানুহে তাৰ সুন্দৰ কণ্ঠস্বৰত মুগ্ধ হৈ একান্তমনে শুনি থাকে। গাড়ী গৈ দূৰৈত অদৃশ্য নহয়মানে, সঙ্গীতৰ ধ্বনি অস্পষ্ট নহয়মানে মানুহে কাণপাতি থাকে। বিয়াই সবাহে সিয়েহে আঢ়াইমোন ওজনৰ চেনিৰ বস্তা মহাজনৰ দোকানৰ পৰা মূৰত তুলি নি বিয়াঘৰৰ চোতালত ধপচ্কৈ পেলাই দি কয়—"নে এতিয়া। ইয়াৰ বাবেই চাৰিজন মানুহে ভাৰ বান্ধিব লাগেনে?" গাটো জাৰি জোকাৰি সি চাহঢোক খাই আঠিয়া

কলগছজোপা দোনা তৈয়াৰ কৰিবৰ বাবে কাটে গৈ আৰু মস্ত ভীম কলজোপা কান্ধত তুলি আনি চোতালত গিৰিম্ কৰি পেলাই দি বামুণক কৈ উঠে– "দেউ, তোমাৰ দোনা, চতিয়া যি লাগে তৈয়াৰ কৰি থাকা।" তাকে দেখি, বিবাহযাত্ৰী অচিনাকি মানুহে আচৰিত হৈ গৃহস্থক সোধে– " এইজন ক'ৰ পালোৱান?" ভিনগাঁৱৰ তিৰোতা নাইবা গাভৰু ছোৱালীয়ে তধলাগি চাই ৰয় খিৰিকীৰে। খিৰিকীৰে পৰ্দা পেলাই দি হয়তো কোনো চপলা গাভৰুৱে কৈ উঠে– "আই ঔ কি ভীমৰ বল।" কত অপৰিচিতাই তালৈ কটাক্ষপাত কৰে, কত কাম-অতৃপ্ত ৰমণীয়ে নয়নবান হানে তাৰ লেখ-জোখ নাই। কিন্তু বলোৰাম নিৰ্ব্বিকাৰ,. নিশ্চল, অচল-অটল যেন দ্বাপৰ যুগৰহে বলোৰাম--অচঞ্চল, শক্তিৰ আধাৰ। নিৰ্ভীক, বলী আৰু পৰোপকাৰী বাবেই তাক গাঁৱৰ সকলোৱে ভাল পায়। ল'ৰা-বুঢ়া, ডেকা-ডেকেৰী সকলোৱে তাক প্ৰশংসো কৰে। তাৰ মনত কিন্তু এটা দুখ ৰৈ গ'ল। সি লেখা-পঢ়া নাজানে। লেখা-পঢ়া শিকা সুবিধা তাৰ নহ'ল। এই দুখ তাৰ জীৱন-জুৰি ৰৈ গ'ল। সেইবাবেই সি ভায়েকক স্কুললৈ পঠাবৰ বাবে সদায় চেষ্টা কৰে। কিন্তু মিছা; অৰ্জ্জুন অৰ্জ্জুনেই, লক্ষ্যভেদতহে তাৰ ৰাপ। স্কুলৰ পৰা পলাই আহি সি আমনি, তামোলখৰ্নিলৈ হে ঢাপলি মেলে। হাতত তাৰ ৰবৰৰ ফান, পেটলুঙৰ মোনাত শিলগুটি। চৰাই চিকাৰ। লগত পবন। দুয়ো মহাবীৰ ফানধাৰী অৰ্জ্জুন-পবন। স্কুলৰ পৰা পলায়ন আৰু মহাজনৰ চনবাৰীলৈ গমন। কপৌ, কুকা, ডাউক , চকা অনুসন্ধান। সুবিধা বুজি আম, জাম, কঠাল, মধুৰী আম, আনাৰস ভক্ষণ। হাতত দুই বীৰৰ ৰবৰৰ ফান আৰু মোনাত ৰাস্তাৰ শিলগুটি। অব্যৰ্থ সিহঁতৰ শিলগুটি সন্ধান। গধূলিৰ আগে আগে চনবাৰী পৰিত্যাগ কৰাৰ আগে আগে সাধাৰণতঃ দুই এটি বিহঙ্গৰ মৃতদেহ সিহঁতৰ হাতত বিদ্যমান। চৰাইৰ অভাৱে ফল। যাত্ৰা কিন্তু ব্যৰ্থ নহয়--হয় চৰাই, নহয় ফলমূল। এবিধ লগত আহিবই। এই যে ৰবৰৰ ফানৰ কথা কোৱা হৈছে, সেইবিধ বস্তু অন্য একো নহয়। এটা গছৰ ঠানি ইংৰাজী ৱাই (Y) আখৰটোৰ দৰে। তাৰ দুই মূৰে ৰ্বৰ এচটা বান্ধি মাজখিনি বহল কৰি ৰাখে যাতে তাত শিলগুটিটো ধৰে। মাজভাগৰ বহল ৰবৰ চটাত শিলগুটি নাইবা বাটলু গুটিটো দি বাওঁহাতেৰে ফানখন ধৰি সোঁহাতৰ আঙুলিৰে শিলগুটিত টিপামাৰি গাৰ ফালে টানি আনে। তেতিয়া ৰবৰচটা বলি যায় আৰু শক্তি বেছি হয়। একেবাৰে কাণৰ কাষলৈ টানি বৰ জোৰকৈ মাৰি দিয়ে লক্ষ্য বস্তুলৈ। বন্দুকৰ গুলীৰ দৰে গৈ সেই শিলগুটিয়ে লক্ষ্যবস্তুৰ গাত লাগেগৈ। বাটলু গুটি নাইবা শিলগুটিটো ইমান জোৰেৰে গৈ গাত লাগে যে ততালিকে চৰাইজনী মাটিত বাগৰি পৰে আৰু মৰে। সেই দেখি সিহঁত দুয়ো এই ৰবৰৰ ফানৰ নাম দিছে বন্দুক আৰু শিলগুটিৰ নাম দিছে গুলী। বাস্তৱতে

বন্দুকৰ গুলীয়ে ঠিক। এবাৰ গাত পৰিলে কপৌৰ মূৰ ফাটি ঘূৰি ঘূৰি আহি মাটিত পৰে। আনকি সিহঁতে তাৰ দ্বাৰা গছৰ ফলো পাৰি খাব পাৰে। আম, জাম, লেটেকু আদি অনায়াসে সকলোৱাই দিব পাৰে। উমাৰ ভায়েক পবন অৰ্জ্জুনৰ শিষ্য। অৰ্জ্জুন য'ত পবন ত'ত। দুয়োৰো এৰা এৰি নাই। তাৰ বাবে মাকে কিমান মাৰিলে তথাপি পবনে অৰ্জ্জুনৰ লগ নেৰে। সৰু ল'ৰাৰ বাবে এইবোৰ বৰ নিচাৰ বস্তু। এবাৰ এই চিকাৰৰ নিচা লাগিলে আৰু ৰক্ষা নাই। অনেক চেষ্টা কৰিও এৰুৱাব নোৱাৰি। বহুত মাৰধৰ কৰিও দুয়োৰো নিচা এৰুৱাব নোৱাৰিলে, দুয়োৰো লগ ভাঙিব নোৱাৰিলে। স্কুলৰ পৰা দুয়ো পলাই আহি এই কাণ্ড কৰি ফুৰে। আজিকালি পবনো প্ৰায় অৰ্জ্জুনৰ সমানে হৈ উঠিছে। দুয়োৰো অদ্ভুত শিক্ষা। হাতত ফান থাকিলে সিহঁতে দূৰৈৰ পৰাই শিলগুটি মাৰি মানুহৰ কপাল ফুটাই দিব পাৰে—জখম কৰি পেলাব পাৰে। সেইদেখি ল'ৰাহঁতে দুয়োকো বৰ ভয় কৰে আৰু মানি চলে। অৰ্জ্জুন হ'ল ল'ৰাহঁতৰ দলপতি। এই ল'ৰাজন এনে দুষ্ট হোৱাৰ গুৰিতে দায়ী হ'ল এজন বিহাৰী পুলিচ। পুলিচজন কিছুদিন গাঁৱত আছিল। সি বলোৰামৰ ঘৰতে বাস কৰিছিল। তাতে সি এনে ৰকমে ৰবৰৰ ফান কৰি চৰাই মাৰি খাইছিল। লগত গৈছিল অৰ্জ্জুন। শেষত সি অৰ্জ্জুনকো শিকায়। কিছুদিনৰ পিছত অৰ্জ্জুন একেবাৰে গাণ্ডীবধাৰী অৰ্জ্জুনৰ দৰে অব্যৰ্থ লক্ষ্য ধাৰী হৈ পৰিল। পুলিচজন এতিয়া গ'ল সঁচা, কিন্তু এজন ফানধাৰী তৈয়াৰ কৰি থৈ গ'ল। তাৰে শিষ্য হ'ল পবন বায়ুৰাজ পবনৰ দৰে অতি ক্ষিপ্ৰগতি আৰু তড়িৎবেগী পবন। এই দুই মহাবীৰ অৰ্জ্জুন-পবনৰ বীৰত্বত চনবাৰীৰ বিহঙ্গদল ভয়ত কম্পমান; গাঁৱৰ ল'ৰা-ছোৱালীৰ দল আতঙ্কত ত্ৰাস্তমান। দুয়োৰো অবাধ গতি। বন-জঙ্গল সবেও লটিঘটি। গছৰ পাতৰ আঁৰত হয়তো কপৌজনীয়ে লুকাই আছে ; ওখ গছ ; অৰ্জ্জুনৰ চকুত পৰিল। ইঙ্গিতেৰে সি পবনক দেখুৱাই কব-"মাৰ গুলী!" পবনে ফান্দ টোৱাই এক মুহূৰ্ত্ত ওপৰলৈ চোৱাহে দেখা যাব, তাৰ পিচত দেখিব গছৰ তলত আহত কপৌজনী পৰি ধৰফৰাব ধৰিছে। এনে অব্যৰ্থ সন্ধান সিহঁতৰ। তেতিয়া হয়তো বিজেতা বীৰৰ দৰে দুয়ো গৈ কপৌজনীৰ ওচৰ চাপিব আৰু মৃত কপৌজনী এহাতে, আনহাতে ফান্দ-বন্দুক লৈ ধীৰে ধীৰে নিষ্ক্ৰান্ত হ'ব দুই ধনুৰ্দ্ধৰ। চৰাই মাৰা আৰু মাংস খোৱা সিহঁতৰ নিত্য-নৈমিত্তিক কাম। তাৰ বাবে দুয়োকো কিমান গালি পাৰে মাৰে তথাপি ফান্দ নেৰে—কৰ্ম্ম নচাৰেও, কিন্তু এটা কথা ঠিক যে অভিভাৱকৰ বাহিৰে আনে সিহঁতক গালি নাপাৰে কাৰণ অইনৰ কাৰো গালি সিহঁতে সহ্য নকৰে। যদি গালি পাৰে আৰু এজনৰ মুখৰ পৰা যদি হঠাতে "মাৰ গুলী" শব্দ উচ্চাৰিত হয় তেন্তে আৰু ৰক্ষা নাই ; ক্ষণিক পিছতে দেখা যাব যে বিপক্ষৰ কাৰোবাৰ কপাল ফুটিছে নাইবা মূৰৰ পৰা ধাৰাসাৰে ৰঙাতেজ

বব ধৰিছে। সেই দেখি এই দুৰন্ত ল'ৰা দুটিক সকলোৱে ভয় কৰে।

এদিনাখনৰ কথা। মহাজনৰ বাৰীত সোমাইছে দুই বীৰ। উদ্দেশ্য আমখোৱা। গছত অৰ্জ্জুন, তলত পৱন। পকা পকা আম গছতে খাইছে অৰ্জ্জুনে আৰু তললৈও পেলাই দিছে। এনেতে মহাজনৰ চাকৰজন আহি পালে। দূৰৈৰ পৰা দেখি লাঠি লৈ মাৰ খেদা। পৱনে মাৰিলে লৰ, কিন্তু অৰ্জ্জুন? অৰ্জ্জুন গছৰ ওপৰত। চাকৰজনে তলৰ পৰা নানা তৰ্জন-গৰ্জ্জন কৰিব ধৰিলে। তাকে দেখি পৱনে দূৰৈৰ পৰা চাকৰজনক কাবৌ-কাকুতি কৰি কব ধৰিলে- 'হেৰ ককাই, অৰ্জ্জুনক নামি আহিবলৈ দে অ'। আমি আৰু আম নাখাওঁ।" চাকৰজনে পৱনৰ মিনতি শুনি ভেকাহি মাৰি উঠিল– "নামিব দিম নে? বাচাক আজি এশিকনি দিহে এৰিম।" এইবুলি কৈ সি এডাল দীঘল বাঁহ আনি সেই বাঁহেৰে খুচি অৰ্জ্জুনক মাটিত বগাৰাই দিবৰ যোজা কৰিলে। কথা বেগতিক দেখি পৱনে দূৰৈৰ পৰা সাৱধান বাণী শুনালে– খবৰদাৰ, বাঁহেৰে অৰ্জ্জুনক খুচিলে মই তোক গুলিয়াম।" তাৰ কথাত চাকৰজনে ধমক দি কলে–"ইহ্ বেটা বৰ বন্দুকধাৰী ওলাইছে। মোক ভয় দেখুৱাব খুজিছ? ৰহ তেন্তে।" এই বুলি কৈ বাঁহডাল ওপৰলৈ তুলি অৰ্জুনলৈ টোৱালে। একমুহূৰ্ত্ত পিচতে পৱনৰ মুখৰ পৰা আপুনা আপুনি ওলাল"-- "মাৰ গুলী।" অলপ পিচতে দেখা গ'ল চাকৰজনে আমৰ তলত বহি মূৰত হাত দি বহি পৰিছে। বাঁহডাল বাগৰি মাটিত পৰিল। গছৰ ওপৰত থকা অৰ্জুনৰ বুজিবলৈ বাকী নাথাকিল যে পৱনৰ গুলীৰ আঘাতত বেচেৰা চাকৰৰ মূৰ ফাটি তেজ বব ধৰিছে। এই ছেগতে অৰ্জ্জুনে নামি আহি মাৰিলে লৰ। দুয়ো বাৰীৰ বাহিৰ হৈ গৈ নদীৰ পাৰ উঠিল। লগতে যাওঁতে দুটা আনাৰস ছিঙি লৈ গ'ল আৰু নদীৰ পাৰত শিলৰ খোৰোঙত বহি দুয়ো খাবলৈ ধৰিলে। ইফালে বেচেৰা চাকৰজনৰ মূৰ ফাটি তেজ ববলৈ ধৰিলে আৰু মূৰত বৰ আঘাত পালে। তাৰ মূৰ আচন্দ্ৰাই কৰি আনিলে। বহুত সময় এনেকৈ বহি থকাৰ পিচত লাহে লাহে উঠিল্ আৰু এখোজ দুখোজ কৰি মহাজনৰ দোকানলৈ খোজ ললে। তাৰ গাৰ কাপোৰ তেজেৰে ৰাঙলী হৈ গ'ল। তাৰ এনে অৱস্থা দেখি মহাজনৰ ঘৰ খলক লাগি উঠিল। পানীৰে ধুই কাপোৰেৰে বেগেজ কৰি তাক বহুৱাই থলে আৰু সকলো কাহিনীৰ সম্ভেদ ললে। তেতিয়া দোকানঘৰ, চোতাল মানুহে ভৰি পৰিছে। মহাজন আৰু পুতেকহঁতে নানা তৰ্জ্জন-গৰ্জ্জন কৰিব ধৰিছে।

ইফালে নদীৰ পাৰত দুই দুষ্টই আম, আনাৰস, খাই হাঁহিব ধৰিছে। পৱনে হাঁহি কৈছে–"বেটাক একে গুলীতে খতম্ কৰিছো। বেচ জোঙা শিলগুটি আছিল; পাইছে মজাপালি বাপেকে। মূৰ ফাটিছে নিশ্চয়।"

"মোক কিন্তু আজি সি হানিলেহেঁতেন। তই ঠিক কৰিছ।" তাৰ পিচত আৰু

কিবাকিবি কৈ দুয়ো তাৰ পৰা উঠিল। পবনে দুটা পকা আম মোনাত ভৰাই ললে। এই দুটা সি তাৰ মৰমৰ বায়েক উমাক দিব। উমাই তাক বৰ মৰম কৰে। ইমান মৰম কৰে যে সতীয়া বায়েক বুলি সি ভাবিবই নোৱাৰে। সিও উমাক বৰ ভাল পায়। সি যদি কাৰোবাক মানে তেন্তে সেইজনী উমা ; যদি কাৰোবাক ভয় কৰে তেন্তে সেইজনী হৈছে উমা। উমাই খং কৰিলে সি আৰু সহ্য কৰিব নোৱাৰে। মাকক সি দেখিবই নোৱাৰে ; কাৰণ মাকে তাৰ মৰমৰ বায়েকজনীক মাৰি থাকে। মাকক সি “যখিনী” বুলি জোকায়। “যখিনী” বোলাৰ কাৰণ মাকৰ চুলি-কোচা বায়েকৰ দৰে দীঘল আৰু ধুনীয়া নহয়, বৰং চুটি আৰু কেকোৰা-কেকোৰি ভাঁজখোৱা। ইফালে তেলো প্ৰায় নঘহে আৰু চুচা-মাজাও নকৰে ; ফলত ‘যখিনী’ৰ দৰে জপৰাচুলি হৈ থাকে। সেইদেখি সি খং উঠিলে মাকক “যখিনী” বুলি জোকায়। ৰহস্য এই যে পুতেকে যিমানে জোকায়, মাকৰ তিমানে খং উঠে ; আনকি তাক মাৰিবৰ বাবে বাটলৈ খেদি যায়। তেতিয়া সি বেছিকৈহে জোকায়।

নদীৰ পাৰত আম, আনাৰস খাই উঠি যেতিয়া দুয়ো আহি গাঁৱৰ মূৰ পায় তেতিয়া দেখে যে কাণ্ড অদ্ভুত। বাটত মানুহৰ জুম। সিহঁত ভিৰাই মাৰিলে লৰ পুনৰ নদীঘাটলৈ। বাটতে আছে মহাজন। তেওঁৰ কাষত খুন হোৱা চাকৰজন ; পিচফালে হাতীৰ মাউত, ড্ৰাইভাৰ আৰু মহাজনৰ ডাঙৰ ল’ৰা দুজন। ইফালে সিহঁতৰ ঘৰৰ বাৰান্দাত মাকে থিয়হৈ কিবা কৈ আছে আৰু চোতালত থিয় হৈ বায়েক উমাই ডাঙৰ ককায়েকক কিবা কব ধৰিছে। ৰাস্তাৰ এমূৰে মূৰে-কপালে হাত দি বহি আছে পিতাক। জেঠায়েকে পিতাকক গালি পাৰিব ধৰিছে–“এনেকৈ ছলিক লাই দি তই আমাৰ সৰ্ব্বনাশ কৰিব ধৰিছ। ছলিক যদি শাসন কৰিব নোৱাৰা তেন্তে কথা বিষম হব মধু। মই নিজৰ ভাইৰ লৰা বুলি নাচাম,মাৰি ধৰি নি পুলিচক গতাই দিম। বোলে মোৰে বাৰীত গৰু চাৰে, মোৰে লৰাক ধৰি মাৰে। মোৰ বাৰীতে আম খায় আৰু মোৰ চাকৰকে খুন জখম কৰে। বেটাৰ ইমান তেজ! মই সহ্য নকৰিম। হয় আজি তই লৰাটো মোৰ আগত উলিয়াই দে, নহলে নিজে সাজু হ। আজি মই এশিকনি দিহে এৰিম। কুকুৰক লাই দিলে কান্ধত উঠে। মই আজি সুদাই নেৰিম। লৰাজনক ঘৰৰ পৰা বাহিৰ কৰ।”

মহাজন ককায়েকৰ ধমকত, ভীত হৈ মধুনাথে কলে–“মই কি কৰিম ককাইদেউ; সি কাকো নামানে। মোক সি খেৰকুটা যেনো নাভাবে। তোমাৰ যি ইচ্ছা তাকে কৰা।”

“তেন্তে তাক উলিয়াই দে?”

“সি ঘৰত নাই। ঘৰলৈ অহাই নাই। দিম ক’ৰ পৰা? আহিলে মই নি তোমাক গতাই দি আহিম ; তুমি কাটা মাৰা যি কৰা কৰিবা।”

"ঘৰলৈ অহা নাই? ভয়তে লুকাই থৈ মিছা মাতিছ; মিছা কৈ সাৰিবি ক'ত?"

উহ ৰাম ' মই মিছা কৈছোনে? তেন্তে তুমি নিজে গৈ চাই আহাগৈ।"

'লুকাই ৰাখিলে বিচাৰিলে পায়নে?'

ভাই শহুৰেকৰ এনে আকোৰগজালি কথা শুনি পবনৰ মাকে ওৰণিখন অলপ টানি লৈ ডাঙৰ ঘৰৰ বাৰান্দাৰ পৰাই ভতিজা ল'ৰা নগেনক চুতা কৰি ভাই শহুৰেকক উত্তৰ দিলে— "আমি লুকাই ৰখা নাই বুলি পিতেৰাক কোৱা নগেন। পবন দেখো দুপৰীয়াৰ পৰা ঘৰলৈকেই অহা নাই। নোহোৱা ল'ৰাজনক দিম ক'ৰ পৰা? আমাকনো ইমানে বিশ্বাস নকৰেনে?" তাৰ পিচত অলপ তঙকা মাৰি থাকি ক'লে—

"এনে বেটা মোক নালাগে। তাক মাৰি কাটি নদীত ভহাই দিয়াগৈ। মোৰ এনেখন কপাল আছিল ; হায়, হায়!!" পবনৰ মাকে কপালত চপৰিয়াই কান্দে। মাহীমাকৰ কান্দোনত উমাৰো কান্দোন ওলাল। তাই শেৱালীক কোলাত লৈ কান্দি কান্দি ডাঙৰ ককায়েকক কলে—"বিশ্বাস নকৰা যদি তুমি আহি ঘৰ সোমাই চাই যোৱা ডাঙৰ ককাই। মিছাতে আমাক সন্দেহ কৰিছা।"

"ঘৰ চালে কি হব উমা। তহঁতৰ পবনক সাৱধানে শাসন কৰিবি নহলে কেতিয়াবা ভাই বুলি আৰু নাচাম, চৰমাৰি দাঁত ভাঙি দিম।" উমাক তেনেকৈ কৈ নগেনে চাকৰজনক লৈ বকি জকি গুচি গ'ল। ইতিমধ্যে গাঁৱৰ মানুহ ভৰি পৰিছিল। নানাজনে নানা কথা ক'ব ধৰিলে। সুবিধা পাই আজি সকলোৱে মাতমাতি উঠিল। মানুহৰ তৰ্জ্জন-গৰ্জ্জন, ককৰ্থনা-বিকৰ্থনাত উমাহঁতৰ লাজ, অপমানৰ অন্ত নোহোৱা হ'ল। সকলোটিয়ে কান্দি-কাতি ভিতৰলৈ গ'ল।

মহাজনে পবনক বকি জকি গ'ল আৰু বাটত বলোৰামহঁতক লক্ষ্য কৰি কলে— "আৰু এই বেটা বলোৰ ভাই অৰ্জ্জুন! বেটা, মহাভাৰতৰ বীৰ অৰ্জুন ওলাইছে। তাক আজি কোবাই চাল ফালিম। ক'লৈ গল বলোৰাম?" খঙতে গৈ মহাজনে বলোৰামৰ নঙলামুখ পালে। নঙলামুখত দপ্দপাব ধৰিলে। এনেতে হাতীৰ মাউতে মাত লগালে-

"আমাৰ দোকানৰে মাল দেখো আনিবলৈ গৈছে বলোৰাম, মাতিলে ক'ত পাব? আহক, মিছাতে বকিলে একো নহয়। এই দুটা আমাৰ গাঁৱৰ অসুৰ ওলাল।"

"অসুৰৰ মই জীউ মাৰিম। আজি সি আহক বাপেকে। তাৰ মজাপালি দি এৰিম। তাক কিবা সি দস্যু কৰি বঢ়াইছে নেকি? দিন নাই, ৰাতি নাই ইয়াৰ বাৰী, তাৰ বাৰী মাৰি ফুৰিব আৰু ইঘৰৰ আম, সিঘৰৰ কঁঠাল খাই ফুৰিব। বেটা হনুমন্ত বীৰ ওলাইছে! তাক মই শিক্ষা দিহে এৰিম। একোখন কৰিছে মাকৰ মূৰ— ৰবৰৰ ফান্দ; তাকে লৈ চৰাই মাৰিব, ফল পাৰিব, আৰু মানুহকো খুন কৰিব। মোৰ চাকৰক খুন কৰে। ইহঁতৰ

মজা বাহিৰ কৰিহে এৰিম।”

এনেভাবে তৰ্জ্জন-গৰ্জ্জন কৰি মহাজন দোকানলৈ গ'ল। মানুহৰ জুমটোও গৈ দোকান পালে। মহাজনৰ মনত ভালৰি বোলাবলৈ বুলি নানাজনে কথা লগাব ধৰিলে অৰ্জুন আৰু পবনৰ ওপৰত। মহাজনে নানা তৰ্জন-গৰ্জন কৰি থাকিল। পুতেকহঁতে শান্ত হৈ নিজৰ নিজৰ কামলৈ গ'ল। তেতিয়াও কিন্তু মানুহৰ জুমটো দোকানৰ পৰা আঁতৰা নাই। মহাজনৰ সুযোগতে যেন যাৰ যি বিকাৰ আছিল পবন আৰু অৰ্জ্জুনৰ ওপৰত তাক ব্যক্ত কৰিলে। আজি যেন সিহঁতে এই দুষ্ট দুটাৰ বিৰুদ্ধে কবৰ সুযোগ পাইছে।

# তিনি

গধূলি ভাঙি ৰাতি হোৱাত দুয়ো আহি নিজৰ নিজৰ ঘৰ উঠিল। অৰ্জুন ঘৰ পোৱাত বলোৰাম অহাই নাই। ককায়েক অহাৰ আগে আগে সি খৰধৰ কৰি চাকি জ্বলাই বস্তু-বাহানিবোৰ পৰিপাটি কৰি থৈ দিলে। কানি-কাপোৰবোৰ ঠিক কৰি থৈ তাৰ ফান্দখন খেৰৰ পুজিৰ তলত লুকাই থৈ আহিল আৰু ভাত ৰন্ধাৰ যোগাৰ কৰিলে। সি আজি বৰ ভাল ল'ৰাৰ দৰে কামবোৰ কৰি গৈছে। আজিৰ এইখিনি সময়ৰ দৰে শান্ত আৰু কৰ্মী হোৱা হ'লে বোধহয় বলোৰামৰ শ্ৰীহীন গৃহস্থীখনত অলপ শ্ৰীবৃদ্ধিয়ে হ'লহেঁতেন। অৰ্জুন আজি এইখিনি সময়ত সঁচাকৈ ভাল ল'ৰা।

ইফালে পবনে সন্তৰ্পনে আহি বায়েক থকা কোঠাটোত গৈ সোমাই বিচনাত বহি বেজাৰমনে কাপোৰ চিলাই কৰি থকা বায়েকৰ আগত থিয় হৈ পকা আম দুটা মোনাৰ পৰা উলিয়াই বায়েকৰ আগত দি কলে—'ধৰ, খা বাইদেউ। বৰ মিঠা আম।' উমাই তাক দেখা পায়ে হঠাৎ ভূত দেখা পোৱা মানুহৰ দৰে একেথৰে তাৰফালে চাই ৰ'ল। তাই একো কোৱা নাই আৰু আম দুটিও লোৱা নাই। বহুপৰ একো নমতা দেখি পবনেজোৰ কৰি কৈ উঠিল-- "নধৰ কিয়? বৰ পকা, বৰ মিঠা। খাই পেলা। মই তোৰ বাবে আনিছো বাইদেউ। আই যখিনীয়ে দেখিলে এতিয়াই লৈ যাব।"

উমাৰ একো উত্তৰ নাই, কেৱল তাৰ চকুৰফালে অপলকনেত্ৰে চাই আছে।

এইবাৰ সি তাইৰ গাৰ ওচৰলৈ গৈ গাত এটা ঠেলামাৰি দি কৈ উঠিল—"আজি কি হ'ল? বেঙা হৈছ নেকি নামাত যে?" তাৰ পিছতো নমতা দেখি নিজে নিজে কৈ উঠিল "আজি বেঙা হৈছে ; নামাতে।" তথাপি উমাই মতা নাই। তাই তলমুৱা হৈ পুনৰ চিলাই কামত লাগিল। তাৰ অভিমান জন্মিল। কিমান যত্ন কৰি সি আম আনিছে ; নিজে নাখাই সুন্দৰ পকা আম দুটা আনিছে কাকো নেদেখাকৈ তাৰ মৰমৰ বায়েকলৈ; অথচ সেই বায়েকে তাক নামাতে। মাকে দেখিলে বায়েকক নিদি অকলে খাই পেলাব বুলি ভাবিয়ে সি ৰান্ধনি ঘৰলৈ যোৱা নাই। মনে মনে আহি বায়েকক যাচিছে। এনেস্থলত বায়েকে আদৰ কৰি মাতিব নালাগে উত্তৰকে নিদিয়ে। তাৰ বৰ অভিমান জাগে। মুখখন ওন্দোলাই সি বায়েকৰ কোঁচতে আম দুটি দলিমাৰি দি গুদ গুদাই কৈ যায় আপোন মনে "আজিৰ পৰা ময়ো নামাতো। একো নকৰো। দোকানলৈ যাব কলেও নাযাওঁ। স্কুললৈও নাযাওঁ বাপেকে। মই আৰু একো নকৰো।" সি নিজে নিজে কয় আৰু আঁতৰি যায়। ইমানতো নমতা দেখি সি কৈ যায়-- "মই আৰু ঘৰতো নাথাকো, ক'ৰবালৈ

গুচি যাম বাপেকে।" এনেকৈ অভিমান কৰি সি দুৱাৰমুখৰ বাহিৰ হৈ ওলাই যায়। এইবাৰ উমাৰ যেন তপস্যা ভাঙিল; বাধ্য হৈ মাত দিলে, কলৈ যায় এই দুৰন্তই তাৰ একো উহ পোৱা নাযাব এই ৰাতিখন। তাই গহীন সুৰত মাতিলে "পবন!"

পবনে থমকি ৰৈছে কিন্তু উত্তৰ দিয়া নাই। তাকে দেখি উমাই পুনৰ আদেশৰ সুৰত কলে- " পবন!"

এইবাৰ তাৰ খোজ লৰিল। ভিতৰ সোমাই আহি কলে– 'কি?

"এইফালে আহ।" তাই আদেশৰ সুৰত কয়। আদেশ পাই সি ওচৰলৈ আহে। তাই তাৰ ভৰিৰ পৰা মূৰলৈ এবাৰ চায়, হাতৰ বেজীটো থৈ প্ৰশ্ন কৰে– "তই জেঠাইঁতৰ আম কিয় পাৰিছ?"

সি তলমুৱা হৈ উত্তৰ দিয়ে– "মই পাৰা নাই, অৰ্জুনে পাৰিছে।"

"অৰ্জুনে আম পাৰিছে আৰু তই মানুহ মাৰিছ?"

সি নীৰৱ।

"আজি তোৰ পিঠি ফালিম। তই এনেকৈ নলগা তামোলত জেং বান্ধি ফুৰ, তোক আজি মই ভাল শিকনি দিম। তোৰ কাৰণে আমি সকলোৰে গালি খাব লাগে ; নামাতাই মাতে, গালি নাপাৰাই গালি পাৰে। আজি তোক ভাল শিক্ষা দিম।" এইবুলি কৈ তাৰ কাণখনত ধৰি টানকৈ এটা টিপামাৰি দি কয়। "কেনে পাইছ? ক আৰু এনে কাম কৰিবি নে?" সি বৰ দুখ পালে। কাণ-মুখ ৰঙা পৰি উঠিল। "উহ মৰিলো বাইদেউ, মই মৰিলো।" বুলি সি চিঞঁৰি উঠিল। তাৰ চকুৰে দুধাৰী চকুলো বৈ গ'ল। চাকিৰ পোহৰত তাৰ চকুলো দেখি বায়েকে হাত এৰি দিলে। তাৰ বেদনাক্লিষ্ট মুখখনি দেখি তাইৰো চকুলো আহিল। তাই তাক নেদেখাকে ৰিহাৰ আঁচলেৰে চকুলো মচি হুকুম কৰিলে– "দে তোৰ ফান্দখন?" সি ফেকুৰি কলে–" থৈ আহিছো, লগত নাই!"

"আৰু যদি ক'ৰবাত এনেখন কৰা শুনো তেন্তে হয় তোক মাৰিম নহয় মই মৰিম। তোৰ ফান্দৰ আজি জইন মাৰিম। যা, ক'ত ৰাখিছ লৈ আহ বেগতে।" ধমক দিয়ে উমাই।

সি তলমুৱা হৈ উচুপি উচুপি যাবলৈ ধৰিলে। হেন সময়তে মাক আহি হাজিৰ। উমাৰ ৰুমত গোলমাল শুনি পবন অহা বুলি অনুমান কৰি মাকে পাকঘৰৰ পৰা উধাতু খাই লৰি আহিছে। পবনক দেখামাত্ৰে চুলিকোচাত থাপমাৰি ধৰি গালত এটা খুন্দামাৰি দি দাঁত-মুখ চি পি চিঞঁৰি কলে–"আজি তোৰ মুখেৰে আম বাহিৰ কৰিম বাচা। তোৰ ইমান অতপালি। তই বাঘৰ চোঙত পোৱালি ধৰিবলৈ যাব ; তোৰ ইমান সাহ! আমো

খাবি আৰু চাকৰকো মাৰিবি? তোৰ কাৰণে মই লোকৰ গালি-মাত খাব লাগে ; আজি তোৰ পিঠি ফালিম।" এই বুলি কৈয়ে ৰণচণ্ডী মূৰ্ত্তি ধৰি তাঁত শালৰ খিলা এটা আনি উধাই মূধাই ধৰিলে কোব। কোব খাই সি চিঞৰি দিলে—"আই ঔ, মই মৰিলো ঐ।"

"মৰ, মৰ তই। মোক জ্বালাতন কৰি খালি। তোৰ দৰে বেটা মোক নালাগে ; তই মৰ। আজি তোৰ মুখেৰে মই সৰুকালিৰ পিয়াহ বাহিৰ কৰিহে এৰিম।" এনেকৈ কৈ আকৌ মুখতে কেইটামান ঘোচা। ঘোচা খাই তাৰ তেজ ববলৈ ধৰিলে। এনেতে উমাই উঠি গৈ তৎক্ষণাৎ মাকৰ হাত এৰুৱাই দি তাক নিজৰ গাৰে আঁৰ কৰি লৈ সাবটি ধৰি মাকক বাধা দিলে— "নামাৰিবি আই, তাক আৰু নামাৰিবি। তাৰ মুখেৰে তেজ ওলাইছে। তাক আৰু নামাৰিবি।"

"নামাৰিম? মাৰিমেই। সি মৰক। এনে বেটা মোক নালাগে।" এই বুলি কৈ খণ্ডতে আকৌ মাৰিলে কেই কোবমান। কিন্তু এইবাৰ এই কোববোৰ তাৰ গাত নপৰি পৰিল উমাৰ গাতহে। কোব খাই তাই চিঞৰিলে— "মই মৰিলো আই, মোক মাৰিলি।"

খঙৰ কোবত মাকে কলে— "মৰ বেটী, তয়ো মৰ। তাক আগুৰা মজাপালি বাহিৰ হ'ক।" আকৌ কোবাব ধৰিলে। কোব খাই উমাই চিঞৰি উঠিল— "উহ মই মৰিলো আই, মোক নামাৰিবি।" তাই কোব খাই আছে কিন্তু পবনক সাবটি ধৰিয়ে আছে যাতে তাৰ গাত কোব নপৰে। ঘৰৰ ভিতৰত এনে গোলমাল, চিঞৰ-বাখৰ শুনি বাহিৰত বহি জাকৈৰ দৈ তুলি থকা মধুনাথে দৈবোৰ এৰি ঘৰৰ ভিতৰলৈ সোমাই গ'ল আৰু এই হুলস্থূলখন দেখি কৈ উঠিল— "হেৰ কি হৈছে পবনৰ মাক? কিয় মাৰিছা ছোৱালীজনীক? ৰবা, থামাচোন থামা।" গিৰিয়েকৰ বাধাত বাধ্য হৈ ঘৈণীয়েকে কোবাব এৰি গালি ধৰিলে— 'বৰ চেনেহৰ জীয়েকে অযাইত পুতেকক লাই দি দি নষ্ট কৰিলে। মোৰ ল'ৰাটো তায়ে নষ্ট কৰিলে? তাক মাৰোঁতে তাই আগুৰে কিয়? মৰক তায়ো।"

"ৰ'বাচোন ৰ'বা। মই চাওঁ?"

পিতাক উমাৰ ওচৰ চাপে। তেতিয়াও উমাই পবনক এৰি দিয়া নাই ; পবনেও ভয়তে কুচিমুচি বায়েকৰ বুকুৰ মাজতে আশ্ৰয় লৈছে। তাৰ নাকেৰে টপটপকৈ তেজ বব ধৰিছে। সি ফেকুঁৰি আছে। উমাৰ গাত কোব পৰি কানি-কাপোৰবোৰ বিশৃঙ্খল হোৱা দেখা পালে। তাকে দেখি মধুনাথে ঘৈণীয়েকৰ হাতৰ পৰা মাৰিডাল কাঢ়ি নি কলে-

"ল'ৰা-ছোৱালীহালক মাৰি শেষ কৰিব খুজিছা নেকি? ৰ'বা, নামাৰিবা। মই যি কৰিব লাগে কৰিম।" এনেকৈ তাঁতশালৰ খিলাডাল হাতত লৈ উমাৰ কাষ চাপি কলে- "চাও উমা, তাক এৰি দে। মই তাক নামাৰো ; ভয় কৰিব নালাগে। কি কৰিছিল তাকেহে

সুখিম।" পবনক মাতে- "আহচোন পবন।" উমাই পিতাকৰ মনৰ শান্ত অৱস্থা দেখিবলৈ পাই পবনক এৰি দিলে। সি ফেকুঁৰি ফেকুঁৰি পিতাকৰ ওচৰত থিয় হয়। কাষতে থিয় হৈ থাকে উমা। দুৱাৰমুখতে থিয় হৈ ৰয় মাক। পিতাকে পবনৰ হাত এখনত ধৰি সোধে— "তই কিয় জেঠায়েৰাইঁতৰ আম চুৰ কৰি খাবলৈ গৈছিলি? সেই বজ্জাত আৰ্জুনটোৰ লগত কোনে তোক আম চুৰ কৰিবলৈ যাব দিছিল বদমাচ ?"

পবন নীৰৱ।

পিতাকে তাৰ হাতখনত ধৰি এটা জোকাৰ মাৰি সোধে- "এতিয়া নামাত কিয়? তোক আজি মজা দিম।"

মাকে দুৱাৰ মুখত থিয় হৈ বাট আগুৰি আছে কিজানি সি ওলাই দৌৰ মাৰে, যিহে দুষ্ট ল'ৰা। তাৰে পৰাই মাকে কয়— 'মাৰক বেটাক। মোক এনে কু-পুত্ৰ নালাগে। ই মৰিলেহে মই ৰক্ষা পৰো। কু-পুত্ৰ হোৱাতকৈ নিৰ্বংশ হোৱাই ভাল।"

পিতাকে ধমক দিয়ে —"নকৱ কিয় এতিয়া? ক'ত লুকাল তোৰ মুখৰ মাত?" পিতাকৰ ধমক আৰু মাকৰ খং দেখি তাৰ ভয়তে পেঁপুৱা লাগিল। সি কঁপিব ধৰিলে। আজি পিতাকেও মাৰিব। সি ভয়তে উচুপিব ধৰিলে। পিতাকে আকৌ ধমক দি টানমাৰি লৈ গ'ল গাৰ কাষলৈ— "এতিয়া উচুপিলে নহব। কব লাগিব, নহলে আজি তোক এশিক নি দিম। কচোন তোক আম চুৰ কৰিবলৈ কোনে যাব দিছিল? পিতাকৰ প্ৰশ্নৰ আচল উত্তৰ নাই কাৰণ চুৰ কৰিবলৈ তাক কোনেও কব নালাগে; সি নিজে চুৰ কৰিছে ; সি কেনেকৈ কয়? সেই দেখি সি উচুপিয়ে থাকিল। ইফালে পিতাক-মাকৰ খং দেখি উমাৰ ভয় লাগিল জানোচা তাক আকৌ মাৰে। সেইবাবে তাক সৰুৱাবলৈ তাই নিজে মিছাকৈ দোষ, গাত জাপি ললে। তাই কলে "তাৰ গাত দোষ নাই পিতা, দোষ মোৰ গাতে। ময়ে তাক আম আনিবলৈ যাবলৈ কৈছিলো।"

"তই তাক চুৰ কৰিব শিকাইছ? মিছা কথা।"

"মিছা নহয় পিতা, এয়া চাওঁক সি মোলৈ আম আনিছে।" তাই বিচনাৰ পৰা পকা আম দুটা আনি পিতাকক দেখুৱালে। পিতাক স্তব্ধ হৈ গুচি গ'ল। কি আচৰিত 'উমাই চুৰ কৰিবলৈ শিকাইছে' মাকে ওচৰ চাপি আহি আম দুটা চাই চিতি উমাক প্ৰশ্ন কৰে- - 'মিছা নকবি-উমা, সঁচাকে কচোন, তই তাক আম আনিবলৈ পঠাইছিলি?"

"হয় আই।"

"অ' সেই দেখিহে তই নিজে কোব খায়ো তাক আগুৰিছ? তই মোৰ ল'ৰাক নষ্ট কৰিলি। তোৰ ইমান খক? মোৰ ছলিক চুৰ কৰিবলৈ দি তই তোৰ খক্ পলুৱাইছ বেটি হাৰিতখাইতি? তোৰ যদি এনে লগত যোৱা খকে ধৰিছিল তেন্তে মোক নকলি কিয়?

কিমান আম লাগে মই দিলোহেঁতেন। তাকে নকৰি মোৰ ল'ৰাক লোকৰ বাৰীলৈ চুৰ কৰিবলৈ পঠাইছ? তই মোৰ ল'ৰাটো খালি। তোৰ শিকনিততো মোৰ ল'ৰাই মোক "যখিনী" বুলি জকোৰা হৈছে?' তেওঁৰ খং চৰি গ'ল। উমাক গালি ধৰিলে—"মোৰ ল'ৰাটি নষ্ট কৰিলি বেটি শাখিনী। মোৰ ঘৰখন জ্বালাতন কৰি হুতাহ পলোৱা নাই ; এতিয়া ল'ৰাটিক চোৰ বনাইহে এৰিবি। তেতিয়াহে তোৰ বুকু জুৰ পৰিব বেটি? তোক মই আজি—।"

এইবুলি খঙতে দাঁত চিপি উমালৈ চোচা ললে। গিৰিয়েকে দেখে যে কথা বিষম। তেওঁ তৎক্ষণাৎ বাধা দি কৈ উঠিল— "হাহা কি কৰা পবনৰ মাক; ৰবাচোন ৰবা।"

"ৰম আৰু কি? মোৰ ল'ৰা নষ্ট কৰিব আৰু মই সহি থাকিম? তাইৰ মই আজি দাঁত ভাঙিম।"

"তাইনো নিজৰ ভায়েকক নষ্ট কৰিব নে ? ৰবাচোন থামা।"

"নিজৰ হলে এনে নকৰিলেহেঁতেন। নিজৰ নহয় দেখিয়েতো এনেখন কৰিছে। সতীয়া ভায়েক নষ্ট হয় যদি হওক ; নিজৰে ভাল; এই ভাবিয়ে বেটিয়ে এনেকুৱা কুদিহা দিছে; সতীয়া ভাই কেনেকৈ বেয়া হয় পেটে পেটে তাইৰ সেইহে কামনা। বেটিৰ হিংসা হৈছে। তাইক আজি আৰু মই ঘৰত নাৰাখো। তাইক আজিয়ে খেদিম।"

"ছিঃ তেনে কথা নকবা পবনৰ মাক ; উমা তেনেবিধৰ ছোৱালী নহয়। তাই তাক বৰ মৰম কৰে। তাই তাক হিংসা নকৰে, মৰমহে কৰে।"

ঘৈণীয়েকে এটা ভেকাহি মাৰি হাতখন মেখেলাত ধমহ্কৈ মাৰি দি শব্দ তোলে আৰু ঠাট্টাৰ সুৰত কয়-- 'এহ আই ,এইখিনিও মই নজনা হলো। সতীয়া ভায়েকক মৰম কৰাৰ ছল দেখুৱাই যে নষ্ট কৰাবহে মতলব কৰিছে তাকো মই বুজি নাপাওঁ নে?"

'তুমি তেনে কথা নকবা পবনৰ মাক। তুমি যদি এতিয়াৰ পৰা সিহঁতৰ মনত এনে বিভেদ ভাব সুমুৱাই দিয়া তেন্তে ভবিষ্যৎ বৰ বিষম হব। সিহতৰ মনত আপোন-পৰ ভাব সোমাই নিদিবা আৰু সতীয়া বায়েক-ভায়েক হিচাপে ব্যৱহাৰ কৰিবলৈ নিদিবা।"

'মই দিম-নিদিম কি ; চেনেহৰ জীয়েকৰ মনতে তেনে ভাব হৈছে। শাওঁৰাগছ দুপতীয়া নৌহওঁতেই যখিনীয়ে বাহ ললে। আজিয়ে তাৰ প্ৰমাণ।"

"আঃ তুমিনো এইবোৰ কি কথা বকিছা?"

"এবা মোৰ ল'ৰা নষ্ট হব, আৰু মই মনে মনে থাকিম?"

মাকে খঙতে এইবাৰ গৈ উমাক মাৰিলে এক চৰ। বাপেকে মাকক টানি আনিলে। 'ছিঃ নামাৰিবা পবনৰ মাক, ছোৱালীজনীক নামাৰিবা। তাই মিছা কৈ দোষ গাত জাপি লৈছে।'

"মিছা নহয় তাই বেটি কম বস্তু নহয়।" তাৰ পিচত পুতেকৰ ওচৰলৈ গ'ল। পুতেকৰ ওপৰত উঠা খং উমাৰ গালে বাগৰিল আৰু হঠাতে অন্তৰত পুত্ৰস্নেহৰ সোঁতটো কোবাল ধাৰেৰে বৰলৈ ধৰিলে। গাৰ ওচৰলৈ গৈ পিঠিখনৰ কোবৰ চিনবোৰ পিহি চালে আৰু নাকৰ তেজবোৰ চাই দ বদৰ সুৰত কবলৈ ধৰিলে-"ইচ্ বাচাক মই বিনা দোষত ইমান মাৰিলো। উহ্ মই কি কৰিলো, মোৰ বাচাক মই বিনাদোষত মাৰিলো। এই বেটি ডাইনী, পিশাচীৰ দোষত মোৰ ল'ৰাৰ এনে বিলৈ হ'ল।-হৰি হৰি। এই মাকৰ মুৰখাতীৰ দোষত মোৰ ল'ৰাৰ গতি এনে হ'ল। হায়ৰে বেটি।" এইবুলি কৈ আকৌ উমালৈ চোচা ললে। পিতাকে আগুৰি ৰাখিলে। তাৰ পিচত পুনৰ পৱনৰ ওচৰলৈ আহি কান্দি কান্দি তাৰ গা-মূৰ পিহি কব ধৰিলে "আহ বাচা। আজিৰ পৰা আৰু এই ৰাক্ষসীৰ তই লগ নহবি।" ওৰণিখনেৰে গাটো মচি দি নাকৰ তেজবোৰ হাতেৰে মচি দি চকুলো মচি মচি তাক গালৈ টানি আনিলে আৰু মূৰটো বুকুৰ মাজত সোমাই লৈ আদৰ কৰিব ধৰিলে "ক'ত দুখ পালি বাচা? বৰ দুখ পাইছ? ইচ্ মই কি কাম কৰিলো" তাৰ পিচত দূৰৈত থিয় হৈ থকা উমাক দেখি হাতখন জোকাৰি জোকাৰি কব ধৰিলে-

"তই শাখিনীয়ে মোৰ ল'ৰাটি খালি। কেতিয়াবা মোকো তই গলত কামুৰি খাইহে এৰিবি'। বেটী দেখিবি, মইহে যদি বাপাৰ বেটী হওঁ তেন্তে তোৰো মই ভাগৰ পালি দিহে এৰিম। তোক নালে এৰি পাতে বাম। তোক যদি মই ঠিক লগাব নোৱাৰো তেন্তে ময়ো ৰত্ন ওজাৰ জীয়েক নহয়।"

তাৰ পিচত পুতেকক লৈ গ'ল আৰু বাহিৰ হৈ আহি যাওঁতে পৱনক কৈ গল "তয়ো যদি আজিৰ পৰা তাইৰ লগ হব তেন্তে চাবি বাচা।" পিচমুখ দি পুনৰ উমাক কয়-- "আৰু তয়ো যদি মোৰ ছলিক আজিৰ পৰা মাত তেন্তে মই তোৰ মুখ টিপি ভাঙিম বেটী নাক্কাটি।"

এনেকৈ গ্ৰাম্যগালি কেইযাৰমান পাৰি পুতেকক লগত লৈ ওলাই গ'ল পৱনৰ মাক। পাকঘৰলৈ নি তাক নাকমুখ ধুৱাই দি দি গা-মূৰ পিহি ক'লে— "বোপা, তই আৰু তাইৰ কথা নুশুনিবি। তাইতো তোৰ নিজা বায়েৰা নহয় যে, তোক নিজৰ ভায়েকৰ দৰে মৰম কৰিব। মৰম কৰা ছল কৰি তোৰ হতুৱাই বেয়া কাম কৰাই তাই নিজে সুবিধা কৰি লয়। সেইবাবেই চুৰ কৰিবলৈ পঠায়। তহঁতৰ বেয়া হলেই তাইৰ মনত আনন্দ। আজিৰ পৰা তই তাইক নামাতিবি, লগ নহবি। তোৰ নিজৰ ভনীয়েৰা আছে ; তাইৰ লগত ফুৰিবি। লোকৰ লগত লগ লাগিলে কি হব? তাই তোৰ শত্ৰু।" এনেকৈয়ে বিভেদৰ ভাব সুমুৱাই দি, আপোন-পৰৰ মন্ত্ৰ শিকাই নিৰ্ম্মলমনৰ চালুকীয়া

ল'ৰা-ছোৱালীবোৰক মাক বাপেকে নষ্ট কৰে। সতীয়া মাকসকল এই বিষয়ত ওস্তাদ।

ইফালে মাক-পুতেক ওলাই যোৱাত কমৰ ভিতৰতে ৰ'ল বাপেক জীয়েক। বাপেকে উমাক সুধিলে— "তই তাক সঁচাকৈয়ে চুৰ কৰিবলৈ শিকাইছনে উমা" "হয় ময়ে যাবলৈ কৈছিলো পিতা।"

"মোৰ বিশ্বাস নহয়। তই তাক ৰক্ষা কৰিবৰ বাবেহে তেনেকৈ কৈছ যেন অনুমান হয়। বাৰু যি কৰিলি কৰিছ, এতিয়া তাক সাৱধানে ৰাখিবি। ককাইদেউ বৰ ভাল মানুহ নহয়। কেতিয়াবা কিবা কৰি পেলাব ; আৰু এই দগাবাজ অৰ্জুনটোৰ লগ হবলৈ নিদিবি। তাৰ লগত পৰি ইয়ো দুষ্ট হৈ যাব ধৰিছে।"

এনেকৈ কৈয়ে পিতাক বাহিৰ হৈ গ'ল। উমাই আহি বিচনাত বহিল। তাই এবাৰ আম দুটাৰ ফালে চালে। বৰ পকা আম ; ভাল গোন্ধ ওলাইছে। মিঠা আম। পবনে মৰমতে তাইলৈ আনিছিল। কিমান ভাল পায় তাইক পবনে। তাইৰ মনত পৰে পবনলৈ। তাৰ অতীতৰ কথাবোৰ তাইৰ স্মৃতিৰ পটত উদয় হয়। ক'ৰবাত কিবা পালে লৈ আহি তাইক দিয়ে। ক'ৰবাত কিবা খালে মনে মনে আহি তাইক কয়। কোনো বস্তুৰে ভাগ তাইক নিদিয়াকৈ নাথাকে সি। যি কৰিবলৈ কয় তাকে কৰে বিনা বাক্যব্যয়ে, য'লৈ যাবলৈ দিয়ে তালৈ যায় বিনা প্ৰতিবাদে। এনেহেন মৰমৰ ভায়েক পবন। সেই পবনৰ মনত মাকে আজি বিষ ঢালি দিলে। তাইৰ আৰু তাৰ মাজৰ ব্যৱধান স্পষ্ট কৰি দি গ'ল। ইমান দিনৰ অজ্ঞেয় ৰহস্যৰ যেন সম্ভেদ দি গ'ল। সতীয়া বায়েক বুলি ঘোষণা কৰি দিলে তাৰ সমুখতে মাকে। উহ! তাই আৰু সহ্য কৰিব নোৱাৰে। তাই উচুপি উচুপি কান্দে। তাই ভাবে— তাইৰে দোষ হৈছে। তাক মাৰৰ হাত সৰুৱাবলৈ বুলি মিছা কথা কৈ নিজে দোষ গাত সানি লৈছে। মাক-পিতাকৰ কিলৰ হাত সৰুৱাবলৈ গৈ নিজৰ গাতে কিল পেলালে লগতে ভবিষ্যতৰ বাবে হ'ল ভয়ঙ্কৰ অপকাৰ। কোমলমৰ্তীয়া ল'ৰা-ছোৱালীৰ মনত মাহীমাকে বিষবৃক্ষ ৰোপণ কৰিলে। ফলত হয় সংসাৰ বিষাক্ত। আজি উমাহঁতৰো সেয়ে হ'ল গতি। কি কুক্ষণত আজি তাইৰ.......। তাই এতিয়া ভাবে, অনুতাপ কৰে- কিয় তাই তাক আম আনিবলৈ পঠোৱা বুলি কলে? মাৰিলে মাৰিব নিজৰ ল'ৰাক, তাত তাইৰ কি? তাই ভাবি-চিন্তি নিজে নিজে ধিক্কাৰ দিয়ে। বিকাৰতে, দুখতে হুমুনিয়াহ কাঢ়ি তাই হাতখন বিচনাত থয়। এনেতে হাততে লাগে আমটো। তাইৰ চমক ভাঙে। আম দুটা হাতত লৈ তাই আকৌ ভাবিবলৈ ধৰে। কিমান মৰম কৰে তাইক সি! কিমান ভাল পায় তাইক সি ! বাৰী ত চুৰ কৰি খোৱা আমৰ ভাগো তাইক নিদিয়াকৈ নাখায় সি । মোনাত ভৰাই আনি মনে মনে আহি তাইৰ হাতত দিয়ে। নামাতি গ্ৰহণ নকৰাত অভিমানতে সি কিমানবোৰ

কথা কৈছিল। সিও আৰু নামাতে ; সি ক'ৰবালৈ গুচি যাব ইত্যাদি কথা কৈ অভিমান কৰিছিল। এনেহেন ভায়েক তাইৰ পৱন। সেই পৱনক বাৰু তাই কেনেকৈ এৰে, কেনেকৈ পাহৰে? তাইৰ চকুলো ওলায়। বৰ আদৰৰ ভায়েক তাইৰ পৱন। আম দুটা চাই তাইৰ দুধাৰী চকুলো বৈ আহে— তাৰ প্ৰতি চেনেহত, গভীৰ মৰমত, হিয়া পমি যোৱা আদৰত। অন্তৰৰ সমস্ত দ্বিধা, সমস্ত অসূয়া খন্তেকতে শূন্যত বিলীন হৈ যায়। স্নেহৰ কোমল সলীলত ধৌত হৈ যায় অন্তৰ; নিৰ্ম্মল,পৰিস্কাৰ হৈ যায় বিষাদগ্ৰস্ত মন। অনুতাপ আৰু মৰমৰ অস্তত ই যেন মনৰ পৱিত্ৰীকৰণ।

আম দুটা তাই বৰ আদৰেৰে গাৰুৰ কাষত থৈ দিয়ে। ই যেন তাইৰ অতি মৰমৰ ভায়েকে অতিকষ্টে অৰ্জা ধন। তাইৰ মনত ,আমৰ মূল্য যেন আজি সোণৰ মূল্যতকৈও অধিক।

ৰাতি নীৰৱভাৱে খো ৱা-বোৱা হৈ গ'ল। আজি পৱনে মাকৰ লগত শুইছে। আনদিনা বায়েকৰ লগত শুৱে ; আজি কিন্তু তাক বায়েকৰ লগত শুব দিয়া নাই। মাকে নিজে লগতে ৰাখিছে। উমা আজি অকলে।

ৰাতি যেতিয়া বেছি হৈ আহিল ক্ৰমে ক্ৰমে উমাৰ মন বেয়া লাগি আহিল। আজি তাইৰ বিচনা শুদা— কাষত পৱন নাই। তাই ধৰফৰ চট্‌ফট কৰে। আজি যেন শূন্য বিচনা; শূন্য হিয়া। ইমান বেয়া লাগে উমাৰ! তাইৰ চকুলো আহিল। টোপনি নাহে। ঘনে ঘনে পৱনলৈ মনত পৰে। কাক তাই ভৰি ধুৱাই আনি বিচনাত বহুৱাই ভৰি মচি দিব, গাৰ কাপোৰ খহিলে কাক পিন্ধাই দিব, চেপি চেপি বেৰৰ কাষলৈ গৈ কোনে ভৰি দুখন তাইৰ গাত তুলি দি এটা চাপৰ খাব? কোনে ডিঙিত সাবটি ধৰি "বাইদেউ এটা সাধু ক" বুলি আবদাৰ ধৰিব? আজি আৰু একো নাই— শূন্য, সকলো শূন্য; শয্যা শূন্য, হৃদয় শূন্য, মন উদাস। অকলশৰে উমা। তাই ধৰফৰ চট্‌ফট কৰি আছে। উহ্! মৰমৰ জৰিগছত কি বিষাক্ত সৰ্প বগায়, যাৰ ফলত মানুহে স্থিৰচিত্তে থাকিব নোৱাৰে? মৰমৰ জৰিডাল বৰ আপদীয়া। ওৰে ৰাতি তাইৰ টোপনি নাই— অতদিনৰ পৱনৰ স্মৃতিবোৰে যেন তাইক জুমুৰি দি ধৰিছে। সেই সৰু কালৰেপৰা আজি বাৰ বছৰে-একযুগ তাই তাৰ লগত কটাইছে। আজি হঠাতে শূন্য হৈ গ'ল। তাই সহিব নোৱাৰিলে-চকুলোৰে গাৰু তিতি গ'ল।

মৰমৰ ভিতৰত, চেনেহৰ মাজমজিয়াত কেনেকৈ বিষম যাতনা পোত গৈ থাকে, নিদাৰুণ আঘাত ঢাকি থোৱা থাকে আজিহে তাই তাৰ উম পালে।

ইফালে পৱনৰো টোপনি নাই। মাকৰ লগত থকা তাৰ অভ্যাস নাই। তাতে আকৌ ভনীয়েক শেৱালিজনীও আছে। বাঁহৰ পাজলৰ চাং। তিনিজন থাকিবলৈ ঠেক হয়।

তাৰ কিন্তু এইবোৰৰ বাবে টোপনি নধৰা নহয়। তাৰ টোপনি অহা নাই এটা চিন্তাত। কিয় বাইদেৱে মিছা কথা কলে, সি ভাবে। তাকতো বায়েকে আম চুৰ কৰিবলৈ যাবলৈ কোৱা নাছিল,- আনকি সিহঁত যোৱা কথা বায়েকে কবই নোৱাৰে। জানিব পাৰিলে তাক আগতেই মানা কৰিলেহেঁতেন। সেইবাবেই সি বায়েকক নজনাকৈ গৈছিল। তেনেস্থলত কিয় বায়েকে মিছা দোষ গাত মেৰিয়াই ললে তাকে ভাবি থাকোতে তাৰ টোপনি নহা হ'ল। সি শেষত বুজিব পাৰিলে যে তাক মাক-পিতাকৰ কিলৰ হাত সৰুৱাবৰ বাবেই বায়েকে তেনেকৈ কৈছে। পিছে তাৰ কাৰণেই যে মায়েকে বায়েকক গুমুৰিয়াই আছে আৰু তাক বায়েকৰ লগ হবলৈ মানা কৰিছে? এতিয়া বাৰু সি কি কৰিব? এনেদৰে চিন্তা কৰি থাকোতে তাৰ গাত এটা মহে কামোৰ মাৰি দিলে। "উহ্" বুলি উঠি খঙতে সি মহটো চাপৰ মাৰি পেলালে। অকল মাৰিয়ে সন্তুষ্ট নহৈ শেষত পিহি গুৰি কৰি পেলালে। কাৰোবাৰ খং কাৰোবাৰ ওপৰত জাৰিলে। এয়েতো মানৱ প্ৰকৃতি।

তাৰ আকৌ বায়েকলৈ মনত পৰিল। বায়েক থকা হ'লে তাক এনেদৰে মহে খাব নোৱাৰিলেহেঁতেন। সি বাগৰ দিলে বায়েকে তাৰ গাৰ কানি-কাপোৰবোৰ ঠিক কৰি দি আঁঠুৱাখন ভালকৈ দিহে শুৱে। আজি কিন্তু মায়েকে একো কৰা নাই। সৰু আঁঠুৱা। দুজনকে ধৰে। তিনিজন থাকিব লাগিলে আঁঠুৱাৰ বাহিৰ ওলাই আহিব লগা হয়। সেইদেখি মহে খায়। তাৰ বৰ খং উঠে। সি মনে মনে ভাবে—বায়েকৰ ওচৰলৈ গুচি যাব নেকি? কিন্তু নোৱাৰিলে। মাকক ভয় কৰিলে। যিহে বাঘিনী মাক সাৰ পালে তাৰ ফালে আৰু বাৰ বাজিব! নিতান্ত নিৰুপায় হৈ বায়েকৰ কথা ভাবি ভাবি পৰি থাকিল। বায়েকৰ কথা মনত পৰি তাৰ কোমল অন্তৰখনি কান্দি উঠিল। বহুপৰ চকুলো টুকি সি উঠি বহিল। মাক সাৰে আছেনে নাই চাই ললে। মাক তেতিয়া গভীৰ টোপনিত। সি বিচনাত বহি ভাবিব ধৰিলে। সি এইবাৰ ভাবিলে—বাৰু কোনে তাৰ কথা মাকৰ আগত আহি কলে? নিশ্চয় জেঠায়েকে আহি গালি পাৰি মাক-পিতাকৰ আগত কৈছে; নহলে মাকে কেনেকৈ জানিব ইমানবোৰ কথা? জেঠায়েকৰ ওপৰত তাৰ ভয়ানক খং উঠিল। "পেটুলা জেঠাক মই পেট ফুটাম বাপেকে একেগুলীতে।" সি মনতে দৃঢ়তাৰে কয়। সি মনে মনে বুদ্ধি পাঙিলে। ৰাতিপুৱাতে দোকানলৈ গৈ জেঠায়েকৰ পেট চাই সি গুলী মাৰিব। জেঠায়েকৰ কথা সি যিমানে ভাবিব ধৰে, খঙৰ কোব সিমানে চৰে। সি খঙতে মনতে কলে— "সিহঁতৰ মই ছাগলীৰো কাণ কাটিম; খাহীটোৰো ঠেং ভাঙিম। দোকানৰ কুকুৰটোক এক গুলীত মূৰ ভাঙিম। লবীৰ গ্লাচখনো ভাঙিম; বাগানৰ সব বস্তু নষ্ট কৰিম।" এনেভাবে মহাজনৰ সকলো প্ৰকাৰে অন্যায় কৰিব বুলি সি মনে মনে

প্ৰতিজ্ঞা কৰিলে। এইফালে যে ৰাতি পুৱা হ'ল তাৰ গমেই নাই। কাউৰীয়ে কা কা কৰাত তাৰ চেতনা আহিল। সি বুজিলে ৰাতি পুৱাল। নাজানো তাৰ সংকল্পবোৰ সি কি কৰে।

# চাবি

বহুত ৰাতি হোৱাতহে বলোৰামে ঘৰ পালে। গাড়ীৰ কেৰেয়া মাৰি আহোঁতে তাৰ আজি পলম হ'ল। অৰ্জুনে কোনোৰকমে ভাত চাৰিটা সিজাই দালি অলপ ৰান্ধিছে আৰু পুৰৈশাক অলপ ভাজিছে। ভৰিহাত ধুই বলোৰামে ভাত খাবলৈ বহিল। অৰ্জুনে ইতিমধ্যে খাই উঠিছে। ককায়েকৰ কাৰণে এটা আম ভাতত দি থৈছিল, উলিয়াই দিলে। ভাত কেইটা কোনোমতে খাই উঠি বলোৰামৰ ভাগৰ লাগিল; বিচনাত গৈ বাগৰ দিলে। এবাৰ যি পৰিল—ৰাতিৰ ভিতৰত আৰু সাৰি-শব্দ নাই, যেন মৰা মানুহহে। একেবাৰে পুৱা সাৰ পালে। সুস্থ স্বাস্থ্য আৰু কায়িক পৰিশ্ৰমৰ ফলত তাৰ গভীৰ নিদ্ৰা।

ৰাতিপুৱা টোপনিৰ পৰা উঠি মুখ-হাত ধুই বাৰান্দাৰ পীৰাখনত বহিছেহে মাত্ৰ এনেতে ছোৱালীজনী কোলাত লৈ আহি পৱনৰ মাক উপস্থিত। ওচৰা-ওচৰি ঘৰ যদিও পৱনৰ মাকে তাৰ ঘৰলৈ প্ৰায়ে নাহে। ইয়াৰ কাৰণ বোধহয় উমাৰ লগত বলোৰামৰ ভাল হোৱাটোও হ'ব পাৰে। মুঠৰ ওপৰত তেওঁ তাক পচন্দ নকৰে। আজি হঠাতে এনেভাৱে ঢলপুৱাতে ওলোৱা দেখি সি থৰ হৈ চাই ৰ'ল। চোতাল পোৱাত সি উঠি আহি হাঁহি মাৰি মাত লগালে— "আজি মোৰ কি সৌভাগ্য যে খুৰীদেউ আহি ৰাতিপুৱাতে পদ-ধূলি দিলে। অ' অৰ্জুন, তৎক্ষণাৎ পীৰা এখন লৈ আহ, খুৰীদেউ আহিছে। আহা খুৰীদেউ আহা।" এইবুলি থিয় হৈ খুৰীয়েকক আগবঢ়াই নিলে আৰু পীৰাখন আগবঢ়াই বাৰান্দাত বহিব দিলে। পৱনৰ মাকে নবহি থিয় হৈয়ে ৰ'ল আৰু কলে— "সৌভাগ্য নহয়, দুৰ্ভাগ্যহে তোমাৰ। আজিৰ পৰা তোমাৰ আমাৰ বাট মৰিল।" খুৰীয়েকৰ মুখৰ ফালে চাই সি আচৰিত হৈ সোধে— "কি হৈছে খুৰীদেউ?"

"কি কম, তোমাৰ গুণৰ মানিক ভায়েৰাক সোধা।" তেওঁ অৰ্জ্জুনক দেখুৱাই দিয়ে। বলোৰামে অৰ্জ্জুনৰ ফালে চায়। অৰ্জ্জুন শিল পৰা কপৌৰ দৰে থিতাতে থিয় হৈ ৰয়। পৱনৰ মাকে কয়— "যোৱাকালি তোমাৰ ভায়েৰাই আমাৰ পৱনক মাতি নি আমাৰ ভাইশহুৰৰ বাৰীত গৈ আম চুৰ কৰিছে আৰু চাকৰজনকো খুন কৰিছে। আবেলি ভাইশহুৰে আমাক দেখুৱাবৰ বাবে আহিছিল। আৰু লগ পালে পৱনকো এশিকনি দিম বুলি আহিছিল। তাক মাৰিবও। তোমাৰ লগত তেওঁলোকৰ লেনদেন্ আছে। তুমি তেওঁলোকৰ দোকানৰ মালপত্ৰ আনি দিয়া; গতিকে তোমাক ক্ষমা কৰিব। কিন্তু আমাক কিয় এৰিব? এনেয়ে পুখুৰীটোৰ কাজিয়া চলি আছে আমাৰ লগত তেওঁলোকৰ, তাতে এনে এটা চুতা পালে সুদাই এৰিবনে? ছলহে চাই আছে! যাতে তোমাৰ ভায়েৰাক

লগ হ'ব নিদিয়া।"

"বহাচোন খুৰী বহা। মইতো একো জনা নাই।"

"মই নবহো। মই এই বাহী চোতালত বহিব আহিছোনে? কেৱল সাৱধান কৰি দিলো যাতে তোমালোকে মোৰ ল'ৰাটি নষ্ট নকৰা।"

"শুনা খুৰী, এটা কথা কওঁ–।"

"কি কথা?" বাটলৈ গৈ থমকি ৰয়।

"ইহঁত দুটাৰ লগ ভাঙিব নোৱাৰি। মই থাকো বাহিৰে বাহিৰে; মই নথকাত ই দুষ্টামি কৰি ফুৰে। গতিকে তুমিয়ে তাক নজৰ কৰিবা। সৰুতে আই-বোপাই মৰি গল; ই হ'ল মোৰ গলগ্ৰহ। সি নমৰিলে মই কি কৰিম খুৰীদেউ?"

"এনেকৈয়ে ভায়েৰাক লাই দি তুমি নষ্ট কৰিছা; তোমাৰ ভায়েৰা নষ্ট হ'লে আমাৰ একো কৰলৈ নাই। কিন্তু মোৰ ল'ৰা নষ্ট কৰিলে মই মজাপালি দিম।"

"মই লাই দিয়া বিধৰ লোক নহয় খুৰী। কিন্তু কি কৰিম, মইয়ে ঘৰত থাকিব নোৱাৰো আৰু মই নহলে সি বদমাচে স্কুললৈ নগৈ বজ্জাতি কৰি ফুৰে। সেইবাবেই কৈছো যে তুমি তাক শাসন কৰিবা। মোৰো বৰ উপকাৰ হ'ব।"

"তোমাৰ যিহে গুণৰ মানিক ভায়েৰা, তাক শাসন কৰিম? হৈছে। নিজৰ ছলি সামৰিব নোৱাৰো আৰু লোকৰ ল'ৰা চম্ভালিম? মোৰ বাপৰো শক্তি নাই। তোমাৰ ভায়েৰাক শাসন কৰিব নোৱাৰা, নকৰিবা, কিন্তু মোৰ ল'ৰাৰ লগ হ'ব নিদিবা। দিলে কথা বেয়া হ'ব। তোমাৰ লগত আমাৰ অহা-যোৱা বন্ধ হৈ যাব।" এই বুলি কৈ তেওঁ হন্ হন্ কৈ গুচি গ'ল। বলোৰামে অৰ্জ্জুনক মাতি আনি ধমক দিলে-"কুঁকুৰ, তই স্কুললৈ নগৈ দিনৰ দিনটো ইয়াৰ আমবাৰী, তাৰ কঠালবাৰীলৈ গৈ ইমান উপদ্ৰৱ কৰি ফুৰিবি আৰু মোক লোকৰ গালি খুৱাই মাৰিবি? তোক আজি মজা দিম। বাহীমুখে মই লোকৰ গালি-মাত শুনিব লগা হলো। নামাতাই মাতে, নবকাই বকে। তোৰ কাৰণে মোৰ নাক কটা গ'ল। তোক আজি ভাল শিকনি দিম।" এই বুলি কৈ তাক টানি আনি চুলিকোচাত ধৰি মাৰিলে এক চাপৰ পিঠিতে। চাপৰ খাই অৰ্জ্জুনে বাগৰি পৰিল আৰু কানি-কাপোৰে পেচাব কৰি দিলে। সাধাৰণ চাপৰ হ'লেও বলোৰ বলিষ্ঠ হাতৰ আঘাত কম নহয়। সৰু ল'ৰা কিয়, ডাঙৰেও তাৰ চাপৰ, ভুকু বা চৰ সহ্য কৰিব নোৱাৰে। এই ৰাতিপুৱাতে এনে অপ্ৰীতিকৰ কাণ্ডখন হৈ যোৱাত তাৰ বেয়া লাগিল। সি একো নোখোৱাকৈ গৰুহালক উলিয়াই পথাৰলৈ লৈ গ'ল। চাপৰ খাই কানি-কাপোৰে পেচাব কৰি অৰ্জ্জুনে নিজে নিজে উঠিল আৰু কান্দি কান্দি ঘৰৰ ভিতৰলৈ গৈ বিচনাত পৰি থাকিল।

গৰু হালক পথাৰত এৰাল দি বলোৰাম ঘৰলৈ ফিৰিছেহে, এনেতে দোকানৰ পৰা মহাজনে চিঞৰি সুধিলে– "হেৰ বলোৰাম, এই ফালে আহ্।

মহাজনৰ মাত শুনি বলোৰাম দোকানৰ সমুখলৈ আহিল।

'কি কয় জেঠা।" সি দোকানৰ বাহিৰৰ পৰা সোধে।

"বহ।" মহাজনে বেঞ্চখনত তাক বহিবলৈ নিৰ্দ্দেশ দিয়ে। সি বহে। মহাজনে কবলৈ আৰম্ভ কৰে-"তোমাৰ ভায়েৰাৰ কাণ্ড-কাৰখানাৰ কথা শুনিছনে নাই?"

"অলপ গম পাইছো জেঠা। ৰাতিপুৱাতে পবনহঁতৰ খুৰীয়ে আহি কলে। তাৰ বাবেইতো তাক এক চাপৰ মাৰি কানি-কাপোৰে মুতাই দিছো এতিয়াই।"

"এৰা তাক সাৱধানে ৰাখিবি। সি একেবাৰে নষ্ট হৈ গৈছে। আমাৰ মধুদৈত্যৰ ল'ৰা পবন বায়ুৰাজৰ লগ হৈ সি এইবোৰ কৰি ফুৰে। তাক পবনৰ লগ হোৱা বন্ধ কৰি দিবি। স্কুলক যাবলৈ নকওঁ, কাৰণ দুখীয়া মানুহ পঢ়িবৰ বাবে খৰচ নহব, কিন্তু কাৰোবাৰ ভাত ৰান্ধনি কৰিতো তাক পঠাব পাৰ? গুৱাহাটী-চুৱাহাটীলৈ কোনোবা বাবুৰ ৰান্ধনি কৰি পঠাই দে, নহয় কাৰোবাৰ দোকানত, বিশেষকৈ চাহ দোকানত চাহ দিয়া ল'ৰা কৰি পঠাই দে। তাত তোৰ দিগদাৰিও আঁতৰিব আৰু দুটা পইচাও পাবি। তাকে নকৰি তাক এনেকৈ ধিতিঙালি কৰি ফুৰিব দি তোৰো বেয়া কৰিছ আৰু অইনৰো অন্যায় কৰিছ। এই বেয়া বস্তুবোৰ গাঁৱৰ পৰা আঁতৰত থাকে মানে গাঁৱৰ মঙ্গল।"

"মোৰ আয় হব নালাগে জেঠা, কেৱল সি ভাল হলেই মোৰ আয় হোৱা বুলি ধৰি লম। তাক মই স্কুললৈ যাবলৈ ইমান কৈছো, সি নুশুনে। থাকিলে যায় আৰু স্কুল ছুটী হলে ল'ৰাবোৰৰ লগত একেলগে ঘৰলৈ নাহে। এনে অৱস্থাত তাক কি কৰো একো ভাবি পোৱা নাই।"

"তাক ভাল কৰিব লাগিলে তই তাক কোনো এজনৰ লগত গুৱাহাটীলৈ পঠাই দে। কোনো বাবুৰ লগত থাকিলে সি ঠিক হৈ যাব।"

"সৰুতে আই পিতা মৰি গ'ল। তাক লগত লৈয়ে মই কোনোমতে আছো। এতিয়ানো তাক ক'লৈ পঠাওঁ জেঠা–।" সি নিৰুপায়ৰ সুৰত কয়। তাৰ ভাতৃস্নেহৰ ভাবত মহাজনৰ গা পিৰপিৰাই যায়। খং কৰি কৈ উঠে– " এনেকৈ লাই দি দি তই তাক বঢ়াইছ। ক'লৈকো যদি নপঠাব তেন্তে ঘৰতে বান্ধি ৰাখিবি। আমাৰ ইমান অন্যায় .কৰিলে আমি সুদাই নেৰিম। তোৰ ভায়েৰাৰ মৰমত তই পমি যা, গলি যা, আমাৰ তাত আপত্তি নাই, কিন্তু আমাৰ অন্যায় কৰিলে তই ক্ষতিপূৰণ দিব লাগিব। নহলে

আমি পুলিচক গতাই দিম। তাক কিবা তই গোসাঁনীৰ যাঁড় বঢ়াইছ নেকি? তোমালোকে বাৰু কি কোৱা?”

মহাজনৰ কথাত দোকানলৈ মাল নিবলৈ অহা মানুহবিলাকে “হয় হয়” বুলি মহাজনৰ কথাত হয়ভৰ দিলে। কথাৰ পেঁচত পৰি কথা কব নজনা হুজুৱা বলোৰামে কলে— “মই তাক মাৰি সৰি কৰিম।”

এনেভাবে ভায়েকৰ বাবে জব্দ হৈ বলোৰামে সেমেনা সেমেনি কৰি ঘৰলৈ আহিল। ভায়েকৰ ওপৰত তাৰ বৰ খং উঠিল। আজি তাৰ .কাৰণেই সি অপমান পাব লগা হ'ল; নিজৰ মানুহে এনে কটু কথা কলে।

সিদিনাৰে পৰা কড়া নজৰ পৰিল অৰ্জ্জুনৰ ওপৰত। কিন্তু কি হব? ককায়েক বাহুবলত যেনে বলী; ভায়েক বুদ্ধিবলত তেনে বলী। বলোৰামৰ শক্তি, প্ৰকাশ পায় বহিৰিন্দ্ৰিয়েৰে— অৰ্জ্জুনে শক্তি প্ৰকাশ কৰে অন্তৰ্বেন্দ্ৰিয়েৰে। সি গাড়োৱান মানুহ। গাড়ী লৈ ওলাই যোৱাৰ পিচত কোনোৱে হকাবধা কৰোঁতা নোহোৱা অৰ্জ্জুনে মহাভাৰতৰ অৰ্জুনৰ দৰে গাঁওখন লণ্ডভণ্ড কৰি দিয়ে। তাতে আকৌ অৰ্জ্জুনৰ লগত কৃষ্ণ-সাৰথি হোৱাৰ দৰে পবন বীৰ লগ লাগিলে আৰু কোনে মাতে- বনৰ চৰাইৰ পৰা গছৰ ফল মূললৈকে কাৰো নিস্তাৰ নাই; খাণ্ডবদাহৰ দৰে এফালৰ পৰা মষিমূৰ কৰি নিয়ে। এই ঘটনাৰ পিচত প্ৰায় দহদিনমান দুয়োৰো লগ হোৱাত বাধা হৈছিল, পিচে লাহে লাহে দিন পলম হোৱাৰ লগে লগে স্কুলৰ পৰা আহোঁতে বাটতে দুয়ো চকু টিপিয়াই ইঙ্গিত দিয়া কৰিব ধৰিলে। ফলি-কিতাপ ঘৰত থৈ আহি গৰু অনা চুতা কৰি পবন হাজিৰ হ'ব নদীৰ ঘাটত আৰু অভিভাৱক অনুপস্থিত জানি মহাবীৰ অৰ্জ্জুন আহি ওলাব তাতে। তাৰ পিচত লঙ্কাকাণ্ড আৰম্ভ। কাৰ কিমান টেঙা, কাৰ কিমান তিয়ঁহ, বাঙি, ডালিম গৈ সিহঁতৰ পেটত আশ্ৰয় ল'ব তাৰ লেখ-জোখ নাই। এনেদৰে এই দুৰন্ত ল'ৰা দুটিৰ উৎপাত ক্ৰমে বাঢ়ি যাব ধৰিলে।

এনেকৈয়ে পুনৰ আৰম্ভ হ'ল সিহঁতৰ দৌৰাত্ম্যৰ অধ্যায়।

কিছুদিন যোৱাৰ পিচতে হঠাতে এদিন মনত পৰিল যে সি জেঠায়েকহঁতৰ ছাগলীৰ কাণ কটা, ঠেং খোৰা, কুকুৰটো মৰা, মটৰৰ আয়না ভঙা আদি প্ৰতিজ্ঞা কৰিছিল। আজি হঠাতে মনত পৰি তাৰ মনটো সেইফালে গতি কৰিলে। পিচদিনা খুব পুৱাতে উঠি নদীৰ ভাঁজত শিলৰ আঁৰত চুপি থাকিল আৰু তাৰ ফানখন ঠিক কৰি ৰাখিলে। আজি সি মটৰৰ আয়না ভাঙিব। মটৰ এই ফালেৰে আহিলে আঁৰৰ পৰা লাগি যাব। হঠাতে হৰ্ণ দিয়া শব্দ তাৰ কাণত পৰিল। সি প্ৰস্তুত হ'ল। নিশ্চয় লৰী আহিছে। শিলৰ আঁৰৰ পৰা সি এৰিলে গুলী। শিলৰ গুলী পৰি লৰীৰ আয়না ভাঙি ফাটি গ'ল। ভাগ্য

ড্ৰাইভাৰৰ চকু নষ্ট নহ'ল। গুলী ৰবিয়ে সি আঁৰে আঁৰে শিলৰ মাজেৰে গৈ জেঠায়েকহঁতৰ বাৰীত সোমাল। বাৰীৰ মাজত দৰখ দি থোৱা ছাগলীজনীৰ ঠেংখন ভাঙি জোপোহাৰ মাজেৰে গৈ স্কুলঘৰ ওলাল। তেতিয়া স্কুলৰ সময় হৈছিল। বাটতে সি পেটলগুৰ মোনাৰ পৰা ফলি কিতাপ উলিয়াই লৈ গৈ শ্ৰেণীত বহিল। সিদিনা সি শান্ত-শিষ্ট ভাল ল'ৰাৰ দৰে পঢ়িছে আৰু আবেলি স্কুল ছুটীৰ পিচতহে ঘৰলৈ আহিছে। সি আজি অৰ্জ্জুনৰ লগত বহা নাই আৰু লগতো অহা নাই।

ইফালে মহাজনৰ ঘৰত হুলস্থূল লাগিছে। একে সময়তে মটৰৰ আয়না ভাঙিল আৰু ছাগলীৰ ঠেং খোৰা হ'ল। এই কাম বাৰু কাৰ হ'ব পাৰে? নানা আলোচনাৰ পিচত স্থিৰ হ'ল যে পবন আৰু অৰ্জ্জুনৰ দ্বাৰা এই কাম হৈছে। তৎক্ষণাৎ সিহঁতৰ ঘৰলৈ মানুহ পঠাই খবৰ কৰা হ'ল। কিন্তু জানিব পাৰিলে যে দুয়ো স্কুললৈ গৈছে। স্কুলত খবৰ ল'লে সিহঁত শ্ৰেণীত উপস্থিত আছেনে নাই। পণ্ডিতে ক'লে যে সিহঁত দুটা আজি বৰ ভালকৈ পঢ়ি আছে। এইবোৰৰ পৰা একো জানিব নোৱাৰি মহাজনৰ বৰ চিন্তা হ'ল। তেওঁ ভাবি ভাবি উলিয়ালে যে কোনোবা শত্ৰু মানুহে এই কাম কৰিছে, তেওঁৰ অনেক শত্ৰু। ধনী মানুহে সদায় জানে যে তেওঁৰ পিচত এদল শত্ৰু বৈ আছে অন্যায় কৰিবলৈ; বিশেষকৈ অন্যায়কৈ ধনী হোৱা মানুহে সদায় এই কথা ভাবে। স্বাৰ্থপৰ মানুহে জগতৰ মানুহক স্বাৰ্থপৰ বুলি জ্ঞান কৰাৰ দৰে অন্যায় কাম কৰি ধনী হোৱাসকলেও আনে সদায় অন্যায় কৰিব বুলি ভাবে। মহাজন সতৰ্ক হ'ল। তেওঁৰ গাৰ ছাঁটোৰে শত্ৰু বুলি ভাবে। মহাজন সিদিনাৰ পৰা সদায় সন্ত্ৰস্ত। চাকৰ-বাকৰকো সতৰ্ক থাকিবলৈ পৰামৰ্শ দিলে।

ইফালে শান্ত-শিষ্ট ল'ৰাৰ দৰে ফলিপুথি হাতত লৈ পবন আহি ঘৰ চাপিল। গৃহস্থেও একো ত'ত ধৰিব নোৱাৰিলে। পবনৰ দ্রুত ক্ৰিয়া। ল'ৰাৰ মতিগতি ভাল হোৱা অনুমান কৰি মাকে মৰম কৰি তাক ভাত খাবলৈ মাতি নিলে।

ভাতৰ পাতত মাকে জনালে যে আজি কোনোৱাই জেঠায়েকহঁতৰ লৰীৰ আয়না ভাঙিছে আৰু ছাগলীজনীৰ ঠেং খোৰা কৰিছে। তেওঁলোকৰ মানুহে ঘৰলৈ তাক বিচাৰি আহিছিল। পিচে স্কুললৈ যোৱা বুলি কোৱাতহে ফিৰি গ'ল। মাকে সুধিলে— "তই কিবা জান নেকি বোপা?" ভাত এগৰাহ মুখত ভৰাই কেঁচা জলকীয়াটোত এটা টানকৈ কামোৰ মাৰি ছিঙি লৈ সি কৈ উঠে— "দুৰ চালা! বদমাচ।" মাকে তাৰ মূৰ পিহি আদৰ কৰি ক'লে— "সিহঁতৰ তালৈ নাযাবি বোপা; সিহঁতে আমাক দেখিব নোৱাৰে; হিংসা কৰে। তোক পালেতো খাই পেলাব খোজে। তই নাযাবি বোপা।"

"ঠিক আছে।" সি উত্তৰ দিয়ে আৰু গহীনভাৱে খাবলৈ ধৰে। পেটে পেটে কিন্তু পৰম খুচি সি আজি ।

# পাঁচ

গাঁৱত অপুত্ৰিকা বিধবা থকা বৰ বিপদ। তাতে আকৌ যদি বিধবাজনী ৰূপহী আৰু ডেকাবয়সৰ হয় তেনেহ'লে আৰু গুৰুতৰ । নানা বদ্নামে তিৰোতাগৰাকীক বিখ্যাত কৰি তোলে। অৱশ্যে বহুক্ষেত্ৰত যে অবৈধ মিলন ঘটে তাকো অস্বীকাৰ কৰিব নোৱাৰি। অভিভাৱকহীন নাইবা দুৰ্ব্বলমনা অভিভাৱক হ'লে কথা সাংঘাতিক হয়। সেই ঘৰখনেই এটা বেয়া আড্ডাত পৰিণত হয়। সুযোগ সুবিধা লৈ বৰলা আৰু স্ত্ৰী-হীনসকলে সমাজ বিগৰ্হিত কাম কৰিবৰ বাবে প্ৰয়াস পায়। বহুতো ডেকা ল'ৰাৰ জাহান্নামৰ ৰাস্তাও পৰিষ্কাৰ হৈ পৰে। সাধাৰণতে এই বিধবাসকলৰ যৌনলিপ্সা অপূৰ্ণ হৈ ৰোৱাৰ ফলত স্বাভাৱিকতে মনোবিজ্ঞানৰ ফালৰ পৰা বিধিনিষেধ কামৰ ফালে মন বেছিকৈ ঢাল খায়। ফলত নানা কেলেঙ্কাৰীৰ সৃষ্টি হয়। ভ্ৰূণহত্যা, গৰ্ভস্ৰাৱ আদি অবৈধ পাপ কামবোৰ ইয়াৰ ফলতে সৃষ্টি হয়। তদুপৰি তিৰোতা গৰাকী হিংসুক, পৰশ্ৰীকাতৰ আৰু টুটুকীয়া ধৰণৰ হৈ উঠে। ক্ৰমে বৃদ্ধ হৈ আহে মানে টুটুকীয়া স্বভাৱো বাঢ়ি যায় । এনে ধৰণৰ তিৰোতাৰ পৰা ঘৰ ভাঙে, গাঁৱত কাজিয়া বাঢ়ে; চুবুৰীত সদায় দন্দ-খৰিয়াল নুগুচা হয়।

ইয়াৰ বাবে অৱশ্যে অতীতৰ সমাজ-ব্যৱস্থাই দায়ী। সামাজিক আৰু অৰ্থনৈতিক কাৰণবশতঃ অতীতৰ ঋষি মুনিসকল বিশেষকৈ ব্ৰাহ্মণৰ স্বাৰ্থৰক্ষা কৰা বিধৰ সমাজনেতাই কামবিজ্ঞান, মনোবিজ্ঞানক অৱজ্ঞা কৰি কিছুমান নীতি নিয়ম সৃষ্টি কৰি গৈছিল; তাৰ ফলত আজি ভাৰতীয় সমাজত বিশেষকৈ হিন্দুসমাজত কিছুমান পুৰণি উৰলি যোৱা নীতিকে মানি চলিব লগাত পৰিছে । ফলত হিন্দুসমাজৰ বহু অৱনতি ঘটিছে। বিধবা বিবাহ নিষেধ তাৰ এটা নমুনা। আন কি সৌ সিদিনালৈ ভাৰতত সতীযোৱা কু-প্ৰথা চলি আছিল। এই শ্ৰেণীৰ সমাজনেতা যাক অতীতত ঋষি মুনি বুলি আখ্যা দিছিল, তেওঁলোকে তেতিয়াৰ অৰ্থনৈতিক কাৰণটিৰ প্ৰতিহে সজাগ আছিল আৰু সেইযুগৰ সমাজৰ প্ৰতিহে নিয়ম নীতি তৈয়াৰ কৰিছিল। কিন্তু আজিৰ মানুহৰ নিয়ম-নীতি আৰু সমাজ ব্যৱস্থা, অৰ্থনৈতিক ব্যৱস্থা বদলিছে। যাজ্ঞবল্ক্য, পৰাশৰ, বশিষ্ঠ আদিৰ ব্যৱস্থা আজিৰ সমাজত অচল হৈ যাব ধৰিছে। ব্ৰাহ্মণ স্বাৰ্থপ্ৰধান আৰু ৰাজঅনুগ্ৰহপ্ৰাৰ্থী সমাজ ব্যৱস্থাই সেই যুগৰ এক শ্ৰেণীৰ বুদ্ধিজীৱীক সুখ, সুবিধা দিছিল সঁচা কিন্তু জনসাধাৰণ প্ৰকাৰান্তৰে ৰজাৰ দাস আৰু ব্ৰাহ্মণ পণ্ডিতসকলৰ গোলাম

আছিল। ৰজাৰ আদেশ আৰু পুৰোহিতৰ ব্যৱস্থা বিনা প্ৰতিবাদে পালন কৰিব লাগিছিল। তাৰ চৰম পৰিণতি হ'ল হৰিজন শ্ৰেণী তৈয়াৰ আৰু যাবজ্জীৱন বিধবাৰ দল সৃষ্টি। তেওঁলোকে মানুহক ব্যৱস্থা দিছিল সমাজ বন্ধনৰ, কিন্তু মানৱতাক কৰিছিল অপমান। মনোবিজ্ঞান, কাম-বিজ্ঞান আনকি মানৱভাবক অস্বীকাৰ কৰি সমাজ-বিজ্ঞান ৰচনা কৰিছিল; ফলত, বাহিৰত বাধ্য হৈ মানুহে ৰাজ আজ্ঞা আৰু পুৰোহিতৰ ব্যৱস্থা মানিলেও ভিতৰি ভিতৰি কৰিছিল উলণ্ডঘা। সেই দেখি পুৰাণবোৰত, ৰামায়ণ, মহাভাৰত আদি কাব্যত ইমানবোৰ জাৰজ সন্তান পোৱা যায়, অস্পৃশ্য জাতিৰ লগত অবৈধ মিলন আৰু শেষত সেই ব্যক্তি বা জাতিক নিষ্পেষণ কৰা দেখিবলৈ পোৱা যায়। এইবোৰ পুৰণি ব্যৱস্থাৰ ভালবোৰ ৰাখি বেয়াবোৰ যি পৰ্যন্ত বিসৰ্জ্জন দিব পৰা নাযায়, সেই পৰ্যন্ত ভাৰতৰ উন্নতি নহব। হিন্দুৰ এই কটকটীয়া সমাজ ব্যৱস্থাই আজি ইমান যুগে যি শিপা মেলিছে সি সমাজৰ ইমান তললৈ গৈছে যে তাৰ ওলোটা কথা মানুহে কল্পনাও কৰিব নোৱাৰা হৈছে; আনকি নিৰপেক্ষ সমালোচনা এটি দিবলৈও মহা মহা পণ্ডিতসকলৰ বুকুত সাহ নোহোৱা হৈছে। এনেভাবেই হিন্দু সমাজৰ আজিৰ যুগ পিচ পৰি যাব ধৰিছে। অতীতৰ ঋষি-মুনিসকলে যি সমাজ ব্যৱস্থাৰ ঔষধ দি গ'ল, সেইবোৰ পুৰণি হোৱাৰ বাবে কিছুমান অমৃতময় হ'ল আৰু কিছুমান বিষতুল্য হ'ল। এই বিষৰ পৰাই বৰ্ত্তমানৰ হিন্দু সমাজ তথা ভাৰতবৰ্ষ বিষাক্ত হৈ পৰিছে।

এই গাঁৱতে বুঢ়ী কাঞ্চন পেহীৰ ঘৰ আৰু বিধবা জেতুকী বাইৰো ঘৰ। বুঢ়ী কাঞ্চনমতীক কোনে নাজানে? সকলোৱে পেহী বুলি মাতে আৰু জেতুকীক সকলোৱে বাই বুলি মাতে। এওঁলোক যেন গাঁৱৰে উমৈহতীয়া পেহী আৰু বাই। পেহী নিঃসন্তান বৃদ্ধ বিধবা আৰু বাই সন্তানহীনা যুৱতী বিধবা। এওঁলোকৰ মন আৰু চিন্তাজগত সৰ্ব্বসাধাৰণৰ পৰা কিয় বেলেগ হ'ল তাৰ উত্তৰ আধুনিক মনোবিজ্ঞানে দিব। আমি কিন্তু তেওঁলোকৰ আচৰণ আৰু কৰ্মৰ চমু আভাসহে ক'ব পাৰো। তুমি যদি সন্তান নোহোৱা বাঁজী তিৰোতাৰ সন্তান কামনা কৰা তেন্তে যাবা কাঞ্চন পেহীৰ তালৈ; আৰু যদি অবৈধ সন্তান নষ্ট কৰিবৰ দৰ্কাৰ হৈছে তেন্তে দিবা টকা দহটা জেতুকীবাইৰ হাতত; তোমাৰ কাম অচিৰাৎ হাচিল। যদি কোনোবা বোৱাৰী ঘৰ নকৰা পলৰীয়া হৈছে তেন্তে মাতা আমাৰ কাঞ্চন পেহীক। পিচদিনাৰ পৰা বোৱাৰীয়ে মূৰত ওৰণি লৈ ঘৰ গোঁসানী সাজি ৰৈ আছে। যদি কোনো ছোৱালীয়ে তোমাক পচন্দ কৰা নাই তেন্তে আৰু পলম নকৰিবা, ততালিকে জেতুকীবাইৰ ঘৰত উপস্থিত হোৱা। দেখিবা ছোৱালীয়ে ইচুতা-সিচুতা কৰি ঘনাই ঘনাই তোমাৰ আগত লচ্‌পচ্ কৈ ওলাবহি। এনেবোৰ ঔষধ, আহুদি, গুণমন্ত্ৰ জনা বুলি গাঁৱৰ সকলোৱে ভু-পায় আৰু বিশ্বাস কৰে। সেইবাবেই এই দুটি

জীৱ গাঁৱৰ সকলোৰে সৰবৰহী ।

আজি বহুদিনৰ পৰা মহাজনৰ ড্ৰাইভাৰক ৰাতি হ'লে জেতুকীবাইৰ ঘৰত দেখা পোৱা গৈছে। ৰাতি মদ খাই ঢলংপলং কৰি ড্ৰাইভাৰ বাবু আহি গেৰগেৰীয়া মাতেৰে 'জেতুকী বাই জেতুকী বাই' বুলি মাত দিয়া বহুতৰ কাণত পৰিছে। অলপ লক্ষ্য কৰিলে গধূলিপৰত বাইৰ ঘৰৰ পৰা দুই এজন ডেকা ল'ৰা নাইবা আদহীয়া লোক ওলাই যোৱা তুমি দেখিবলৈ পাবা।

ড্ৰাইভাৰক আহি বাহিৰৰ পৰা মাতি নিয়ে জেতুকীবায়ে। কিবাকিবি গোপনীয় কথা হৈ ড্ৰাইভাৰ যেতিয়া যাব ওলায় তেতিয়া ৰাতি এক বাজিছে। এনে ৰকম কিমান লীলাখেলা, গোপন আলোচনা চলে জেতুকী বাইৰ ঘৰত তাৰ সীমা-সংখ্যা নাই। বলোৰামে কোৱা কথা। এদিন বোলে ৰাতি তাক মাতিছিল জেতুকী বায়ে কিবা এটা কথা কবলৈ। সি বোলে কলে-"বাই মোক একো ঔষধ নালাগে। মই গাৱোৱান মানুহ। মোৰ কাৰো লগত একো সম্বন্ধ নাই। তোৰ যদি কিবা দৰ্কাৰ আছে তেন্তে দিনতে গৈ কবি, মই পাৰিলে কৰি দিম।" সিদিনাৰে পৰা বায়ে তাক পন্দোৱাকৈ চায়। সিও কিবা এঁকাবেঁকা ধৰণৰ লোক। তাইক একো কেৰেপকে নকৰে। কিন্তু সি হলে কাঞ্চন পেহীক পেটে পেটে অলপ ভয় কৰে, কাৰণ এইজনীয়ে গৈ মহাজনৰ তাত লগাই তাৰ গাড়ীৰ মালৰ কিবা হেৰফেৰ কৰিব পাৰে।

জেতুকী বাইৰ মতে সংসাৰত ক'তো সতী তিৰোতা নাই। সুবিধা পালে সকলোৱে পৰৰ পাতত এচেলেকা মাৰে। ইফালে কাঞ্চনপেহীৰ মতে জগতত ক'তো ভাল মানুহ নাই- আৱশ্যক হলে সকলোৱে অ'ৰ কথা ত'ত লগায়। এজনীৰ মতে 'সুবিধা' আৰু আন জনীৰ মতে "আৱশ্যকৰ" তাগিদত জগতত মানুহে কাম কৰে। এই "সুবিধা' আৰু "আৱশ্যক" এই দুটা শব্দই দুজনী নাৰী চৰিত্ৰৰ দিক্‌দৰ্শন। এয়ে এওঁলোকৰ জীৱন-দৰ্শনো।

ড্ৰাইভাৰৰ কথা সকলোৰে কাণত পৰিছে। এদিন গধূলি কথাৰ ছলতে মাউতে কলে-"ড্ৰাইভাৰ বাবু, তুমি জেতুকীবাইৰ তালৈ ইমান ঘনকৈ যোৱা কিয় ?"

"দূৰ অভদ্ৰ, যি পায় তাকে কয়।" ড্ৰাইভাৰে খং দেখুৱায়। মাউতে হাঁহি মাৰি কয়-"খং দেখুৱাব নালাগে; সকলোৱে জানিছে। পিচে কিয়নো যোৱা ।" ড্ৰাইভাৰে হাঁহি মাৰি কয় গানৰ দৰে সুৰ লগাই-"তুমি কি বুজিবা মাউত বন্ধুৱে।"

"তুমি বাৰু মদ খোৱা কিয় ?"

"তই হাতীৰ মাউতে মদৰ আৰাম কি বুজিবি"? দুনিয়াত যদি কিবা আৰাম আছে তেন্তে সেয়া মদৰ আৰাম।"

"মদ খোৱা বাৰু, কিন্তু জেতুকী বাইৰ তালৈ যোৱা কিয় ?"

"মদৰ নিচাত যোৱা দৰ্কাৰ।"

"তুমি মদ খাব এৰি দিয়া ।"

"মদ নাখালে মই চলিম কি ৰকম? ড্ৰাইভাৰ নহলে গাড়ী নচলে আৰু মদ নহলে ড্ৰাইভাৰ নচলে ।"

"তোমাৰ দৰে কত ড্ৰাইভাৰ লগ পাইছো, ইমান ভাল! মদ নাখায়, বেয়া কামত নাযায় একেবাৰে ভদ্ৰলোক মানুহ, তুমি মদ নাখাবা। মদৰ নিচাত কেতিয়াবা গাড়ী বাগৰি নিজেও মৰিবা আৰু আনকো মাৰিবা ।"

"মোক উপদেশ দিব নালাগে। নিজে ভালে থাকা। "

এনেকৈ কৈ ড্ৰাইভাৰ গুচি গল। মাউতে তাৰ ফালে চাই কলে- "যিয়ে যেনেকৈ মৰা মৰ, কিন্তু লোকৰ মৰাশ আমাৰ ঘাটত লাগিলে হে মস্কিল হব। মহাজনেনো এইবোৰ কি সেপিয়াই আনে-।"

* * * * * * * * * *

ৰাতি তেতিয়া প্ৰায় বাৰ বাজিছে। জেতুকীবাইৰ ঘৰৰ ভিতৰত ড্ৰাইভাৰ আৰু জেতুকীয়ে মেল কৰি আছে । তাৰে কিছু কথা কাণত পৰিল। ড্ৰাইভাৰে কৈছে- 'মহাজনে মোক বিয়া কৰাই দি ইয়াতে ঘৰ সজাই দি বসবাস কৰাৰ বন্দবস্ত কৰি দিম বুলি কৈছে। সেইদেখি ময়ো দৰমহাৰ টকা নিজে নানি তেওঁৰদোকানতে জমা ৰাখিছো।"

"তেনেহলে তোমাৰ খৰচৰ টকাবোৰ কেনেকৈ পোৱা ?"

জেতুকীয়ে সৰুকৈ সোধে। ড্ৰাইভাৰে 'হুঃ' বুলি গহীন হৈ কৈ উঠে-"আৰে ড্ৰাইভাৰৰ পইচা? মাৰগুলী। কেইজনমান পেচেঞ্জাৰ আপডাউন কৰিলেই বচ। টকা মিলি গ'ল।"

"অ' তুমি চোৰাংকৈ কাৰবাৰ কৰা! "

"দুনিয়া চোৰ। আজিৰ দিনত কোনে চোৰ নকৰে ? মুখ্যমন্ত্ৰীৰ পৰা চকিদাৰলৈকে সকলোৱে মিছা কথা কয়, চোৰ কৰে। তুমি আমি আৰ কি !"

"বাৰু সেইবোৰ ডাঙৰ কথা এৰা। পিচে, তুমি বিয়া কৰালে আমাক পাহৰি যাবা নহয় ড্ৰাইভাৰ বাবু ?" জেতুকীয়ে ওঁঠৰ কোণত মধুৰ অথচ কৰুণ হাঁহিটি লৈ প্ৰশ্ন কৰিলে। ড্ৰাইভাৰে জেতুকীৰ ৰক্তিম অথচ ম্লান মুখনিলৈ চাই দৰদেৰে উত্তৰ দিলে-"তোমাক পাহৰিব নোৱাৰিম জেতুকী বাই, তোমাৰ মুখখনি বৰ মায়ালগা। আৰু

কথাবোৰ মউসনা।" "মোৰ মুখতকৈ বেছি মায়ালগা আৰু মোৰ কথাতকৈ বেছি মউসনা কথা ক'ব পৰা ধৰুণৰ ছোৱালী পালে?"

"মই তোমাৰ দৰে তিৰোতা নাপাম জেতুকী বাই। তুমি বৰ প্ৰেমিকা।" জেতুকীয়ে তাৰ মুখলৈ চাই এটা হুমুনিয়াহ কাঢ়ে। উহ্‌। যদি এওঁকে মই পালোহেঁতেন তেন্তে কিজানি মোৰ এই কলঙ্কিত জীৱনৰ অৱসান ঘটিলহেঁতেন, এনে ভাব হ'ল জেতুকীৰ। তাইৰ ভাব আৰু হুমুনিয়াহৰ অৰ্থ বুজিলে ড্ৰাইভাৰে। সি ক'লে– "দুখ নকৰিবা, মই তোমাক নেৰো।" "তোমাৰ ঘৈণীয়েৰা আহিলে পাহৰি যাবা। তোমাক বাৰু ঘৈণীয়েৰাই জানো মোৰ ওচৰলৈ আহিবলৈ দিব? কেতিয়াও নিদিয়ে।"

"ঘৈণীৰ কথামতে হ'বনে? ঘৈণী কেৱল গৃহস্থী কৰিবৰ বাবে সন্তান-সন্ততি জন্ম দিবৰ বাবে। প্ৰেমৰ বাবে নহয়। ঘৈণী হোৱা আৰু প্ৰেমিকা হোৱা একে কথা নহয়। দুটা বেলেগ কথা।"

"তুমি বৰ ডাঙৰ কথাবোৰ কোৱা, মই বুজিবই নোৱাৰো। তুমি টাউন-চহৰত ফুৰা মানুহ; নাটক, উপন্যাস পঢ়া মানুহ, থিয়েটাৰ-চিনেমা চোৱা লোক; গতিকে এইবোৰ ডাঙৰ ডাঙৰ কথা জানা; মই গাঁৱৰ এটা জুপুৰীত পৰি থকা সাধাৰণ তিৰোতা; মই কেনেকৈ জানিম এইবোৰ?"

"তুমি আমাৰ পৰা শিকিব লাগিব।"

"বাৰু, তুমিনো কাক বিয়া কৰাবা বুলি ভাবিছা?"

"মই তোমাকে পচন্দ কৰো। তুমি সন্মত হ'বা?"

"ঠাট্টা নকৰিবাচোন। ভালকৈ কোৱা?"

"ভালকৈ ক'ব গলে সঁচাকৈ কৈছো, তোমাক ভাল পাওঁ। তোমাৰ জানো মত নাই?"

"মোক ঠাট্টা নকৰিবা। তোমাৰ জীৱন সুখৰ হ'ক। তুমি সুখী হোৱা দেখিলে মই সুখী হ'ম। মোক সকলোৱে দুচ্চৰিত্ৰা বুলি জানে। মোক নিলে তুমি মহাজনৰ ঘৰৰ পৰা বাহিৰ হ'ব লাগিব আৰু নিবনুৱা হৈ গাঁৱৰ পৰা খেদা খাব লাগিব। মোৰ কথা নকবা। পিচে সঁচাকৈ কোৱাচোন তুমি কাক বিয়া কৰাব ইচ্ছা কৰা।"ড্ৰাইভাৰে তাইৰ চকুলৈ চায়। তায়ো তাৰ ফালে চায়। শেষত ড্ৰাইভাৰে 'হু' বুলি মূৰ দুপিয়াই তলমুৱা হয় আৰু পীৰাখন পিচুৱাই নি ভালকৈ বহে। লাহে লাহে কয়- "মই উমাক পচন্দ কৰো। তাইৰ শৰীৰৰ অঙ্গ প্ৰত্যঙ্গবোৰ বেচ ধুনীয়া। তাইৰ উঠন বুকু, লাহী ককাল আৰু ধুনীয়া চকুযুৰি দেখিলে আজিয়ে বিয়া কৰাবৰ মন যায়। মই ভাবিছো এই গাঁৱত উমাৰ সমান ধুনীয়া ছোৱালী নাই। তাৰ উপৰি তাই কাজে-কামে বৰ পাকৈত; আৰু কথা বতৰাতো বেচ বুদ্ধিমতী। তাইৰ স্বভাৱ চৰিত্ৰও ভাল।"

ড্ৰাইভাৰৰ মুখত উমাৰ ইমান ৰূপগুণৰ কথা শুনি জেতুকীৰ ঈৰ্ষা হয় উমাৰ

ওপৰত। স্বাভাৱিকতে তিৰোতা মানুহৰ অন্য তিৰোতাৰ ওপৰত ঈৰ্ষা থাকে, তাতে পুৰুষৰ মুখত প্ৰশংসা শুনিলে সহ্য নহয়। জেতুকীৰো তেনে অৱস্থা। তাই কলে "ইচ থৈ দিয়া তিৰোতাৰ স্বভাৱ। সুবিধা পালে সকলোৱে লোকৰ চুৱাপাত চেলেকে।"

"তুমি তাইক তেনেকৈ নকবা। মোৰ চৰিত্ৰ বেয়া হব পাৰে কিন্তু সেই বুলি ভাল চৰিত্ৰৰ মানুহক বেয়া বুলি কব নোৱাৰো।"

"তোমাৰ চৰিত্ৰ ভাল নহলে কোনে তোমাক ভাল চৰিত্ৰৰ ছোৱালী দিব?"

"নিদিলে নাই, তথাপি নিজে বেয়া হলেও মানুহে ভাল পাবলৈ যত্ন কৰে। মহাজনে চেষ্টা কৰিছে। নাজানো মোৰ কপালত কি আছে। পিছে জেতুকী বাই মোক এপালি দৰব দিয়া। তাই মোক দেখিব নোৱাৰে। তুমি যদি তাইক মোৰ প্ৰেমত পেলাই দিব পাৰা তেন্তে মই তোমাক এশ টকা পুৰস্কাৰ দিম। তুমি বোলে ঔষধ জানা? মোক দিয়া।" ড্ৰাইভাৰৰ মন বুজি জেতুকীয়ে জানিলে যে ড্ৰাইভাৰক পোৱা মিছা; গতিকে তাৰ পৰা এই সুযোগতে কিছু আদায় কৰি ল'ব পাৰিলেই ৰক্ষা। সেইবাবে তাই ক'লে- "এশ নালাগে, তুমি মোক একুৰি টকা দিয়া, কাইলৈ তাইক মই তোমাৰ পিচে পিচে দৌৰা কৰিম। কত ছোৱালীক এই জেতুকীয়ে ল'ৰাৰ পিচে পিচে দৌৰা কৰি দিছে তাঁৰ লেখ জোখ নাই। উমাতো সামান্য ছোৱালী।"

"তুমি যি কোৱা মই তাকে দিম, কেৱল মোক সেইপালি দৰব দিয়া।"

তাৰ পিচত আৰু শুনা নগল। সিহঁতে ফাচফুচ মেল আৰম্ভ কৰি দিলে।

* * * *

# ছয়

এই পুখুৰীক কেন্দ্ৰ কৰি কেইবা বছৰো ভৈৰব মহাজন আৰু মধুনাথ দুই ককাই ভাইৰ ভিতৰত বিবাদ চলি আছে। পুখুৰীটো মধুনাথে খান্দিছিল। মাটিখিনি আছিল বলোৰামৰ বাপেকৰ পৰা দানসূত্ৰে পোৱা। বলোৰামৰ বাপেক আৰু মধুনাথ দুই বন্ধু আছিল। বলোৰামৰ বাপেকৰ ভৈৰব মহাজনৰ ওচৰত বহুত ধাৰ হোৱাত তেওঁ জানিছিল যে মহাজনে সমস্ত মাটিবাৰী ক্ৰোক কৰি নিব। কিন্তু এই সম্পত্তিৰ ভাগ বন্ধু মধুনাথেও নাপাব, কাৰণ মহাজনে স্বোপাৰ্জিত সম্পত্তিৰ বুলি ঘোষণা কৰিব আৰু দায়ভাগ প্ৰথা অনুযায়ী মাটিখিনি অকল মহাজনেই পাব। সেই বাবে তেওঁ আগতে মনে মনে মধুনাথক দুই বিঘা ভুঁই মাটি দানপত্ৰ কৰি লিখি দিলে। মধুনাথে তাতে এটা পুখুৰী খনালে। কিন্তু বলোৰামৰ বাপেকৰ সম্পত্তি ক্ৰোক কৰি লৈ ললে বলোৰামৰ বাপেক মৰাৰ পিছত। সেই পুখুৰীটোকো মহাজনে নিজৰ জিম্মাত ধৰি লৈ পুখুৰীটোৰ মেৰামতি কাম আৰম্ভ কৰি দিলে আৰু বেছি দকৈ খান্দি মাছ পোহা ব্যৱস্থা কৰিবলৈ মন কৰিলে। তেতিয়া ভায়েক মধুনাথে বাধা দিলে। তাতে কাজিয়াৰ সৃষ্টি হ'ল। এই বিষয়ত বলোৰাম মধুনাথৰ ফলীয়া হোৱাত মহাজনে বলেৰে একো নকৰি বুদ্ধিৰে কাম আদায় কৰিব বিচাৰিছে। ইফালে ঘৰমাটি গ'লেও বলোৰামে দখল এৰি নিদি পিতাকৰ বন্ধা ঘৰতে ৰ'ল। এই ক্ষেত্ৰত তাক খেদিব নোৱাৰি। দখল সূত্ৰে পিতৃভিঠাত সি থাকিবই। সেই দেখি বাধ্য হৈ বলেৰে তুলিব নোবাৰি কৌশলেৰে খেদিবলৈ দিহা পাঙি আছে। বলোৰাম আৰু মধুনাথৰ মিলৰ কাৰণো এয়ে। দুয়োৰে শত্ৰু হ'ল মহাজন। উমৈহতীয়া শত্ৰুৰ বিৰুদ্ধে যুদ্ধ কৰিব লগা হ'লে মানুহৰ মাজত তৎক্ষণাৎ মিল হৈ পৰে। এনেদৰে দুই ঘৰৰ লগত কাজিয়া লগাই মহাজনে ভিতৰে ভিতৰে হুল চাচি মুখত বৰ মিঠা আৰু উপকাৰীজন হৈ বহি আছে।

সিদিনা আবেলি সেই পুখুৰীত মহাজনৰ নাতিয়েক, ডাক্তৰৰ ল'ৰাজন আৰু গাঁৱৰে কেইজনমান ল'ৰাই মাছ মাৰি আছিল। সিহঁতে মাছবোৰ খেদি আনি কাষতে থকা সৰু খাল এটাত পেলাই লৈ মাজতে এটা মাটিৰে বান্ধ দি সিঁচিব ধৰিছে। পানীবোৰ প্ৰায় সিঁচা হৈছেই, মাছবোৰ কিলবিল কৰি ফুৰিব ধৰিছে। মাগুৰ, কাৱৈ, গৰৈ, পুঠি, খলিহৈ আদি মাছ জপিয়াব ধৰিছে। লৰা'বোৰে আনন্দতে কিৰিলি পাৰি দুগুণ উচাহে পানী সিঁচাত লাগি গৈছে। এনেতে ক'ৰ পৰা আহি পালে ফান্দ হস্তে দুই মহাবীৰ, ইহঁতে তৰ্কিবই নোৱাৰিলে। দুয়ো গৈ পাৰত থিয় হৈ মাছবোৰ দেখা পালে। মাছ দেখি অৰ্জ্জুনে ক'লে-

“পৱন তহঁতৰ পুখুৰীৰ মাছ ইহঁতক কিয় মাৰিবলৈ দিছ?” পবনে ভেকাহি মাৰি উঠিল- “দুৰ চালা, কোনে মাৰিব দিছে ইহঁতক।” তাৰ পিছত চকু লাল কৰি ল'ৰাহঁতৰ ফালে চাই ক'লে- “হেৰ, কোনে তহঁতক মাছ মাৰিবলৈ কৈছে?”

মহাজনৰ নাতিয়েক জয়চৰণে ক'লে- “কোনে দিব লাগে? আমাৰ পুখুৰীৰ মাছ আমি মাৰিছো, কাক সুধিব লাগে?”

“তহঁতৰ পুখুৰী? কোন বাপেৰে খান্দিছিল? উঠা যদি উঠ, নহলে মজা পাবি এতিয়াই।”

গতি বেগতিক দেখি ডাক্তৰৰ ল'ৰাজন আৰু গাঁৱৰ ল'ৰা দুজনে হাত ধুই পাৰত উঠিল। সিহঁতে বুজিছে আজি কাৰ হাতত পৰিছে। এজন নহয় একেবাৰে দুই মহাবীৰৰ হাতত পৰিছে আজি। কিন্তু মহাজনৰ নাতিয়েকজনে পানী সিঁচিয়ে থাকিল। তাকে দেখি পবনে হন হন কৈ পুখুৰীত নামি গ'ল আৰু তাক এসেকা দিবলৈ খুজিলে। তাকে দেখি বুদ্ধিমান অৰ্জ্জুনে দৌৰি গৈ তাক হাতত ধৰি টানিলে- “হেৰ পবন, গুচি আহ, নাযাবি, কাজিয়া নকৰিবি।” পবনে তাৰ হাত মুচৰি এৰি গ'ল। তেতিয়া অৰ্জ্জুনে পবনৰ কাণৰ কাষত গৈ ফুচফুচাই ক'লে “হেৰ বুৰ্ব্বক, এতিয়া সিচিঁব দে। মাছ ধৰি খালৈত থলে আমি দুয়ো খালৈ দুটা লৈ গুচি যাম। মিছাকৈ আগতে কাজিয়া কৰি মাছ কেইটা হেৰুওৱা কিয়?”

পবনে কথাষাৰ ভাবিলে। উত্তম উপায়। চাব্বাচ বুদ্ধি এই অৰ্জ্জুনটোৰ। মিচিকীয়া হাঁহি মাৰি পবন ফিৰি আহিল। দুয়ো কিবাকিবি কোৱাকুই কৰি তাৰ পৰা আঁতৰি দূৰৈত লুকাই থাকি পানী সিঁচা চাই থাকিল। ইফালে পবন ভয়তে যোৱা বুলি ভাবি জয়চৰণহঁতে বৰ দম্ভ কৰি ক'ব ধৰিছে- তাৰ আজি সেনীৰ নালেৰে মূৰ ভাঙিলোহেঁতেন বাপেকে। ভয়তে গ'ল নহয়। মাৰ সেনী মাৰ। সি তৰণীক কয় আৰু সেনীৰে পানী সিঁচে। পানী সিঁচা হলত জয়চৰণে ল'ৰাবোৰক মাছ ধৰিবলৈ মাতিলে। ল'ৰাবোৰে পবনহঁত যোৱা দেখি নিৰ্ভয়মনে মাছ ধৰিবলৈ লাগি গ'ল। মাছ ধৰি খালৈ দুটা ভৰ্ত্তি কৰিলে। জয়চৰণে গৰ্ব কৰি ক'ব ধৰিলে- “বৰ ফুটনি কৰি আহিছিল, পিছে ভয়তে গুচি গ'ল কিয়? আমাৰ আতাৰ পুখুৰীৰ ওপৰত সিহঁতৰ ফুটনি! আজি মই তাৰ মূৰ ভাঙিলোহেঁতেন। 'সি কয় আৰু মাছ ধৰে; ল'ৰাবোৰে শুনে আৰু মাছ ভৰোৱা খালৈ দুটা মাছেৰেসৈতে আনি পুখুৰীৰ পাৰত থয়। তাৰ পিচত গোটেই কেইজনে পানীত নামি হাত-ভৰিবোৰ ধুব ধৰে। বহুত বোকা লাগিছে; এৰুৱাবলৈ টান। এনেতে হঠাতে ক'ৰবাৰ পৰা সাউতকৈ আহি পবনে খালৈ দুটা হাতত লৈ মাৰিলে লৰ। পুখুৰীৰ পৰা দূৰৈত আছিল অৰ্জ্জুন; তাৰ হাতত নি দিলে। তাকে দেখি জয়চৰণহঁতে “আমাৰ মাছে

সৈতে খালৈ দুটা নিলে" বুলি কৈ সিহঁতে দৌৰি গৈ ইহঁতৰ ওচৰ পালে। কাষ পাইয়ে জয়চৰণে অৰ্জ্জুনক ক'লে- "দে আমাৰ খালৈ অৰ্জুন।" অৰ্জ্জুনে ক'লে- "মোক পবনে ৰাখিব কৈছে, মই কেনেকৈ দিম। তাক ক, নহলে মই দিব নোৱাৰিম।"

"আমি-পবন চবন নাজানো, আমাক খালৈ দে। এই বুলি কৈ সি খালৈত ধৰি মাৰিলে টান। অৰ্জ্জুন আৰু জয়চৰণৰ জোতা পোতা লাগিল। অৱস্থা দেখি পবনে গৰ্জ্জি উঠিল- "চুপ, জয়চৰণ।খালৈ এৰি দে। চালা কুকুৰৰ ছ লি, আমাৰ পুখুৰীত মাছ মাৰিব আহিছিলি কিয়? খালৈ নিদিবি অৰ্জ্জুন।"

অৰ্জ্জুনৰ হাতৰ পৰা অকলে খালৈ কাঢ়ি নিব নোৱাৰি জয়চৰণে আন ল'ৰাবোৰক মাতে- "তহঁতে কি চাই আছ? নাহ কিয়?"

তাৰ আহ্বান শুনি ল'ৰাবোৰ আগবাঢ়ি গৈ অৰ্জ্জুনক ধৰিবলৈ চেষ্টা কৰিলে। তাকে দেখি পবনে ধমক দিলে- "খবৰদাৰ, তহঁতে নধৰিবি। তহঁত আঁতৰি যা, নহলে মই গুলীয়াম।" এই বুলি কৈ সি মোনাৰ পৰা বাটলু গুটি উলিয়াই ফান্দত জুৰিলে; তাকে দেখি ল'ৰাবোৰে ভয়তে দৌৰি আঁতৰি গ'ল; কেৱল ৰ'ল জয়চৰণ আৰু তৰণী। পবনে জয়চৰণ আৰু তৰণীকো ক'লে- "ভালে ভালে আঁতৰ হ কুকুৰহঁত, নহলে তহঁতকো মই মজা দিম।"

"দেচোন মাৰ! তোৰ ক্ষমতা চাওঁ!" জয়চৰণে বুকু ফিন্দাই কয়। "তেনেহ'লে চা।" এইবুলি কৈ ফান্দৰ বাটলু গুটি এৰি দিলে- "মাৰগুলী।" উচ্চাৰণৰ লগে লগে গৈ বাটলু গুটি জয়চৰণৰ কুমতে পৰিল। কুম ফুটি তেজ ববলৈ ধৰিলে। সি "আই উ মই মৰিলো" বুলি কৈ মূৰত হাত দি বহি পৰিল। তাক ধৰিবৰ বাবে তৰণী দৌৰি গ'ল আৰু মূৰটোত দুহাতেৰে ধৰি তেজবোৰ বন্ধ কৰিবৰ বাবে চেষ্টা কৰিলে। এই চেগতে দুয়ো বীৰে খালৈ দুটা লৈ মাৰিলে লৰ। একেলৰে গৈ ঘৰ পালে।

নঙলামুখত দুয়ো বহি ভাল ভাল মাগুৰ, কাৱৈ, গৰৈ আদি মাছ বাকিলে আৰু সৰুবোৰ খালৈত থলে। তাৰ পিছত কেইটামান অৰ্জ্জুনে ললে বাকীবোৰ নি পবনে ঘৰৰ মজিয়াত ঢালি দি ক'লৈ-

"বাইদেউ! মাছ আনিছো, ধৰ।"

তেতিয়া বায়েকে চাকি জ্বলাব ধৰিছিল। বহুতো মাছ অনা দেখি খৰ-ধৰ কৰি চাকিটো জ্বলাই লৈ মাছবোৰ চালে আৰু সুধিলে-

"ইমানবোৰ মাছ ক'ৰ পৰা আনিছ পবন?"

"আমাৰ পুখুৰীৰ পৰা। পুখুৰী সিঁচিছো।"

এইবুলি কৈ আকৌ বায়েকে কিবা প্ৰশ্ন কৰি আচল কথাৰ সম্ভেদ উলিয়াব বুলি

ভয় কৰি লৰালৰিকৈ বাটলৈ ওলাই গ'ল। উমাই ইমানবোৰ জীয়া মাছ দেখি ৰং পালে আৰু ততাতৈয়াকৈ মাছবোৰ চৰিয়াত ভৰাব ধৰিলে। আজি ইহঁত দুটাই কিবা কৰি পুখুৰীটো সিচিলে চাগে। দুয়ো যেনেহে অসুৰ! উমাই মনে মনে ভাবে।

পবনে খালৈ দুটা লগতে লৈ আহিছে কাৰণ লোকৰ খালৈ দেখিলে বায়েকে কথাটোৰ গম্ পাব। গতিকে সি লৈ আহিছে; লগতে খালৈত কিছুমান মাছ আনিছে। সি আহি বাট পোৱাত অৰ্জ্জুনে ক'লে-

"এতিয়া মই যাওঁ পবন।"

"যা বাৰু। পিচে মাছ নিছনে?"

"এৰা, মান কচুৰ ডাঙৰ পাতটিত এয়া মাছ লৈছো।"

"তেন্তে যা।"

"অ' তই খালৈ দুটা আনিছনে?"

"ওঁ, আনিছো।"

"মাছ আনিছ?"

"আনিছো।"

"তেন্তে সেই মাছ আৰু খালৈ দুটা ডাক্তৰহঁতক দি আহগৈ। বেচেৰা ডাক্তৰৰ পুতেকে পানী সিঁচিছিল আৰু মাছ ধৰিছিল। মাছ নিদিলে আশাছেদ হ'ব।"

"হ'ব আৰু। মই গৈ দি আহো। পিছে খালৈ দুটা পেলাই দিম নেকি?"

"ধেৎ গাধা। খালৈ পেলালে আমাক ধৰিবই। তই ডাক্তৰৰ ঘৰত দি আহিবি। মিছাকৈ খালৈ দুটা নষ্ট নকৰিবি। বেটাহঁতে মাছ নাপালে, খালৈ দুটিকে নিয়ক।"

"হ'ব বাৰু।"

এনেকৈ দুয়ো অঘাইতে মেল কৰি অৰ্জ্জুন ঘৰলৈ গ'ল আৰু পবন গ'ল ডাক্তৰৰ ঘৰলৈ।

ইফালে ডাক্তৰৰ ঘৰত ডাক্তৰৰ পুতেকে মাক-পিতাকৰ আগত সমস্ত কাহিনী বিবৰি ক'লে। সি যে কোনোমতে দৌৰিহে সাৰিছে তাকো ক'লে। তাকে শুনি মাকে ক'লে- "সিহঁতৰ লগ নলবি ৰমেন। সিহঁত দুটা দুৰন্ত ল'ৰা। সিহঁতক কেতিয়াও নোজোকাবি, মাৰিব।" এনেতে ডাক্তৰে মাত লগালে "এই পুখুৰীটো লৈ তেওঁলোক দুয়ো ঘৰৰ মাজত কাজিয়া চলি আছে। এতিয়াই যদি মহাজনে পুখুৰী হাত কৰিব নোৱাৰে তেন্তে পবন ডাঙৰ হ'লে আৰু হৈছে। পবন এক নম্বৰ ডকাইত হ'ব। ইমান অঘাইত ল'ৰা মই ক'তো দেখা নাই। মোৰে ভয় লাগে। সি আৰু তাৰ লগত বলোৰ ভাই অৰ্জ্জুন। ইহঁত দুটাৰ অসাধ্য একো নাই; ইহঁতে কৰিব নোৱাৰা কাম একো নাই।"

এনেতে বাহিৰৰ পৰা মাত শুনা গ'ল- "ডাক্তৰবাবু।"

"কোন?" বুলি ডাক্তৰ ওলাই আহি থতমত খালে। তেওঁ দেখে যে সন্মুখত স্বয়ং পৱন দেৱতা। খালৈ হস্তে সমুখত দণ্ডায়মান। তাক দেখি ডাক্তৰ বিচুৰ্ত্তি খালে- এইমাত্ৰ তাৰ দুৰ্নাম ৰটনা কৰিছে। ডাক্তৰৰ পেটে পেটে ভয় লাগিল জানোচা কথাবোৰ শুনিলেই! ভয়ে ভয়ে মিঠা মাতেৰে সুধিলে- "হেৰ, পৱন বোপানে?"

"হয় চাৰ।" সি মূৰ দুপিয়াই উত্তৰ দিয়ে। তাৰ মাত শুনি ভিতৰত থকা ৰমেন আৰু মাকো ওলাই আহিল। ৰমেনে কিবা কোৱাৰ আগেয়ে পৱনে ক'লে- "আপোনালোকৰ ৰমেনে আমাৰ পুখুৰীত মাছ মাৰিবলৈ গৈছিল জয়চৰণহঁতৰ লগত। সিহঁতৰ লগত তাক কিয় যাব দিছে? মাছ খাবৰ ইচ্ছা গৈছিল যদি মোক নকলে কিয়? মই দিলোহেঁতেন। নিয়ক, মই এই মাছ আনিছো।" সি মাছৰ খালৈ দুটি আগবঢ়াই দি বৰান্দাত থয় আৰু ৰমেনক কয় "তই খালৈ দুটি জয়চৰণহঁতক দিবি ৰমেন; কিন্তু মাছ হ'লে নিদিবি। সিহঁতে আমাৰ পুখুৰীত মাছ মাৰে!" তাৰ কথাৰ গৰম দেখি ৰমেনে হতবাক হৈ থাকে। সি কয়-"মই এতিয়া যাওঁ চাৰ।"

" নবহা নেকি?"

"নবহো চাৰ, পলম কৰিলে বাইদেৱে বকিব।"

"তুমিনো উমাক ভয় কৰানে?" ডাক্তৰণীয়ে প্ৰশ্ন কৰে। পৱনে উত্তৰ দিয়ে- "বাইদেউক মোৰ বৰ ভয় লাগে। বাইদেউৰ বাহিৰে মই কাকো ভয় নকৰো; মাষ্টৰকো ভয় নকৰো।" তাৰ কথা শুনি হাঁহি মাৰি ডাক্তৰণীয়ে ক'লে- "তুমি কাকো ভয় নকৰা, অথচ উমাক ভয় কৰা কিয়? উমা ছোৱালীহে, কি কৰিব পাৰে? তুমি তাইক কিয় ভয় কৰা?"

"বাইদেৱে মোক বৰ মৰম কৰে।"

"মাৰাই নকৰে জানো?"

"বাইদেউৰ বাহিৰে চব বদমাছ। মই আৰু নাথাকো; যাওঁ।" এইবুলি কৈ সি বেগাই গুচি গ'ল। ডাক্তৰ, ডাক্তৰণী আৰু ৰমেনে তধা লাগি চাই ৰ'ল। সি যোৱাৰ পিছত ঘৈণীয়েকে সুধিলে- "অইন কাকো ভয় নকৰে, কেৱল উমাক ভয় কৰে, কাৰণ কি?" ডাক্তৰে উত্তৰ দিয়ে- "ই মানৱ চৰিত্ৰ। যিয়ে মৰম কৰে তাকহে মানুহে ভয় কৰে জানোচা সি বেয়া পায়, এই ভাবি। মানুহ মৰমৰ দাস। পৃথিৱীত যদি কাৰোবাক বশ কৰিব খুজিছা তেন্তে মৰমেৰে বশ কৰিবা, তাত বাহিৰে অইনেৰে বশ কৰিবলৈ যোৱা মানে বালিৰ বান্ধ দিয়া। মৰমৰ জৰি গছ বৰ টান। ইয়ে তাৰ প্ৰমাণ।" ডাক্তৰণীয়ে ক'লে- "ইয়াৰ কিন্তু কিছুমান ভাল গুণো আছে।"

পবনে আহি মজিয়াত ভৰি দিছে। মাকে সুধিলে- "মাছ ক'ত পালি পবন?" "পুখুৰী সিঁচি আনিছো।"

এনেতে হাতত লেম লৈ জয়চৰণৰ বাপেক আৰু চাকৰ বাকৰ লগত লৈ কেইবাজনো মানুহ আহি চোতাল পালে। লগত আহিছে জয়চৰণ। তাৰ কুম ফাটি তেজ ওলাইছে। তেজেৰে তুমৰুল হোৱা পুতেকৰ হাতত ধৰি নগেনে দপ্‌দপাই ক'ব ধৰিলে- "চোৱা খুৰী, তোমালোকৰ পবনৰ কাণ্ড। মোৰ ল'ৰাৰ কুম ফুটাই দিছে। ভাগ্যে কুমত পৰিল; যদি চকুত পৰিলহেঁতেন তেন্তে আজি চকু কণা হৈ নগ'লহেঁতেননে? চোৱাহি?" তেওঁৰ গৰ্জ্জনত পবনৰ মাক পিতাক, বায়েক ভনীয়েক সকলোৱে থৰহৰি কঁপিব ধৰিলে। তেওঁৰ দপ্‌দপনিত ওচৰৰ মানুহো আহি ভৰি পৰিল। জয়চৰণে কান্দি কান্দি সমস্ত ঘটনা ক'লে। তাকে শুনি মধুনাথে ক'লে "ডাঙৰ বোপা মই কি কৰিম? তাক মই মাৰি নেপেলালে শান্ত কৰিব নোৱাৰিম। ইয়াৰ বাবেই মই জাহ দি মৰিব লগা হৈছে। আজি তাৰ মই...।" মধুনাথে খঙতে ঘৰলৈ গ'ল আৰু পবনক বিচাৰ কৰিলে-

"ক'লৈ গ'ল সি কুলাঙ্গৰ? তোক আজি কাটি দুডোখৰ কৰিম। এই বুলি পবনৰ গালৈ চোচা লোৱামাত্রে পবনে পবন সঞ্চাৰে ঘৰৰ পৰা লৰ মাৰি গ'ল। মানুহবোৰে "পলাল, পলাল" "ধৰ, ধৰ" কৰিব ধৰিলে কিন্তু ধৰিবলৈ কোনো আগনাবাঢ়িলে। কাৰণ এই সাংঘাটিক অঘাইতজনক ধৰি জঞ্জাল এটা চপাই ল'বৰ কাৰো ইচ্ছা নাই। কেৱল কুৱাকুইহে কৰিলে- "ইমান অঘাইত ল'ৰা। মাক বাপেকে বাৰু কি কৰিব? নেদেখিলেনে কেনেকৈ পলাল?" তাকে শুনি জয়চৰণৰ বাপেকে কৈ উঠিল- "মই শুদাই নেৰিম। খুৰা খুৰীয়ে এনেকৈ লাই দি দি তাক ডকাইত বঢ়াইছে। মাক-বাপেকে লাই নিদিলে ল'ৰা এনে দুষ্ট হ'ব পাৰেনে? এনেকৈ দুষ্টামি কৰি বস্তুপাতি আনি দিয়াত খাবলৈ পাই মাক-বাপেকে একো নকয়। যত দোষ অভিভাবকৰ দোষ। নিজৰ ঘৰত এনে উৎপাত কৰিলে মাক-পিতাকে সহ্য কৰিব পাৰে, আনে কিয় কৰিব? মই শুদাই নেৰিম। মোৰ ল'ৰাৰ গাত হাত দিলে। তাৰ কালে চুলিত ধৰিছে। তাক য'তে দেখো, তাতে মই শিক্ষা দিম। হয় ভালে ভালে ল'ৰাক শাসন কৰা, নহ'লে কথা বেয়া হ'ব খুৰা। তোমাৰ কাৰণে সি এনেখন : কৰিব পাৰিছে।"

"মোৰ গাত একো দোষ নাই ডাঙৰ বোপা, দেখিছানে মই তাক কিবা এনেবোৰ কাম কৰিব কওঁনে?"

"এইবোৰ তোমাৰেতো মতলব খুৰা। আমাৰ পুখুৰীটো বল কৰি তুমি ৰাখিছা আৰু তাত সাধাৰণ মাছ দুটিমান মাৰোতে পুতেৰাৰ হতুৱাই মোৰ ল'ৰাক এনেকৈ মাৰ

খুৱাইছা।"

"ইচ ৰাম! এনে জ্ঞান মোৰ হ'লনে বোপা? তোমাৰ পুতেৰা মোৰ নাতি নহয়নে? মই মোৰ নাতিজনক মাৰিবলৈ কওঁনে? তুমি ভুল কৈছা বোপা। মই সপোনতো তেনে কথা ভবা নাই। পুখুৰীৰ বিষয়ত মতানৈক্য হ'ব পাৰে, সেই 'বুলি তোমালোক মোৰ পৰ হ'বানে?

"পেটে পেটে তুমি হুল চাচিছা খুৰা। আমাৰ বুজিবৰ বাকী নাই।"

"ছিঃ ছিঃ বোপা এনে কথা নকবা। তোমাৰ যি ইচ্ছা তাকে কৰাগৈ তাক। মই যদি কিবা কওঁ, তেতিয়াহে কবা যে খুৰাই জপাই দিছে।"

"তুমি তেনেকৈ নকবা বোপা। আমি তাক জপাই দিয়া নাই।" খুৰীয়েকে কয়।

"তোমালোকেতো বেয়া কৰিছা খুৰী। মই কিন্তু তাক এশিকনি দিহে এৰিম। দেখিম সি পলাই ক'ত সাৰে আৰু তোমালোকেনো তাক কেনেকৈ ৰাখা।"

এনেকৈ গুমুৰিয়াই তেওঁ পুতেকৰ হাতত ধৰি বকিজকি ঘৰলৈ যায়। ইমান সময়ে উমাই হতভম্বৰ দৰে চাই আছিল; ডাঙৰ ককায়েক যোৱা দেখি ওলাই আহি মাত দি কলে- "মাছবোৰ লৈ যোৱা ডাঙৰ ককাইদেউ।"

"তহঁতেই খা উমা, আমি এই মাছ নাখাওঁ। যদি পুখুৰী লব পাৰো, তেন্তে খাম আৰু নোৱাৰিলে মাছকে খাব এৰি দিম।" দূৰৈৰ পৰাই কৈ গ'ল তেওঁ। ডাঙৰ ককায়েকৰ এনে খং দেখি উমাই ভয়তে কঁপিব ধৰিলে। এনেতে মানুহৰ মাজৰ পৰা হাতীৰ মাউতে কৈ উঠিলে-

"ই মহাজনৰ ঘৰৰ লগতহে কাজিয়া কৰিবৰ ঠাই পায়। সৰুত হাত নিদিয়ে, একেবাৰে বৰ গছতে কুঠাৰ মাৰে।"

কাষতে থিয় হৈ থকা বাঁৰী দুখিনী তিৰোতা মলোৰ মাকে মাত দি উঠিল- "সি হলে আমি দুখীয়া নিচলাবোৰৰ কোনোদিনে এগছ কুটাও চুৱা নাই বৰং কেতিয়াবা কিবা কৰিব লাগিলে কৰিহে দিয়ে। খৰি ফলাৰ পৰা তামোলপাৰালৈ সিয়ে কৰি দিয়ে। দিনে নিশাই এঘৰৰ লগত নহয় এঘৰৰ লগত তাৰ কাজিয়া লাগিবই, কিন্তু সকলোবিলাক ধনে জনে পৰিপূৰ্ণ হৈ থকা ঘৰৰ লগতহে লাগিব।"

"বেটাৰ কম দিল নহয় আই। একেবাৰে মহাজনকে জুলুম কৰিব ধৰিছে।' পদুমীৰ মাকে কয়। এনেতে হাতীৰ মাউতে কয়-

"সি সিংহৰ বংশ, গতিকে সিংহ। সৰু-সুৰা তাৰ কি মন যাব?"

"কেতিয়াবা কিন্তু তাৰ বৰ বিপদ হ'ব।" ৰতন পাঠকে কয়।

"পিছে , পুখুৰীৰ মাছ হলে তেওঁলোকে মাৰিব নালাগিছিল, কাৰণ পুখুৰীটো

এওঁলোকৰহে। বলোৰ বাপেকে দান কৰি দিয়াত পৱনৰ বাপেকে তাত পুখুৰীটো খান্দিছে , আমি কব পাৰো। আমি তেতিয়া নতুন বোৱাৰী-শহুৰী খাটিছো মাত্ৰ।" যামিনীৰ মাকে কয়।

"এৰা কথাষাৰ মিছা নহয়। আমিয়ো জানো।" মাউতে কয়। "গোলমলীয়া ঠাইত গলেগোলমাল লাগিবই।" আন এজনে হুকাৰ ধৰে।

এনেদৰে নানাজনে নানা মন্তব্য কৰি মানুহবিলাক ঘৰাঘৰি গ'ল। সেইদিনা ৰাতি আৰু পৱনহঁতৰ ভাত খোৱা নহ'ল। পুতেকৰ কাৰণে লোকৰ গালি শুনিব লগা হোৱাত মধুনাথৰ অতিপাত খং উঠিল। কু-পুত্ৰ হোৱাতকৈ নিৰ্বংশ হোৱাই ভাল। দুজনী তিৰোতাৰ মাজত এটিয়ে ল'ৰা; আৰু সিয়েই হ'ল এনে অঘাইত। বেচেৰা মধুনাথৰ দুখ-বেজাৰত চকুলো আহিল। তেওঁ তলমূৰ হৈ মূৰে-কপালে হাত দি ভাগ্যকে দোষ দি চকুলো টুকিছে। ইফালে পৱনৰ মাকে পুতেক ক'ৰবালৈ গৈ জাহ চাহ দি মৰিব বুলি ভয় কৰি চিঞৰি কান্দিব ধৰিলে। উমাই কান্দিছে কিজানি এতিয়া ৰাতি তাক লগ পাই ককায়েকহঁতে মাৰে, এই ভয়ত। মুঠতে ঘৰখনত কান্দোনৰ ৰোল। বহুপৰ এনেদৰে পাৰ হ'ল। মানুহৰ খাবৰ সময় হ'ল, তথাপি পৱনৰ খবৰ নাই। তেতিয়া উমাৰ ভয় আৰু বাঢ়িল। তাই উচুপি উচুপি আহি লেমটো জ্বলাই লৈ পিতাকৰ ওচৰলৈ আহিল আৰু ক'লে- 'তাক বিচাৰি আনগৈ যা পিতা; ক'ৰবাত তাক সিহঁতে মাৰিব।"

"মাৰক তাক; এনে কু-পুত্ৰ মোক নালাগে। মই নাযাওঁ তাক বিচাৰি।" পিতাকে খঙতে কৈ উঠে। উমাই কান্দি কান্দি কয়- "মই কাবৌ কৰিছো পিতা, তাক বিচাৰি আনগৈ।"

জীয়েকৰ একান্ত অনুৰোধ এৰাব নোৱাৰি পিতাকে লেমটো হাতত লৈ পৱনক বিচাৰি ওলাল। বহুত সময় বিচাৰিলে, কিন্তু কতো নাপালে। ৰাতি বহু হোৱা দেখি তেওঁ ঘৰলৈ আহিল জানোচা সি ইতিমধ্যে ঘৰলৈ উলটিছেই। তেওঁ আহি ঘৰ পাই দেখে যে পৱন অহা নাই। তাক বিচাৰি নাপাই বাপেকে ফিৰি অহা দেখি উমাই হাউ ৰাউকৈ কান্দিব ধৰিলে। এইবাৰ পিতাকৰো ভয় হ'ল। মাকে আকুল হৈ উঠিল। তেওঁ লেমটো হাতত লৈ বিচাৰি গ'ল। তাকে দেখি পিতাকে পুনৰ পিচে পিচে গ'ল। ঘৰত থাকিল কেৱল নিদ্ৰিতা শেৱালি আৰু ক্ৰন্দনৰতা উমা। হেন সময়তে পৱনে আহি বাহিৰৰ পৰা বায়েকক মাতিব ধৰিলে- 'বাইদেউ, হেৰ বাইদেউ দুৱাৰখন মেলি দে।"

তাৰ মাত শুনি বায়েকে হাততে স্বৰগ ঢুকি পোৱা দিলে। দুৱাৰ খুলি দি তাক ভিতৰলৈ লৈ গ'ল আৰু পিঠিত এটা চাপৰ মাৰি ক'লে- "তোৰ কাৰণে মই কেতিয়াবা মৰিহে থাকিম। মোক তই এনেকৈ জ্বলাতন কৰি মাৰিব ধৰিছ। মোকনো যমে মাৰি

নিনিয়ে কিয়!” এনেকৈ নিজে নিজে বকি তাক হাতভৰি ধুব দিলে। উমাই সুধিলে

-“পিতা আৰু আই ক'ত?”

“কব নোৱাৰো। মই লগ পোৱা নাই।”

“তই ক'ত আছিলি?”

“স্কুলঘৰৰ ভিতৰত।”

“আই ঐ দেহি! তই ইমান দূৰলৈ গৈছিলি? শ্মশানৰ মাজে মাজে? তই মোক খাবি দেখিছো। তোক মই কি কৰিম।” তাই কৰমৰাই উঠে।

এনেতে মাক-পিতাক আহি পায়। তাক বিচাৰি নাপাই দুয়ো বৰ হতাশ হৈ কান্দি-কাতি আহিছে। ঘৰ পাই তাৰ মাত শুনি দুয়ো তৎক্ষণাৎ ভিতৰ সোমায়। তাক দেখি এটা যেন তৃপ্তিৰ নিশ্বাস কাঢ়িলে। সি যি কি নহওক, এইবাৰলৈ ৰক্ষা তথাপি। পুতেকৰ ফালে চাই মাকে খঙতে গৈ মাৰিলে এক চাপৰ- “তই মোক খালি। মৰ বাচা। মোক এনেকৈ খাওঁ বুলি ধৰিছ। মই কি কৰিম!”

“নামাৰিবা।” বুলি কৈ মধুনাথে ঘৈণীয়েকক টানি আনে। মাকে আঁতৰি আহি গালি পাৰি কয়- “তোৰ দৰে কুপুত্ৰ মোক নালাগে। যা, মোৰ লগত তই আজিৰ পৰা থাকিব নালাগে। মোক তই খুলি খুলি খাব ধৰিছ।”

এনেকৈ বকি-জকি গোটেই কেইজনে নোখোৱা নোলোৱাকৈ শুই থাকিলগৈ। পবনক মাকে লগত শুবলৈ নিদিলে। সি বায়েকৰ লগত গৈ শুলে। এদিন মহাজনৰ আম চুৰ কৰি সি বায়েকৰ সঙ্গ হেৰুৱাইছিল আৰু আজি সেই মহাজনৰ নাতিয়েকক মাৰি বায়েকৰ সঙ্গ লাভ কৰিলে।

ওৰে দিন যুঁজ-বাগৰ কৰিলে, শেষত ৰাতি অনাহাৰে থাকি সি বৰ ক্লান্ত হৈ পৰিছিল, শোৱা মাত্ৰে টোপনি আহিল। তাৰ বুকুৰ স্পন্দন শুনি উমাৰ মৰমী হৃদয়খনি মৰমেৰে ভৰি পৰিল। তাই তাৰ গা পিহি , মুৰ পিহি তন্দ্ৰামগ্ন দেহটিত মৰমেৰে হাত বুলাই দিলে। ইমান দিনে সঙ্গ হেৰুৱাই তাই ম্লান হৈ আছিল, আজি তাৰ সঙ্গই তাইৰ মনত অসীম আনন্দ দান কৰিলে। তাই তাক বুকুৰ মাজত চপাই লৈ মৰমতে এটা চুমা খালে। আজি যেন তাইৰ প্ৰাণটি জুৰ পৰিল।

# সাত

ৰঙালী বিহুৰ ৰাঙলী মন। মন ৰাই-জাই কৰে। উৰুঙা উৰুঙা লাগে ডেকা-ডেকেৰীৰ চিত। বসন্তৰ প্ৰেমিক হাতৰ প্ৰেম পৰশত প্ৰকৃতিৰ কোমল মসৃণ নিমজ দেহত আবেগৰ বান নামে। পাহাৰ-পৰ্বত, বন-উপবন, নলী-নালা, জান-জুৰি, পথাৰ প্ৰান্তৰ জাতিষ্কাৰ হৈ উঠে নৱ কিশলয় দলৰ শ্যাম সেউজীয়া বৰণেৰে। প্ৰকৃতি প্ৰাণত মন চেতনাৰ উন্মেষ হোৱাৰ লগে লগে পশু, পখী, মানুহ, গৰু সকলোতে প্ৰাণ সঞ্চাৰ হয়। লগে লগে শৰীৰ আৰু মনত আহে শক্তি আৰু আবেগ। এনেহেন প্ৰকৃতিবলিয়া দিনতে হয় অসমীয়াৰ ৰঙালী বিহু। এই বিহু হ'ল অসমীয়াৰ প্ৰাণ-চৈতন্যৰ উৎস, জাতীয় জীৱনৰ মাইলৰ খুটি। এই বিহুতে বিহুৱান দি গোটেই বছৰ বেমাৰ-আজাৰৰ পৰা হাত সৰুৱাবলৈ চেষ্টা কৰে অসমীয়া নাৰীয়ে পুৰুষক। এয়ে অসমীয়াৰ ঐতিহ্য আৰু পৰম্পৰা। এক কথাত ক'বলৈ গ'লে অসমীয়া সংস্কৃতিৰ এটি কলসী। এই বিহু আহিলে জীয়াৰী-বোৱাৰীয়ে নতুন গামোচাৰ বিহুৱান দি প্ৰিয়জনক আপ্যায়িত কৰে আৰু আনন্দ উপভোগ কৰে। লগতে যোগ্যজনে আশীৰ্ব্বাদ পায় আৰু কোনোৱে হয়তো পায় ভবিষ্যত দাম্পত্য জীবনৰ ইংগিত।

এনে এটা ইঙ্গিত আজি লাভ কৰিলে বলোৰামে। বহাগৰ সাত বিহুৰ মাজতে ঘটে ঘটনাটো। তিনি-বিহুৰ দিনা দুপৰীয়া সি গৈছে তাৰ গৰুহালক ধুৱাবলৈ নদীৰ ঘাটলৈ। তাক যোৱা দেখিছে উমাই তাইহঁতৰ চোতালৰ পৰা। সি নদীৰ ঘাটমান পোৱাত তাই ওলাল পানী আনিবলৈ। কাষত কলহ দুটা ললে। তলৰ কলহটিৰ মুখত ভৰাই দিলে নতুন গামোচাখন। ওপৰত ললে আনটো কলহ। বিহুৱানখন লোকে নেদেখা হ'ল। তাই নদীৰ পাৰ উঠিল। আজি তিনিদিনে তাই এই সুযোগ পোৱা নাই। তাই গামোচা বুইছিল। কেইবাখনো ভগাই দিলে। পিতাক, ভায়েক, ককায়েকহঁত, জেঠায়েক সকলোকে দিলে। কিন্তু যাৰ বাবে তাই এই গামোচা ববলৈ অনুপ্ৰেৰণা পালে- যাৰ ছবি হৃদয়ত ধ্যান কৰি ৰাতি দিন সমান কৰি শ্ৰম কৰি কাপোৰ উলিয়ালে, সেই প্ৰাণৰ আপোনজনকে এতিয়াও বিহুৱান দিবলৈ সুযোগ পোৱা নাই। তাইৰ মন চাতিফুটি কৰে। কেতিয়া কেনেকৈ তাইৰ প্ৰিয়তমক এই স্ব-হস্তে নিৰ্মিত বিহুৱান দি মনৰ আচল ভালপোৱা নিবেদন কৰিব তাৰ সুযোগ তাই পোৱা নাছিল। আজি তিনি দিনৰ মূৰত ঈশ্বৰে যেন তাইৰ মনৰ কামনা পূৰণ কৰিবৰ বাবেই বলোৰামক এই দুপৰীয়া অকলশৰে নদীৰ ঘাটলৈ পঠালে। ঈশ্বৰক শত ধন্যবাদ দি তাই ওলাই গ'ল নদীৰ ঘাটলৈ।

তেতিয়া ৰ'দৰ ৰশ্মি অতি প্ৰখৰ। বাহিৰত মানুহ গৰুৰ সমাগম অতি কম। এনেহেন

নির্জন, কোলাহাল বর্জিত ভৰ দুপৰীয়া গৈ তাই নদীৰ ঘাট উঠিল। বলোৰামে তেতিয়া গৰুহালক পানীত নমাই দি গা-মাজি দিব ধৰিছে। এনেতে উপস্থিত উমা। কঁকালত কলহ। কাষত কলসী লৈ যমুনাপাৰত যেন উন্মাদিনী ৰাধা। সচকিত দুনয়ন। চকিত বিহঙ্গ প্ৰায় ইফাল-সিফাল চাই মিচিকিয়া হাঁহি মাৰি ক'লে বলোৰামক- "গৰুকহে চাফা কৰিব জানিছ, নিজে কিন্তু চাফা হ'বলৈ চেষ্টা কৰা নাই।" প্ৰাণসম বলদহালৰ ওপৰত এনে কঠিন মন্তব্য শুনি বলোৰামৰ বৰ খং উঠিল। কোন এওঁ? সি খং ভাবে পাৰলৈ চালে। কিন্তু কথা বিপৰীত, পাৰত থিয় হৈ মিচিকীয়া হাঁহিটি ওঁঠৰ কোণত লৈ দণ্ডায়মান উমা। তাৰ খং জুইত পানী ঢালি দিয়াৰ দৰে হ'ল। তাইৰ হাস্যময় মুখখনিলৈ চাই হাঁহি মাৰি ক'লে- "অ' তইহে! মই অইন কোনোবা বুলি ভাবিছিলো। পিছে এই ভৰ দুপৰীয়াখনহে পানী নিবলৈ পঠালেনে?"

"কিয়? কোনোবাই হৰণ কৰি নিব বুলি ভয় কৰিছ নেকি?"

"ক'ব নোৱাৰি, কোনোবা জলদেৱতাই পালে এনেহেন ৰূপহী ছোৱালী পাতাললৈ লৈ যাব।" সি হাঁহি কয়। তাই হাঁহি উত্তৰ দিয়ে-

"মোক কোনো জলদেৱতাই নিনিয়ে, পিছে লোককহে কোনোবা জলকুঁৱৰীয়ে ভুলাই নি পাতালত গৃহস্থী পাতিব।"

"মোকযে নিব কি চিন পালি?"

"ইমান দিন- একেৰাহে আজি তিনিদিন চুপি থাকিও লগ নোপোৱা দেখিয়ে ভাবিছো বোলো কোনো জলকুঁৱৰী নাইবা থলকুঁৱৰীৰ পাকত পৰিয়ে লোকে আমাৰ কথা পাহৰিলে।"

জলকুঁৱৰী নহয়, থলকুঁৱৰীয়ে হয়। তই থলকুঁৱৰীয়ে মোক হৰণ কৰি নিবি।"

"মই হৰণ-পূৰণ, যোগ-বিয়োগ একো নকৰো পিচে বেলি হ'ল; পাৰলৈ আহচোন। কথা আছে। মানুহ আহিব পাৰে।" তাই গহীনাই কয়।

সি গৰু দুটা পানীতে এৰি পাৰলৈ উঠি আহে। তাইৰ ওচৰলৈ আহি লাহেকৈ কয়- "কি কথা?"

তাই কলহ দুটা মাটিত থয়। ওপৰৰ কলহটি গুচাই গামোচাখন উলিয়াই লয় আৰু কয়- "বিহুত বিহুৱান দিব নালাগে?"

"কাক? মোক? মোক বিহুৱান দিবি?" সি হাঁহি মাৰি সোধে। তাই গহীনাই কয়- "তেনেহ'লে কাক দিম? কাৰ কাৰণে ইমান কষ্ট কৰি মৰিলো?" তাইৰ এনে হৃদয়ভৰা কথা শুনি তাৰ প্ৰাণ নাচি উঠিল। সি তাইৰ ওচৰ চাপি আহে। মৰমেৰে সৰুকৈ কয়- "মোৰ মৰমৰ চেনেহী, তই মোক বিহুৱান দিবি?"

"মই নিদিলে কোনে দিব? আৰু লোককে মই দিমনো কিয়?" তাই তাৰ চকুলৈ চায়। সম্পূৰ্ণ কৰ্ত্তৃত্ব যেন তাৰ ওপৰত তাইৰ আছে। সি নিৰবে থিয় হৈ ৰয়। তাই তাৰ গাৰ ওচৰলৈ আহি বিহুৱানখন গলত মেৰিয়াই দি হাঁহি মাৰি চকুলৈ চাই থাকে। আজিহে যেন তাইৰ বুকুখন জুৰ পৰি গ'ল। সি নীৰৱ ভাবে তাইলৈ চাই থাকে। তাই তাৰ ডিঙিত লাহেকৈ হাত দুখন থৈ আলফুলকৈ সাৱটি ধৰি কয় "মোৰ জীউটো।" তাৰ মুখমণ্ডল আনন্দত উজলি উঠে। ৰ'দৰ তাপত তাইৰ গাল দুখন ৰঙা হৈ উঠিছিল; তাতে আকৌ এধাৰা তেজৰ সোঁত যেন তাইৰ গালত লগ লাগিল। গাল দুখন সেন্দুৰীয়া হৈ উঠিল। তাইৰ এনে সেন্দুৰীয়া গাল দুখনিত তাৰ চুমা খাবলৈ মন গ'ল; কিন্তু তাই হঠাতে আঁতৰি গ'ল। তাৰ চুমা খোৱা নহ'ল। সি থিয় হৈ ৰ'ল। তাই আঁতৰি আহি হাঁহি হাঁহি নদীৰ ঘাটলৈ কলহ দুটা লৈ নামি গ'ল। কলহত পানী ভৰাই লৈ তাই হাঁহি হাঁহি আঁতৰি যায়- কথা নকয়। সি কিবা ক'ব খুজিছিল; তাই হাতেৰে বাধা দি দূৰলৈ আঙুলিয়াই দিয়ে। সি চায়। দূৰত দেখে কোনোবা পানীলৈ আহিছে। সি তৎক্ষণাত গামোচাখন কঁকালত বান্ধি পানীত নামিল আৰু গৰুহালক ঘঁহি-মাজি চাফা কৰাত লাগি গ'ল। তেতিয়া উমাই গৈ ঘৰ পাইছে।

আজি উমাৰ আনন্দৰ সীমা নাই। ওৰে ৰাতি তাই হাঁহি মাতি কাম-কাজ কৰি গৈছে।

ইফালে বলোৰামৰো প্ৰাণ থৌকিবাথৌ। আজি তাৰ প্ৰাণসমা উমাই বিহুৱান দিলে; লগতে দিলে প্ৰাণভৰা ভালপোৱা। তাৰ অন্তৰত আজি যেন আনন্দৰ বান আহিছে। আজি তাৰ কামবোৰ যেন পলকতে হ'ব ধৰিছে। কিন্তু সময়বোৰো যেন পলকতে যাব ধৰিছে। আজিৰ দিনটো কিছু দীঘল হোৱা হ'লে! অন্ততঃ ৰাতিটো সোনকালে শেষ নোহোৱা হ'লে! সি আজি ৰাতি সপোন দেখিব নেকি? দেখাহেঁতেন একো বেয়া নাছিল। তাৰ ইচ্ছা হয় যেন আজি ৰাতিটো সি এটা মধুৰ সপোন দেখিয়ে শেষ কৰি দিব।

ৰাতি শুবৰ সময়ত বলোৰামে ভাবে, সি উমাক কি উপহাৰ দিব! তাই তাক বিহুৱান দিলে; সি অন্ততঃ কিবা এটা উপহাৰ দিয়া উচিত। তাই তাক ভাল পোৱাৰ প্ৰমাণ দিলে বিহুৱানেৰে, আৰু সিও তাইক ভাল পোৱাৰ প্ৰমাণ দিব কিবা এবিধেৰে। সি ভাবে। ভাবি ভাবি একো থিৰ কৰিব নোৱাৰি সি থিৰ কৰিলে যে উমাক কাইলৈ এটা সুগন্ধি তেলৰ বটল উপহাৰ দিব। তাইৰ ধুনীয়া দীঘল ক'লা চুলিটাৰিত সুবাসিত তেলৰ গন্ধে আমোলমোলাব। সি তাকেই থিৰ কৰে।

পিচদিনা পুৱা সি কাপোৰ কানি পিন্ধি সোনকালে নগৰলৈ গ'ল। নগৰৰ পৰা এটা ধুনীয়া তেলৰ বটল লৈ আহিল। তেতিয়া দুপৰীয়া হওঁ হওঁ। সি বাহিৰে বাহিৰে উমাহঁতৰ নঙলামুখ পালে। নঙলামুখত থিয় হৈ সি ইফালে-সিফালে চালে। মজিয়াত চুৱাসাজবোৰ লেটিয়াই থকা উমাৰ হঠাতে চকুত পৰিল। তাই তাৰ ফালে চকু কৰিলে। সিয়ো চালে। দুয়োৰে চকুই চকুই পৰিল। বলোৰামে চকুৰে ইঙ্গিত দিলে। উমায়ো চকুৰেই উত্তৰ দিলে। সেই সময়ত মাকে পাকঘৰত ভাত ৰান্ধিব ধৰিছে। তাই চুৱা বাচনবোৰ লৈ বাহিৰলৈ ওলাই আহিল। তাই বাৰীৰ পাচৰ পুখুৰীটোলৈ বাচনবোৰ লৈ গ'ল। বলোৰামে বুজিব পাৰি আন ফালেৰে পুখুৰীলৈকেই খোজ ল'লে। উমাই অকলে পুখুৰীত বাচন মাজিছে আৰু কোন ফালেৰে বলোৰামে আহে তাকে চাই আছে। তাইৰ বাচন মাজা হ'লত সেইবোৰ পৰিপাটি কৰি থৈ থিয় হ'ল আৰু গ'ল মেলি চালে; দেখিলে বলোৰামে কলজোপাৰ আঁৰে আঁৰে আহিব ধৰিছে। তাই থিয় হৈ দুখোজমান ওচৰলৈ গ'ল। সি আহি তাইৰ ওচৰ পালে। কলগছ জোপাৰ আৰু পুখুৰীৰ পাৰৰ লাউৰ চাঙিখনৰ আঁৰত দুয়ো থিয় হ'ল। ফাচ-ফুচ কৈ উমাই সুধিলে- "কিয় আহিলি? আই বাঘিনীজনীয়ে দেখিলে সৰ্ব্বনাশ হ'ব।" সিও ফাচ-ফুচকৈ ক'লে- 'এটা জৰুৰী কথা আছে।'

"কি?" তাই তাৰ মুখলৈ চায়। সি তাইৰ ওচৰ চাপি মোনাৰ পৰা তেলৰ বটলটো উলিয়াই তাইৰ হাতত দিয়ে- "ধৰচোন।"

তাই বটলটো হাতত লৈ এবাৰ চায় আৰু তাক কয় "কিয় আনিলি?"

"তেলনো কিয় আনে?" সিও প্ৰশ্ন কৰে।

"মোৰ বাবে কিয় ইমান খৰচ কৰিছ?"

"তেন্তে কাৰ বাবে কৰিম? মোৰ আৰু কোন আছে।?"

তাৰ অন্তৰভৰা ভালপোৱা তাই বুজে। তাই কয়- 'সময়ত সকলোবোৰ মোৰ হ'ব, কিন্তু এতিয়া কিয় মিছাকৈ খৰচ কৰ?"

"তই মোক যিমান মৰম কৰ, যিমান্ দিছ, তাৰ তুলনাত মই একো দিব পৰা নাই, মোৰ চেনেহী। তোক মই কি দিম!" তাৰ মাত কোমল কৰুণ হৈ আহে। আবেগত, দৰদত হৃদয় পৰিপূৰ্ণ হৈ যায়। তাৰ কাতৰ কৰুণ কণ্ঠস্বৰত তাইৰ হৃদয় গলি যায়। তাই ওচৰ চাপি আহে। তাৰ বুকুৰ মাজলৈ মুখখন সুমাই দি চকুযুৰিৰে সজলভাবে, আকুল ভাবে চাই মৰমসনা মাতেৰে কয়- "যি দিব লাগে, মোক তাকে দিছ, আৰু কি দিবলৈ আছে? মোক প্ৰাণটোকে দিছ; দিবলৈ আৰু বাকী আছেনে কিবা? মোক আৰু একো নালাগে মোৰ ধনটি। জীৱনত মোৰ লগাখিনি পাইছো আৰু দিব লগাখিনি দিছ, একো বাকী নাই।" তাইৰ এনে হিয়া খুলি কোৱা কথাত তাৰ অন্তৰ প্ৰেমেৰে পূৰ হৈ

গ'ল। সি পুনৰ তাইৰ চকুলৈ চালে। দুয়োৰে চকুই চকুই পৰিল। সি তাইৰ ৰঙা ওঁঠ দুটিত ধৰি ক'লে- "তোক নাপালে মই মৰি যাম উমা। তই মোৰ জীউ।"

"তই মোৰ প্ৰাণ। তোক লৈয়ে মই জীয়াই আছো। মোক এৰি নাযাবি দে; নহ'লে মই মৰি থাকিম।" তাই তাৰ আকুল চকুহাললৈ চাই চাই কয়। এনেতে দুবৈত কিবা শব্দ হয়। দুয়ো আঁতৰি পৰে। উমাই খৰধৰ কৰি বাচনবোৰ লৈ ঘৰলৈ যায়। লগতে বাচনৰ মাজত লুকাই লৈ যায় তেলৰ বট্‌লটো। বলোৰামে কলজোপাৰ আঁৰে আঁৰে গৈ বাটত উঠে আৰু উৎফুল্ল হৃদয়েৰে গৈ ঘৰ উঠে। আজি যেন সি এখন ৰাজ্যহে জয় কৰি আহিছে , এনে ভাব হয় তাৰ মনত। অৱশ্যে মিছা নহয়, সি সঁচাকৈ আজি এখন ৰাজ্য জয় কৰি আহিছে। এইখন ৰাজ্য বাহিৰৰ নহয়- ভিতৰৰ; মানুহৰ অন্তৰৰ নাৰীহৃদয়। সি সঁচা বিজেতা। সি আজি নাৰী অন্তৰ এখনৰ অধিপতি।

এনেকৈয়ে কালৰ বুকুত স্বাক্ষৰিত হ'ল দুখনি হৃদয়ৰ প্ৰেমৰ দলিল।

মহাজনে ভায়েকক দোকানলৈ মাতি নি ক'লে- "বুজিছ, মধুনাথ, ডাঙৰ ছোৱালী ঘৰত ৰখা বিপদ। পাপো। সেইবাবেই আগৰ দিনত অকুমাৰীতে বিয়া দিছিল। মই কোৱা কথা শুন। ড্ৰাইভাৰ বৰ ভাল ল'ৰা। নেদেখিছ তাৰ কাম-কাজবোৰ কেনে বুদ্ধিৰে কৰে? তাৰ লগত উমাক বিয়া দিলে তাইৰ সুখ হ'ব। তাই কিবা অকল তোৰহে জীয়েৰনে, মোৰ একো নহয়নে? মোৰো ভতিজা জী। আৰু ক'বলৈ গ'লে মোৰ জী নাই, তায়ে মোৰ জী। তাইৰ সুখৰ বাবে ময়ো ভবা দৰ্কাৰ, কাৰণ বেয়াত পৰিলে মানুহে মোকে দোষাৰোপ কৰিব বোলে মহাজন জেঠায়েক থাকোতে উমাক অমুক-তমুকত এনে তেনেকৈ দিলে। এইবোৰ ভাবি চিন্তি চাই মই এই কথা কৈছো। তাৰ উপৰি তই সদায় লগ পাবি, চকুৰ আগতে থাকিব। সি কেও কিছু নোহোৱা নিঠৰুৱা ল'ৰা। মই আনিছো এপূৰা মাটিবাৰী দি ঘৰ দুৱাৰ বান্ধি দিম বুলি কৈ। তই জী-জোঁৱাইক সদায় চকুৰ আগতে দেখি থাকিবি। বেচেৰী মা-মৰীয়া ছোৱালী; তাইলৈ মোৰ বৰ মৰম লাগে। তই অমত হ'ব নালাগে।"

"মই একো অমত হোৱা নাই ককাইদেউ। পিচে আমাৰ ঘৰত....।" মধুনাথে ঘৈণীয়েকক ইঙ্গিত কৰে। মহাজনে হাঁহি মাৰি কয়-

"ভাই বোৱাৰীৰ মত আছে। সিদিনা আমাৰ ডাঙৰ বোৱাৰীৰ আগতে কৈছে। আনকি আমাৰ ইয়ালৈ আহোতে বোলে ড্ৰাইভাৰক একৰকম জোঁৱাই বুলিয়ে গৈছে। গতিকে তই সেই বিষয়ে চিন্তা কৰাৰ দৰ্কাৰ নাই।"

"দিব পাৰিলেতো ভালহে আছিল ককাইদেউ! তাইৰ বয়স হ'ল আৰু মোৰো বয়স গ'ল; আৰু কিমান দিন ৰাখিম। ক'ৰবাত গটাব পাৰিলে ৰক্ষা পৰো। পিচে টকা পইচা

লৈহে লেঠা।”

“টকা পইচাৰ বাবে তই ভাবিব নালাগে। বিয়াৰ সমস্ত খৰচ মই বহন কৰিম দুয়োপক্ষৰে। তোৰ ছোৱালী মোৰ ছোৱালীৰনো কি তফাৎ। একে ঘৰৰে ছোৱালী। বেলেগ নহ'লে ময়ে জানো বিয়া দিব নালাগিলহেঁতেন?”

“এতিয়াও তুমিয়ে দিব লাগিব ককাইদেউ। বেলেগ হলো বুলি তুমি মোক এৰিব পাৰিবানে?”

“কেনেকৈ এৰিম? সেই বাবেইতো ইমান চেষ্টা কৰিছো। তই এতিয়া যাগৈ। যোগাৰ পাতি কৰ। অহা আঘোণত কামখিনি শেষ কৰি দিব লাগিব।”

এনেকৈ আলোচনা কৰি চাহ একাপ আৰু ধঁপাত এচিলিম খাই মধুনাথ উঠিল। ঘৰত আহি ঘৈণীয়েকৰ আগত সকলো কথা ভাঙি পাতি ক'লে। ঘৈণীয়েকে ক'লে-

“আমি আগেয়ে ভাবিছো বোলো জেঠায়েকে তাইক ভাল ল'ৰাত খৰচ পাতি কৰি হ'লেও বিয়া দিব। জেঠায়েকে তাইক কম মৰম কৰেনে? ভালেই হ'ল, ল'ৰাও ভাল। অলপ যেনিবা লেৰেলা। হ'ল কি হ'ল; বেচ-বুদ্ধি আছে মটৰৰ কাম জানে। টকা পইচা উপাৰ্জ্জন কৰিব পাৰিব। তাৰ উপৰি সি আমাক ভালো পায়। মাজে মাজে ব্লাউজ, চেমেজ, মেখেলা আদি কিমান দি থাকে মোক। নিজেনো কি সোপা দিছে? এই যে বিধে বিধে কাপোৰ পিন্ধি আছো আজি এবছৰে কাৰ জহতনো? ল'ৰা-ছোৱালীহালকো কত চোলা, কাপোৰ আনি দি আছে। সি বৰ ভাল ল'ৰা। তাতকৈ ভাল কোন হাকিম, উকিলত দিবলৈ যাবা? তুমি কথা দিয়াগৈ। মোৰ মত আছে।”

“বাৰু তাকেই কৰিম। পিছে ছোৱালীজনীকো এষাৰ সুধি চাবাচোন কি কয়।”

ঘৈণীয়েকে তাচ্চিল্যৰ সুৰত কৈ উঠিল- “এহ্ আই, ছোৱালীক সুধিহে ল'ৰা চাব। আমাকনো কোনে সুধিছিল? তাই এনে স্কুল-কলেজত পঢ়াজনী ওলাল যে তাইৰ বৰ তাই নিজে বাছি ল'ব? তাইক কি সুধিব লাগে? তাই কি জানে? আমি মাক-বাপেক হৈ বেয়াত দিব ওলাইছোনে?”

“হ'লেও এষাৰ সোধা বেয়া নহয়।”

“তুমিয়ে সোধা গৈ।” ঘৈণীয়েকে ভেকাহি মাৰি উঠি গ'ল। ভিতৰৰ পৰা উমাই সমস্ত কথা শুনি আছিল। এইবোৰ কথা শুনি তাইৰ মনটো ইচাতি-সিচাতি লাগিল। আজি তাইৰ মাকলৈ মনত পৰিল। মাক থকাহেঁতেন আজি তাইক এজন মদপীৰ হাতত সপি দিবলৈ নিদিলেহেঁতেন। ক'ৰ মানুহ, কি জাতিৰ, তাৰ আগৰ ঘটনা চৰিত্ৰ কেনেবিধৰ তাক নজনাকৈ তাৰ লগত বিয়া দিবলৈ ওলাইছে তাইক। তাইৰ বৰ দুখ লাগিল। তাইৰ কোমল গালেৰে দুধাৰী চকুলো বাগৰি পৰিল। বলোৰামৰ কথা ভাবি

তাইৰ আৰু দুখ লাগিল। বেচেৰাই প্ৰাণ দি ভাল পায় তাইক। কেও কিছু নথকা মৰম আকলুৱা বলোৰামৰ ভৱিষ্যৎ জীৱনত তাইৰ সঙ্গ সুখে নীৰস জীৱনটি অলপ জীপাল কৰি তুলিব বুলি তাইৰ যি কল্পনা জন্মিছিল সেই কল্পনা যেন ক্ষন্তেকতে মৰিমূৰ হৈ গ'ল। তাই ঘৰৰ ভিতৰতে গালে মুখে হাত দি চকুলো টুকিব ধৰিলে।

সিদিনাৰ পৰা ড্ৰাইভাৰৰ অবাধ গতি হ'ল। ইবিধ-সিবিধ দিয়া বা নিয়া চুতা কৰি সি নিতৌ গধূলি অন্ততঃ এবাৰ হ'লে উমা হৰ্তৃৰ ঘৰত উপস্থিত হ'বই। শেৱালিৰ লগত নানা তামাচা-স্ফূৰ্তি কৰি, চাহ-তামোল খাই সি হাঁহি হাঁহি গান গাই গাই ওলাই যায়। একোবাৰ সুবিধা পালে উমাৰ ফালে নজৰ কৰে।

তেতিয়া হয়তো গধূলি পাৰ হৈ অলপ ৰাতি হৈছে। উমাই মজিয়াত তৰকাৰী কুটি আছে। হঠাৎ উপস্থিত ড্ৰাইভাৰ চাহাব। হাতত এটা নীলা ফ্ৰক। পবনৰ মাকক মাত দিয়াৰ লগে লগেই হাজিৰ হ'ব পবনৰ মাক হাতত পীৰাখন। বাৰান্দাত বহিবলৈ ক' লে-"বহা বোপা, তুমি আজি নাহিবা বুলিয়েই ভাবিছিলোঁ।"

"আজি লৰীখনে বৰ দিগদাৰী দিলে; সেই দেখিহে পলম হ'ল। পিচে শেৱালি ক'ত ?"

শেৱালিয়ে মজিয়াত আলুবোৰ লাৰি পিতিকি আছিল, দ্ৰইভাৰৰ মাত শুনি থানাক-থুনুককৈ ক'লে "মই ইয়াতে আছো।"

"এই ফালে আহা শেৱালি, তোমালৈ কি আনিছো চোৱাচোন?"

"কি আনিছা?" বুলি তাই দৌৰি ওচৰ চাপিল। ড্ৰাইভাৰে কোলাত লৈ তাহ ফ্ৰকটো পিন্ধাই দি ক'লে- "বেচ ধুনীয়া দেখা হৈছে তোমাক। কেনে লাগিছে শেৱালি?"

"বৰ ভাল। বেচ বেচ।" তাই হাত চাপৰি বাই নাচিব ধৰে। পিচত দৌৰি গ'ল বায়েকৰ ওচৰলৈ। যাওঁতে দুৱাৰখন মেল খায়। মজিয়াত পিচমুখ দি বহি আঞ্জা কুটি থকা উমাক চকুত পৰে ড্ৰাইভাৰৰ। কলডিলীয়া খোপাটো কান্ধত পেলাই লৈ বঠিখনৰ মুখত কোমোৰাটো লৈ মাৰিছে হেঁচা। হেঁচাত কোমোৰা দু-ডোখৰ হৈ গ'ল। হেঁচামৰাৰ লগে লগে তাইৰ মূৰটোৰ দোপনি উঠিছে আৰু গাটো লৰি উঠিছে। গাৰ চাদৰখনৰ এমূৰ সুলকি পৰিছে। ৰঙা ব্লাউজটো ওলাই পৰিছে। কোমোৰাডোখৰ থৈ হাতখন পিচলৈ নি তাই চাদৰখনৰ আঁচলটিত ধৰি টানি আনি পিঠিৰফালে মেৰাই লৈ বুকুলৈ আনিলে। মেৰাই আনোতে হাতখন দাঙাহে অহাৰ লগে লগে তাইৰ উন্নত বুকুখনিৰ পূৰ্ণ অৱয়বটো প্ৰকট হৈ পৰিল। এই লাৱণ্যময়ী ৰূপ দেখি তাৰ মনত পৰিল চিত্ৰ তাৰকাসকলৰ দেহৰ লাৱণ্য আৰু শৰীৰৰ লয়লাস ভঙ্গিমা। চিনেমাৰ অভিনেত্ৰীসকলৰ অভিনয় কৌশল আৰু দৰ্শকক ভুলোৱা

কায়দাবোৰলৈ তাৰ মনত পৰিল। তাৰ মন আকৃষ্ট হৈ পৰিল। তাৰ অন্তৰত যেন বাঙালী চিনেমাৰ কেইফাকিমান গান ধ্বনিত হ'ব ধৰিলে — "ওগো তুমি যে আমাৰ ....।"

সস্তীয়া ধৰণৰ হিন্দী, বাঙালী নাইবা ইংৰাজী ফিল্মৰ অনেক কামোদ্দীপক ছবি দেখিছে, চাইছে। তাত কাহিনী আৰু কথাতকৈ দেহ-ভঙ্গিমাৰ কচৰৎ হে বেছি চলে। কামোদ্দীপক কেইটামান গান আৰু নাচ, লগতে শৰীৰৰ অদৰ্শনীয় অঙ্গৰ ব্যাপক সঞ্চালন দেখুৱাই দিনে ৰাতি নিকৃষ্ট শ্ৰেণীৰ পৰা ধন আদায় কৰা কাৰবাৰ আজি কালি সৰ্ব্বদায় চলিব ধৰিছে অবাধে। এনে এবিধৰ ভক্ত হৈ চলচ্চিত্ৰৰ পৰ্দ্দাৰ ছবিৰ পৰিবৰ্ত্তে হঠাৎ প্ৰকৃত দেহধাৰী ৰমণীয় কমনীয় ৰূপ চকুত পৰাত তাৰ মনৰ মাজত অহেতুক আনন্দৰ হিল্লোল বাগৰি গ'ল। সি একেৰাহে চাই থাকিল। এই এক মুহূৰ্ত্ত সময়তে এনে ভাব পৰিবৰ্ত্তন হোৱা দেখি বাহিৰত থিয় হৈ পবনৰ মাকে ক'লে — "তুমি বহা বোপা, মোৰ ভাজিখিনি দৈ যাব।" তেওঁ বেগাই গুচি যায়; কিন্তু দুৱাৰখন জাপ নগ'ল। উমা আৰু ড্ৰাইভাৰ একে সৰল ৰেখাতে থাকিল। এনেতে শেৱালিয়ে দৌৰি আহি ড্ৰাইভাৰৰ কোলাত উঠি কয় — "বৰু ধুনীয়া চোলা। বাইদেউকো দিবা দে?"

হাঁহি মাৰি এটা চুমা খাই ড্ৰাইভাৰে কয় — "দিমতো। নিয়া। এয়া। তোমাৰ বাইদেউক দিয়াগৈ।" সি তাইৰ হাতত ব্লাউজটো দিয়ে। শেৱালিয়ে দৌৰি গৈ ব্লাউজটো বায়েকক দিয়ে — "ধৰ বাইদেউ তোৰ চোলা।"

চিল্কৰ ধুনীয়া ব্লাউজ। উমাই দেখা পায়। তাই শেৱালিক কয় "তই দুৱাৰখন জপাই আহ শেৱালি।" তাই দুৱাৰখন জপাই দিয়ে। উমাই কয় — "এই চোলাটো আইৰ হাতত দেগৈ। এইটো আইৰ চোলা।"

"নহয়, তোক দিছে।

"নহয় যা, আইৰহে চোলা। আইক দি আহ গৈ।"

বায়েকৰ কথা শুনি তাই ব্লাউজটো মাকৰ হাতত দিয়ে গৈ। মাকে হাঁহি মাৰি চোলাটো লয় আৰু মৰম কৰি থয়। তাৰ পিছত বাহিৰলৈ ওলাই আহি ড্ৰাইভাৰক কয় — "তুমি সদায় এইবোৰ কিয় আনা বোপা? মিছাকৈ ইমানবোৰ পইচা খৰচ কৰি এইবোৰ নানিবা। ইমানবোৰ পইচা তুমি খৰচ কৰিলা!"

"একো নহয়, বাহিৰা পইচা, বাহিৰে বাহিৰে গৈছে।"

"বাহিৰাকৈ পোৱা পইচা হ'লে আমাৰ বাবে খৰচ কৰিব লাগে নেকি?"

"তেন্তে মই বাৰু কাৰ বাবে খৰচ কৰিম?" তাৰ আপোন ভাবি কোৱা কথাত পবনৰ মাকৰ অন্তৰ মৰমেৰে ভৰি পৰে। সি তেওঁলোকক এতিয়াৰ পৰাই নিজৰ

মানুহ যেন দেখা হৈছে, তাকে ভাবি তেওঁৰ অন্তৰ পুলকিত হৈ উঠে। মৰমসনা মাতেৰে কয় — "ঈশ্বৰে দিলে দিয়া দিন বহুত আছে বোপা, তুমি নিদিনো কোনে দিব—।"

ভাবী শাহুৱেকৰ এনে মৰম লগা কথা শুনি তাৰ বুকুখন জুৰ পৰি যায়। সি আনন্দমনেৰে কয় — "তেন্তে এতিয়া মই উঠোহে।" পবনৰ মাকে মৰমৰ ধমক দি কয়— "ক'লৈ যোৱা চাহ তাহ নোখোৱাকৈ? এই বুলি কৈ ভিতৰ সোমাই উমাক ক'লে — "উমা তৰকাৰীখিনি কুটি উঠি সোনকালে চাহ কৰ, বোপাই, বোলে এতিয়াই যায়।" আদেশ দি তেওঁ পাকঘৰৰ ভিতৰ সোমায়। মাকৰ আদেশ অমান্য কৰিলে তাইৰ জানো নিস্তাৰ আছে? গতিকে তৰকাৰীখিনি কুটি দি তাই লৰালৰি কৰি চাহ কৰিব ধৰিলে। চাহ হোৱাত মাকে চাহে - পিঠাই আনি বাহিৰত বহি থাক ড্ৰাইভাৰৰ আগত দি ক'লে — "চাহ খোৱা বোপা।"

ড্ৰাইভাৰে চাহ খালে। তাৰ পিছত তামোল খাই উঠি যাবলৈ ওলাল। পবনৰ মাকে ক'লে — "বেজাৰ নাপাবা বোপা, আহি থাকিবা। তুমি এদিন নাহিলে এবছৰ নাহাযেন পাওঁ।"

"বেয়া নাপালে আহি থাকিম।"

এনেকৈ কৈ এবাৰ কি দুবাৰ দুবাৰৰ ফাকেৰে উমালৈ দৃষ্টি নিক্ষেপ কৰি ড্ৰাইভাৰ বাবু ওলাই গ'ল। বাটত উমাৰ কাণত পৰাকৈ হিন্দী চিনেমাৰ এফাকি গান জুৰিলে।

* * * * * * * * * *

পিচদিনা গধূলি নদীঘাটলৈ অকলে পানী আনিবলৈ গৈছে উমা। যাওঁতে জেতুকী বাইৰ নঙলামুখেৰে যাব লাগে। জেতুকীবায়ে দেখা পাই মাত দিলে—

"হেৰা, এইজনী উমা হয়নে?"

"হয় বাই।" উমাই উত্তৰ দিয়ে।

"তই সন্ধিয়া বেলিকা অকলে কিয় পানী নিবলৈ আহিছ।"

"আজি মোৰ পলম হ'ল বাই। তাইহঁতে মোক বাট নাচাই পানী লৈ গ'লেই।"

"এনেকৈ গধূলি বেলিকা অহা অমঙ্গল। নাহিবি উমা। আজি-কালি দেশদস্তুৰ বেয়া হৈছে, কেতিয়া কি হয় ক'ব নোৱাৰি। ব'ল বাৰু ময়ে অলপ আগবাঢ়ি যাওঁ।"

"নালাগে বাই, তৎক্ষণাৎ আহিম, তুমি কষ্ট কৰি যাব নেলাগে।"

"তেনেহ'লে তই যাব নালাগে, মোৰ চোতালত অলপ সময় থিয় হৈ থাক, মই তৎক্ষণাৎ কলহ দুটি বুৰাই আনি দিওঁ।" জেতুকীয়ে কলহ দুটাত ধৰিলে। উমাই দিও-নিদিও কৰি এৰি দিলে। জেতুকীয়ে ক'লে — "এই কানিমুনি বেলি গাভৰু ছোৱালী এজনীক অকলে নদীৰ ঘাটলৈ যাব দিব নোৱাৰি। তোৰ মাৰ নহ'ল বুলিনো আমি

গাঁওকুছিৰ তিৰোতাও নোহোৱা হলোনে? তই অলপ থিয় হৈ থাক, মই তৎক্ষণাৎ পানী লৈ আহিম। আই চিকো মাহীমাক হ'ল বুলিনো গাভৰু ছোৱালীজনীক এনেকৈ পঠাব লাগেনে?" নাকটি কোচাই উমাৰ মাহীমাকক ধিক্কাৰ দি জেতুকীবায়ে কলহ দুটা লৈ নদীঘাটলৈ গ'ল। উমা তাইৰ চোতালত থিয় হৈ ৰ'ল।

জেতুকীবায়ে কলহ দুটা লৈ নদী ঘাটলৈ গ'ল। উমা তাইৰ চোতালত। জেতুকীয়ে পানী ভৰাই আনি কলহ দুটা উমাৰ আগত থলে আৰু ক'লে- "এতিয়া লৈ যা উমা তোৰ যিহে মাহীমাৰ! পলম হ'লেই সাতপুৰুষ উদ্ধাৰ কৰিব, নহ্লে অলপ পৰ ৰাখি তামোলকে খুৱালোহেঁতেন এখন।"

"তামোল খাই নাথাকো বাই মই যাওঁ। পলম হ'লে বকিব।"

"এৰা যা উমা। বাৰু, কাইলৈ আবেলিলৈকে এবাৰ ফুৰিবলৈ আহিবিচোন; তইঁতে দেখো এই অভাগিনী জেতুকীবায়েৰাৰ খবৰকে নলৱ মৰিলোনে আছোৱেই।"

"খবৰ সদায় পাই থাকো বাই। বাৰু, পাৰিলে এপাক মাৰিম।"

উমাই পানী লৈ গুচি যায়; জেতুকীয়ে তাইৰ ফালে চাই থাকে।

উমাহত জেতুকীৰ ঘৰলৈ পৰাপক্ষত নাহে। চুবুৰীত এনে ৰকমৰ তিৰোতা থাকিলে জীয়াৰী নষ্ট হয় বুলি মধুনাথে জানে। সেই দেখি উমাহঁতক আহিব নিদিয়ে। ইফালে জেতুকীয়েও ভয় কৰে। ক'ব নোৱাৰি কেতিয়াবা কিবা জগৰ লগালে দুৰন্ত পবনে তাইৰ আদা হালধিবোৰৰ ভিকাচন মাৰিব পাৰে। গতিকে অহা- যোৱা লেন-দেন নাই। উমাহঁত তাইৰ ঘৰলৈ যোৱা যেন এক প্ৰকাৰ নিষেধ, এনে ভাব দেখা যায়। আজি হঠাতে জেতুকীবাইৰ পৰা এনে অপ্ৰত্যাশিত মৰম পাই মৰম আকলুৱা উমাৰ মনত জেতুকীবাই বৰ প্ৰিয় হৈ উঠিল।

পিচদিনা আবেলি কামকাজ শেষ কৰি উমাই মাকক নেদেখাকৈ পিন্ধি উৰি জেতুকীবাইহঁতৰ ফালে ফুৰিবলৈ গ'ল। পিছত বিচৰাত নাপাই মাকে ভাবিলে যে তাই জেঠায়েকহঁতৰ তালৈ গ'ল; কাৰণ মাজে সময়ে তাই সৰু বৌয়েকৰ তালৈ ফুৰিবলৈ যায়। উমা যোৱা দেখি জেতুকীবায়ে আথে-বেথে গৈ আগবঢ়াই আনি ঘৰৰ ভিতৰত বহিবলৈ পীৰা পাৰি দিলে আৰু মৰমসনা মাতেৰে ক'লে- "আজি মোৰ বৰ ভাগ্য। আমাৰ উমা আজি মোৰ ভঙাপঁজালৈ আহিল।"

"তোমাৰ ভঙাপঁজা হ'লে আমাৰ কি? আমাৰ অট্টালিকা নেকি?

আমাৰো খেৰৰ ভঙাপঁজা বাই।"

"হ'ক উমা এনেকৈয়ে আমাৰ জীৱন গ'লে ৰক্ষা পৰো।"

এনেকৈ কৈ তাই তামোলৰ বঁটাখন আনিলে। তামোল কাটি উমাকো দিলে আৰু

নিজেও খালে। তামোলচালি খাই উঠি ৰঙা পিক এসোপামান পেলাই দি তুলবুলীয়া ৰঙা ওঁঠ দুটি লৰাই লৰাই ক'ব ধৰিলে "তই অলপ বহ উমা, মই চাহ কৰো।"

"চাহ নালাগে বাই, মই সৰু বৌৰ তালৈ যাম। পলমকৈ ফিৰিলে আয়ে বকিব। আইক ক'ব নোৱাৰাকৈ আহিছো; সোনকালে যাওঁ।"

"সেই বুলি মাৰৰ ভয়ত তোমাকমই চাহঢোক খাবলৈ নিদি যাবলৈ দিমনে? কিমান বকে বকি থাকক; দৰকাৰ হ'লে ময়ে গালি খাম। "জোৰ কৰি বহুৱাই থৈ জেতুকীয়ে চাহ কৰিবলৈ গ'ল। জেতুকীয়ে চাহত জাল দি আছে আৰু বেৰৰ জোলোঙাৰে বাটৰ ফালে বৰ ব্যগ্ৰ হৈ ঘনে ঘনে চাব ধৰিছে। যোৱা ৰাতি ড্ৰাইভাৰৰ আগত তাই কৈছিল যে কাইলৈ আবেলি উমাক তাই তাইৰ ঘৰলৈ আহিবলৈ বাধ্য কৰিব। আজি হঠাতে তাইৰ বৰ কথা গৰ্ব্বৰ কথা বিধিয়ে ৰক্ষা কৰিলে। এতিয়া ড্ৰাইভাৰে আহি দেখা পালেই কাম হাচিল। সেই দেখি তাই বেৰৰ সুৰুঙাৰে বাটলৈ চাই আছে কেতিয়া ড্ৰাইভাৰ আহে, কেতিয়া ড্ৰাইভাৰ আহে কৈ। ড্ৰাইভাৰেও তাইৰ কথাৰ প্ৰমাণ, গুণমন্ত্ৰৰ প্ৰভাৱ চাবলৈ বুলিয়ে আবেলি আহিল। জেতুকীৰ চাহ হোৱাৰ আগে আগে ড্ৰাইভাৰ চাহাব উপস্থিত জেতুকীবাইৰ বাংলাত। চোতালত থিয় হৈ দেখে উমা আহি জেতুকীৰ মজিয়াত উপস্থিত। সঁচাকৈ এই জেতুকী বাই সাংঘাতিক তিৰোতা- মায়ঙৰ বেজতকৈও এখোপ চৰা। তাৰ বিশ্বাস হ'ল যে জেতুকীয়ে মন্ত্ৰশক্তিৰে যি ইচ্ছা তাকে কৰিব পাৰে। সেয়েহে গাঁৱৰ ডেকা বুঢ়া তাইৰ ঘৰলৈ আহে। তাৰ জেতুকীৰ ওপৰত প্ৰগাঢ় বিশ্বাস জন্মিল। উমাক দেখি সি এখুজি-দুখুজিকৈ পিচুৱাই আহি বাহিৰৰ পৰা মাত দিলে- "জেতুকীবাই।"

"অ' ড্ৰাইভাৰ বাবু নেকি?" বুলি জেতুকীয়ে হাঁহি মাৰি বাহিৰ ওলাই আহিল নধৰ-নপৰকৈ। উমাক পাৰ হৈ আহি বাহিৰত ড্ৰাইভাৰৰ আগত থিয় হৈ মিচিকিয়া হাঁহি মাৰি তাৰ চকুলৈ চাই উমালৈ ইঙ্গিত দিলে। ড্ৰাইভাৰে তাইৰ চকুলৈ চাই অটল বিশ্বাস আৰু অসীম শ্ৰদ্ধাৰে কলে- "বাই তুমি অদ্ভুত।"

তাই হাঁহি মাৰি কলে- "আহা এতিয়া ভিতৰলৈ।"

জেতুকীয়ে ভিতৰ সোমাই গৈ এখন পীৰা আনি বাৰান্দাত বহিব দিলে- "বহা।" বহো নবহোকৈ সি বহি পৰিল।

এনে অঘটন দেখি উমাৰ মুখৰ মাত হৰিল। য'তে বাঘৰ ভয় ত'তে ৰাতি হয়। তাই হতভম্ব হৈ চাই ৰ'ল। গাত এটা কঁপনি উঠিল। ধুনীয়া ৰঙচুৱা মুখখন কেহৰাজৰ ৰসৰ দৰে শেঁতা পৰি গ'ল। একো উপায় নাপাই তাই উঠি ক'লে- "মই যাওঁ বাই চাহ নেখাওঁ।"

জেতুকীয়ে হাঁহি হাঁহি ক'লে- ৰবা; ৰবাচোন, মোৰ চাহ হৈছে। ইমান লাজ কৰিছ কিয়? দুদিন পিচত দুয়ো এনেকৈ বহি কথা হ'বই লাগিব।" হাঁহি হাঁহি জেতুকীয়ে কয় আৰু ড্ৰাইভাৰক চকু টিপিয়াই দিয়ে। ড্ৰাইভাৰে মিচিকিয়া হাঁহি মাৰি উমাৰ ফালে কেৰাহিকৈ চাই লয়। উমা লাজ, ঘৃণা আৰু খঙত ৰঙাচিঙা পৰি উঠে। খংমুৱাহে তাই কয়- "তুমিয়ে যাৰে লগ হ'বৰ ইচ্ছা কৰা তাৰে লগত বহা বাই, লোকক নকবা। মই যাওঁ ।" তাই বাহিৰ হৈ আহে। জেতুকীয়ে লাজ পাই ক'লে- "তই খং কৰিলি নেকি উমা? খং নকৰিবি, মই ধেমালিহে কৰিছিলো।" তাই সেমেনা-সেমেনি কৰে। উমাই বাহিৰ ওলাই আহি কয়- "যাৰে তাৰে লগত ধেমালি কৰা কিয়?"

"ড্ৰাইভাৰতো তোৰ অচিনাকি নহয়। সদায় তইঁতৰ তালৈ গৈ থাকে। গতিকে.....।"

"মনে মনে থাকা বাই, আৰু একো নকবা।" এই বুলি কৈ তাই খং ভাৱে ওলাই আহে। কি ভাবি আহিছিল আৰু কি ভাবি যাব লগা হ'ল। ড্ৰাইভাৰ চোতালত থিয় হ'ল। জেতুকীয়ে নঙলামুখলৈ গৈ উমাক কাকুতি কৰি কব ধৰিলে- "চাহখিনি খা উমা। মই কাবৌ কৰিছো।" উমাই খঙতে কৈ যায়-"যাক খুৱাবৰ মন আছে তাক খুওৱা গৈ। মই নাখাওঁ।" উমা ওলাই গ'ল।

এই দৃশ্যৰ শেষখিনি দেখিলে কাঞ্চন পেহীয়ে । উমাই খং কৰি বাটলৈ অহা; জেতুকীয়ে অনুৰোধ কৰা আৰু ড্ৰাইভাৰে চোতালত থিয় হৈ নীৰৱে থকা দেখা পালে। পেহী বাটেৰে গৈ থাকোতে এই ঘটনা ঘটে। পেহীয়ে মূৰ দাঙি চাই থিয় হৈ ৰ'ল। পেহীক দেখি ড্ৰাইভাৰ আৰু জেতুকীবায়ে সেমেনা-সেমেনি কৰি ভিতৰ সোমাল; কাৰণ বুজিলে গতি বেগতিক হ'ল। এই পেহীৰ মুখত পৰিল যেতিয়া আৰু কাৰো ৰক্ষা নাই। পেহীক দেখি উমা অপ্ৰস্তুত হৈ পৰিল। পেহীয়ে কুঁজটো পোনাই লৈ তাইৰ মুখলৈ চাই কলে- 'হেৰ উমা তই ইয়াত কিয়? ড্ৰাইভাৰ বাপুও দেখো? অ' এনেহে তোৰ চৰিত্ৰ! আই চিকো, চিকো, এনেনো ছোৱালীনে?

পেহীৰ ধিক্কাৰ দিয়া কথাত উমাই একো ক'ব নোৱাৰা হ'ল। অবাক হৈ গল। কবও নোৱাৰে, কান্দিবও নোৱাৰে। থৰহৈ থিয় হৈ ৰ'ল। পেহী পুনৰ মূৰ তুলি চাই কিবাকিবি গুড্ গুডকৈ বকিলে আৰু তলমুৱা হৈ কুঁজটো উলিয়াই হুতুৰ হুতুৰ কৰি খোজ ললে। উমাই পেহীৰ আগে আগে আহি ঘৰ সোমাল; কিন্তু পেহী নোসোমাল। উমাগৈ একে কোবে তাইৰ কোঠালি সোমাল আৰু কানি-কাপোৰ সলাই পেলালে। তাই আজি ভয়, শঙ্কা অপমানত থক্ থক্ কৰি কঁপিব ধৰিছে। জীৱনত তাই এনে বিপদত পৰা নাছিল। আজি তাইক কুগ্ৰহই যেন লগ দিছিল। ক্ৰমে ক্ৰমে চিন্তা আৰু দুৰ্ভাবনাত মূৰ ঘূৰি গ'ল। কাঞ্চন পেহীৰ মুখৰ কথা মানে বতাহ। এতিয়াই গাঁওময়

ৰাষ্ট্ৰহে পৰিব। তাই যি টুটুকিনী। এনে অনুতাপে তাইৰ অন্তৰ দগ্ধ কৰিলে। তাইৰ কপালত দুখ আছে। দৈবৰ হাত সাৰিব নোৱাৰি। চিন্তা কৰোঁতে কৰোঁতে তাইৰ মস্তিষ্ক বিকল হৈ পৰিল। দুখ-বেজাৰত কান্দি কাটি তাই বিচনাত বাগৰি পৰিল।

তেতিয়া সন্ধ্যাৰ আন্ধাৰ নামি আহিছে ধৰণীৰ পোহৰ হৰণ কৰিবলৈ। লগে লগে যেন উমাৰ মনৰ আনন্দ হৰণ কৰিবৰ বাবে নামি আহিল বদ্‌নামৰ- দুশ্চিন্তাৰ ঘোৰ তিমিৰ। উহ্ কি দুৰ্ভাগ্য আজি তাইৰ।

কাঞ্চন পেহী আহি বলোৰামৰ ঘৰ পালে। বলোৰামে আজি গাড়ীলৈ ক'লৈকো যোৱা নাই। মাছ মাৰিবলৈ গৈছিল। জাল বাই আহি চোতালত থিয় হৈ মাছৰ খালৈটো বাৰান্দাত থৈ জালখন মেলি দিব ধৰিছে। তেতিয়া প্ৰায় গধূলি হওঁ হওঁ অৱস্থা। পেহীক দেখি বলোৰামে ক'লে-

"অ' পেহী আহি হাজিৰ হলেই। মই মাছ মাৰিবলৈ যোৱা বুলিনো কোনে ক'লে পেহী?" কাঞ্চন পেহীয়ে এনেকৈ সময়ৰ শৰ নুভুলি সময়মতে আহি মাছ পুঁঠি দুটা নি থাকে। বলোৰামৰ কথা শুনি পেহীয়ে ক'লে-" তহঁত গাঁৱৰ ডেকা ল'ৰহঁতে মাছ-পুঠি দুটা নিদিলেনো মই মাৰিকাটি খাব পাৰোনে?" বলোৰামে ভাবিলে যে পেহীয়ে বেজাৰ পালে। সি কলে- "তই বেজাৰ পালি নেকি পেহী? বেজাৰ নাপাবি। মই ধেমালি কৰিহে কৈছো।"

"কিনো বেজাৰ পাম? লোকৰ খুজি খোৱা জীউ যেতিয়া বেজাৰ পালে কি হব!" পেহীৰ কণ্ঠস্বৰ কৰুণ। বলোৰামে নিজকে দোষী দোষী অনুভব কৰিলে। সি জালখন মেলি দি খৰধৰ কৰি আহি পীৰা এখন দি কলে- 'খং নকৰিবি পেহী। বহ। তোৰ লগত ধেমালি নকৰিলে মোৰনো কোন আছে?'

পেহী বহিল। বলোৰামে চাকি জ্বলাই দিলে। তাৰ পিচত পেহীক কলে- "আজি কালি পেহীক দেখিবৰে নোহোৱা হ'ল"। পেহীয়ে স্বাভাৱিক সুৰত কলে- "দেখিবিনো ক'ত? তই জানো ঘৰত থাক? দিনে ৰাতি ঘট্ ঘট্ কৰি গাড়ীখন লৈ ফুৰ, আমাক দেখিবি ক'ত?"

"বাৰু ঘৰৰ ভিতৰলৈ ব'ল পেহী।" সি খালৈটো হাতত লৈ ঘৰ সোমায়। পেহীয়ে পীৰাখন হাতত লৈ গৈ মজিয়াত বহে। বলোৰামে মাছকেইটা মজিয়াত বাকি দি কয়- "পেহীক যি লাগে লৈ যা।"

বেটাপুত্ৰ নোহোৱা এই নিঠৰুৱা পেহীজনীৰ এই গাৱোৱান জনেই বেটাৰ দৰে। পেহীক ভাল বোলা লোক বোধহয় সংসাৰত নাই। ভাল বুলিব নালাগে বেয়া নুবুলিলেই ৰক্ষা। পেহীক বেয়া নোবোলা লোক গাওঁখনত নাই; কেৱল বলোৰামেই

ব্যতিক্রম। গতিকে বলোৰামৰ পৰা এখন চাৰ্টিফিকেট পোৱা বৰ কঠিন। সেই বাবেই বলোৰাম গাঁৱৰ ভিতৰতে চৰিত্ৰবান ডেকা বুলি জনাজাত। তেওঁ তাক মৰম কৰে; সিও তেওঁক বৰ আদৰ কৰে। বেমাৰ আজাৰে পেহীয়ে তাৰ খবৰ লয়; ইবিধ- সিবিধ দৰব পাতি আনি খুৱায়। পেহীৰো কেও কিছু নাই আৰু এই দুই ভাইৰো কেও কিছু নাই। গতিকে স্বাভাৱিক ফালেৰে দুয়োৰে সম্প্ৰীতি হোৱা নিতান্ত সম্ভাৱনা।

এনেতে অৰ্জ্জুন আহিল। সি পেহীক কলে- "কি মাছ লাগে পেহী"

"মোকনো কি মাছ লাগে?" এইবুলি এটা সৰু ৰৌ আৰু এটা ডাঙৰ মাগুৰ হাতত লৈ কলে- 'ৰৌপোৱালিটো আজি ৰাতি খাম আৰু মাগুৰটো জীয়াই ৰাখি কালি খাম।'

"আৰু এটা পেহীক দে। "পেহীয়ে মাছ তিনিওটা কাপোৰেৰে বান্ধি লয়। বলোৰামে কয়- "অৰ্জ্জুন , তই দৌৰি গৈ পৱনহঁতক কেইটামান মাছ দি আহগৈ।"

ককায়েকৰ আদেশ পাই অৰ্জ্জুন তাৰ নলে-গলে লগা বন্ধু পৱনলৈ কেইটামান মাগুৰ, গৰৈ, ৰৌ এখন ছিৰাকানিৰে বান্ধি পৱনহঁতৰ ঘৰ বুলি ৰাওনা হ'ল।

অৰ্জ্জুন যোৱাত পেহীয়ে বলোৰামক কলে- "তই সেই উমাহতৰ তালৈহে মাছ পঠালি?"

"কিয় পেহী?' সি অলপ আচৰিত হৈ সোধে। পেহীয়ে নাকটো কোচাই ঘৃণাৰ সুৰত কয়- "এহ্ আই, সিহঁতৰ কথানো কি কম! কবও লাজ, শুনিবও লাজ।"

বলোৰামে সন্দেহ কৰে– কিজানি সিদিনা নদীৰ পাৰ আৰু পুখুৰীৰ পাৰৰ তাৰ ঘটনাৰ কথাকে পেহীয়ে অন্য ৰকমে কাব্য কৰি কৈছে?

সি ভয়ে ভয়ে সোধে 'কিনো হ'ল পেহী?"

পেহীয়ে এটা ভেকাহি মাৰি কয়- 'এহ , কিনো হ'ব! ছোৱালীজনী নষ্ট পালে।'

"কেনে?" সি বৰ ব্যগ্ৰ হৈ সোধে।

'কেনেনো হ'ব! সেই লম্পট ড্ৰাইভাৰটোৰ লগত.......। সিও বেটা হাৰামজাদা, চুৱাখোৱাই সেই জেতুকীজনীৰ তাত কিমান লীলা খেলা কৰে তাৰ অন্ত নাই। মৰাশ পচক তাত আমাৰ হানি নাই; পিচে জীয়ামানুহ পচিলেহে বেয়া লাগে। সি এতিয়া উমাৰ লগতো হলিগলি লগাইছে।'

বলোৰামে ঠাট্টা কৰি ক'লে- 'উমাক বোলে তালৈ বিয়া দিব। গতিকে অহাযোৱা কৰিছে।'

"অহাযোৱা কৰক আৰু উমাকো বিয়া কৰাওক তাত কাৰো আপত্তি নাই;

— পিচে বিয়াৰ আগে লোকৰ ঘৰলৈ নি এই বোৰ কি লেটি-ঘেটি? আই চিকো, চিকো।"

"কিনো কৰিলে পেহী, কচোন?"

"কি কৰিব? দিন দুপৰতে অতপালি!"

"কিনো দেখিলি? ক'ত কি দেখিলি?"

"ক'ত কি দেখিম- সেই জেতুকী নষ্ট হোৱাইটিৰ ঘৰত।"

"জেতুকীবাইৰ ঘৰত কি কৰিলে?"

"হয়, হয় সেই বায়েৰাজনীৰ ঘৰতে। তাই বেটি নষ্ট হৈ পাৰাখনকো নষ্ট কৰিহে এৰিব।"

"কিনো হ'ল ঘটনা, খুলি নকৰ কিয়?"

"কি হ'ব? উমাক লৈ ড্ৰাইভাৰে জেতুকীৰ ঘৰত উপস্থিত। মই নিজ চকুৰে দেখিছো কাণ্ড কাৰখানা। আই চিকো। ছোৱালীজনী নষ্ট পালে। মই আগেয়ে কৈছিলো মধুনাথক বোলে এই উঠন ছোৱালীজনীক ক'ৰবাত দিদে নহ'লে পিচত বদনামৰ ভাগী হ'ব লাগিব। সি নুশুনিলে। এতিয়া পাব নহয় ঠেলা।"

"এতিয়া দেখো তাৰ লগতে বিয়া দিওঁ বুলিছে, পিচে কিয় এনেখন কাণ্ড কৰিলে? উমাই নিজে গৈছেনে?"

"হাতী বইত নপৰিলে মাউত উঠিব পাৰেনে? যত দোষ তাইৰে।"

"এৰা!"সি মূৰ দুপিয়ায়। তাৰ পিচত আকৌ সোধে-

উমাক দেখো ভাল যেন দেখিছিলো!"

"ভাল নে কাল! নদীৰ সজাত নাই, সাপৰ সজাত নাই আৰু সজাত নাই নাৰীৰ। ই শাস্ত্ৰৰ বচন। মেকুৰীক বিশ্বাস নাই আৰু বিশ্বাস নাই গাভৰু ছোৱালীক। যুৱতী ছোৱালীক বিশ্বাস নকৰিবি। তাইহঁতে সকলো ডেকাৰ ফালে একে দৃষ্টিৰে চাব, প্ৰত্যেককে একে কথা ক'ব; কিন্তু সুবিধা পালে মাৰিব কাৰোবাৰ লগত উৰা। ইহঁত মন নোপোৱা পখী। সুবিধা পালে নেৰে।"

"এৰা পেহী। ইহঁত সকলো ডেকাৰ লগতে একে।" সি মূৰ দুপিয়ায়। তাৰ মূৰত বজ্ৰ পৰা যেন পায় কিন্তু খুলি নকয়। তাৰ চিন্তাজগতত তুমুল আলোড়ন, মনৰ মাজত ভীষণ সংঘৰ্ষৰ সৃষ্টি হৈছে। তাৰ বাক ৰুদ্ধ হৈ যাবৰ উপক্ৰম কৰিছে। বহুপৰ সি ভাবি বহি আছে। তাৰ মনৰ এনে পৰিবৰ্ত্তন দেখি পেহীয়ে আৰু তাত বহি থকা সমীচীন বোধ নকৰিলে। তেওঁ কলে-

"মই এতিয়া যাওঁ বলোৰাম; ৰাতি হ'ল।'

"হয়, যা পেহী।" সি উত্তৰ দিয়ে অন্যমনস্কভাৱে। পেহী উঠিল। সি বিমৰ্ষ মনে পোহৰ দেখুৱাই পেহীক গৈ আগবঢ়াই থলে। পেহীয়ে মাছ লৈ লাখুটিডালেৰে খুপি

খুপি গৈ থাকিল। পেহীক আগবঢ়াই থৈ আহি সি মজিয়াৰ মাছৰ চৰিয়াটোৰ কাষৰ পীৰাখনত বহি ওপৰ মুখ কৰি মনে মনে ভাবিব ধৰিলে।

তাৰ মনত আজি যেন এপাট বিষাক্ত শেল সোমাই গ'ল। অন্তৰখন পুৰিমাৰিব ধৰিলে। মনৰ উচপিচনিত থাকিব নোৱাৰি এবাৰ বাহিৰ ওলাই আহিল। তেতিয়া মাছ দি আহি অৰ্জ্জুনে চোতাল পাইছে। সি অৰ্জ্জুনক সুধিলে। "আহিলি অৰ্জ্জুন?"

"আহিলো ককাইদেউ।" সি ঘৰ সোমাল। বলোৰামে পিচে পিচে গৈ সুধিলে- “উমা আছেনে নাই?"

"উমা বাইদেউৰ বোলে আজি গা অসুখ, বিচনাত শুই আছে। "অসুখ!" সি মুৰ দুপিয়াই এনে এটা ইঙ্গিত কৰিলে যাক অৰ্জ্জুনে বুজিব নোৱাৰিলে। সি থিয় হৈ থকা দেখি কলে-'যা, তই ভাত ৰান্ধ গৈ।" অৰ্জ্জুন যায়। বলোৰাম আকৌ চিন্তামগ্ন হয়-

"এৰা, তাইৰ অসুখ! কি অসুখ মই বুজিছো। কাঞ্চন পেহীয়ে মিছা কোৱা নাই। তাইৰ একো বিশ্বাস নাই। নাৰীত বিশ্বাস নাই। ড্ৰাইভাৰৰ কানি-কাপোৰ টকা-পইচা পাই তাই ভুল গ'ল। তাই মোক ইমান দিনে বেচ ফাঁকি দিলে। এনে দুষ্টা নাৰী বুলি মই বুজা নাছিলো। উহ! কি কালসাপিনী তাই! তাইক আৰু মোৰ চাবৰ মন নাই। মোক নাপালে মৰি যোৱা বুলি কয় আৰু তলে তলে ড্ৰাইভাৰৰ লগত....। বোধহয় ড্ৰাইভাৰৰ মৰাশ মোৰ গলত মেৰিয়াবলৈ ফান্দ পাতিছে। সন্তান হ'লে অপবাদ মূৰত দিবলৈ ফান্দ পাতিছে। মই তাইৰ কৌশল বুজিছো। সিহঁতৰ ঘৰখনেই অসৎ।" তাই পিচত অৰ্জ্জুনক কয়—

"অৰ্জ্জুন তই আৰু পৰনহঁতৰ তালৈ নাযাবি। পবনৰ লগ নলবি। সিহঁত বেয়া মানুহ।"

এক মুহূৰ্ত্ত আগতে মৰমতে মাছ দিবলৈ পঠালে আৰু কেইমুহূৰ্ত্ত মান পিচতে তালৈকে যাবলৈকেই নিষেধ কৰি দিলে। ইমান কম সময়ৰ ভিতৰতে মানুহ বেয়া হৈ যাব পাৰেনে? অৰ্জ্জুনে ভাবে। নিশ্চয় এই টুটুকিনী পেহীয়ে ককাইদেউৰ মন ভাঙিলে। এইৰ পালত পৰিলে কাৰো নিস্তাৰ নাই। ইমান কথা লগাব পাৰে এই বুঢ়ীজনীয়ে! তেওঁৰ ওপৰত তাৰ অতিপাত খং উঠে। এনেতে বলোৰামে কয়- "তই ভাত ৰান্ধি খাবি অৰ্জ্জুন, মই আজি ভাত নাখাওঁ— মূৰটো বেয়া লাগিছে। মই বাগৰ দিওঁ।" এই বুলি কৈ ভৰি-হাত ধুই সি বিচনাত শুই পৰে। সি শুলেহে কিন্তু টোপনি নাহিল। ওৰে ৰাতি চিন্তা কৰি থাকিল। উমাৰ প্ৰতি ঘৃণা, খং বিৰক্তিৰে অন্তৰ ভৰি পৰিল।

ইফালে ককায়েকে ভাত নাখাই শুই পৰাত অৰ্জ্জুনৰ বেয়া লাগিল। সিও মাছবোৰ ভালকৈ থৈ দি নোখোৱা-নোলোৱা কৰি বিচনাত পৰিল। আজি তাৰ বৰ দুখ লাগিল

ককায়েকৰ আচৰণ দেখি। তাৰ পিচত তাৰ খং উঠে কাঞ্চন পেহীৰ ওপৰত। এইজনীৰ বাবেহে এইখন হ'ল। তেন্তে কালিলৈ গৈ কুঁজী পেহীৰ কুঁজটোত একগুলী মাৰি চিধা কৰি দি আহিব নেকি? সি মনে মনে ভাবে।

উমাই চিন্তা কৰে, অনুতাপ কৰে- কিয় গৈছিল জেতুকীবাইৰ তালৈ। তাইক সকলোৱে জানে; মুখত নিন্দা নকৰিলেও পেটে-পেটে তাইক ঘৃণা কৰে। কাঞ্চন পেহীয়েতো আগতে যি পায় তাক কৈ দিয়ে । তাইৰ তালৈ গলে যে মানুহৰ চকুত পৰে এই কথা তাই জানিও নামানিলে কিয়; নষ্ট হোৱা ঠাইলৈ গ'লে যে মানুহ নষ্ট হ'ব লাগে এই জ্ঞান তাইৰ নাহিল কিয়? পাপপুৰীলৈ গলে মানুহ পাপী হয়; পানীত নামিলে কাপোৰ ভিজে। অসৎ সঙ্গই মানুহক অসৎ কৰে;এইবোৰ কথা তাই নুবুজিলে কিয়? এনেকৈ ভাবি ভাবি তাই অস্থিৰ হৈ পৰে। আগৰ দৰে তাইৰ হাঁহি-মাত নাইকিয়া হৈ পৰিছে। মাহীমাকে তাইৰ গঢ়গতি লক্ষ্য কৰিছে। তেওঁ ভাবিছে যে বিয়াৰ কথাৰ কিবা উমান পাই উমাই তেনেখন লাজ কৰিছে আৰু গম্ভীৰ হৈ পৰিছে। মাজে মাজে মাহীমাকে তাইৰ ফালে জিজ্ঞাসু দৃষ্টিৰে চায়। তাইৰ মনৰ ৰেহৰূপ লক্ষ্য কৰে।

ইফালে মনৰ উচপিচনিত উমা ৰ'ব নোৱাৰা হৈছে। তাই সন্দেহ কৰিছে জানোচা কাঞ্চন পেহীয়ে তিলকে তাল কৰি কৈ বলোৰামৰ মনত কথাটো বেয়া ভাবে সোমাই দিয়ে। সৰল, হোজা বলোৰামে নিশ্চয় তাইৰ কথাত পতিয়ন গৈ তাইক দুচ্চৰিত্ৰা বুলি সন্দেহ কৰিব আৰু তেতিয়া তাইৰ ভৱিষ্যৎ....? তাই ভাবি ভাবি আকুল হৈ পৰে।

পিচদিনা দুপৰীয়া এবাৰ পবনক মাতি আনি তাই মনে মনে কলে "পবন, তই গৈ বলোৰামক মাতি আন গৈ। মোৰ এটা কথা ক'ব লগা আছে।" সি বায়েকৰ আদেশ শুনি তৎক্ষণাত গাড়োৱানৰ ঘৰ উঠিল. আৰু মাত দিলে- গাড়োৱান ককাই ঘৰত আছেনে?"

বলোৰামে সেইদিনা মনৰ বেজাৰতে গাড়ী লৈ যোৱা নাই। তাৰ মনৰ মাজত জোৱাৰ উঠিছে। উহ, তিৰোতাৰ চৰিত্ৰ কেনে ভয়াবহ! তিৰোতাৰ কথাত একো বিশ্বাস নাই। তাইহঁত ফেঁটি সাপ। তাৰ ঘৃণা জন্মিছে নাৰী জাতিটোৰ ওপৰতে। সি গোহালি ঘৰতে গৰুহালক দানা-পানী খুৱাই গা-মূৰ পিহি মৰম কৰি গলবিচনীখন পিহি পিহি ক'ব ধৰিছে-'খা বাচাহঁত খা। তহঁতেই ঠিক । তহঁত মোৰ জীউলাউ। খা ৰঙা খা।" সি ৰঙাৰ ফালে দানাৰ চৰিয়াটো আগবঢ়াই দিয়ে। তাৰ গা পিহি কয়- "মোৰ মৰমৰ বন্ধু হৈছ তহঁত দুটা। খা মোৰ ধনহঁত। তহঁত দুয়োৱেই মোৰ আই, বোপাই, ভাই, বন্ধু সকলো। আহ ৰঙা, খা মোৰ বাচা।" মৰমতে সি ৰঙাৰ গলত সাবটি ধৰে।

নোদোকা হৃদপুষ্ট দেখনিয়াৰ বলদহাল। সিহঁতেও মৰমৰ মোল বুজে। মৰম পাই সিহঁতে ডিঙিবোৰ দীঘলকৈ মেলি দিয়ে আৰু তাৰ গা চেলেকিব ধৰে। গৰু আৰু গাড়োৱানৰ যেন ভাবৰ বিনিময় হয়, প্ৰগাঢ় প্ৰেমত যেন গৰু আৰু গাড়োৱান এক হৈ গ'ল. কিন্তু এষাৰ মাতে তাক বিৰক্ত কৰি তুলিলে।

"গাড়োৱান ককাই ঘৰত আছেনে? পবনৰ এই মাতষাৰিয়ে তাক ৰব বিৰক্ত কৰি তুলিলে। ৰঙাৰ গলৰ পৰা হাত এৰুৱাই আনি মাত দিলে- "কোন অ'?"

পবনে গোহালি ঘৰৰ ওচৰলৈ গৈ মাত দিলে- "মই অ' ককাই।"

"অ' পবন আহিছ? তোক জানো মাৰাই মোৰ ইয়ালৈ আহিব দিছে?" "আইক সুধি মই ক'ৰবালৈ যাওঁ নেকি? আইক মই কি খাতিৰ কৰো?"·"বাৰু কিয় আহিলি?"

পবনে তাৰ কাণৰ কাষলৈ গৈ ফুচফুচাই কলে-" বাইদেৱে তোক মাতিছে এতিয়াই যাব কৈছে। মোৰ লগতে।"

পবনে হাঁহে। বলোৱামে গহীন হৈ ইতিকিং কৰা সুৰত কয়-

"বায়েৰক কবি যে গাৰোৱান নহলেও হ'ব। ড্ৰাইভাৰ আছে নহয়।"

"ধেৎ বগমাছ ঠাট্টা কৰিছ !"

"ঠাট্টা নহয়। ড্ৰাইভাৰ ভিনীহিয়েৰা থাকোঁতে গাৰোৱান ককায়েৰাক কিয় লাগে?"

"মুখখনত যি আহে তাকে কৱ কিয়? মই বাইদেউৰ আগত কৈ দিম।"

"কবিগৈ। কবলৈকেইতো কৈছো।"

"তেন্তে তই নাযাৱ নেকি?"

"নাযাওঁ।"

"বাইদেৱে খং কৰিব।"

" তোৰ বাইদেউ, ড্ৰাইভাৰৰ ঘৈণীয়েকে খং কৰি মোক একো কৰিব নোৱাৰে যা।" পবনৰ এইবাৰ খং উঠিল। বাৰে বাৰে বায়েকক ড্ৰাইভাৰৰ ঘৈণীয়েক জোৰাই দিছে। আজি কি হৈছে গাড়োৱানৰ সি একো তত্ ধৰিব নোৱাৰিলে। কিবা জগৰ লাগি খং কৰি থকা বুলি তাৰ ধাৰণা হ'ল, নহ'লে কোনোদিনে বলোৱামে তাৰ বায়েকৰ সম্পৰ্কে এনে কথা নকয়। সি আৰু বেছি কথা ক'বলৈ মন নকৰিলে। তাৰ খং অভিমানত জৰ্জ্জৰিত হৈ সি ভোৰভোৰাই গুচি গ'ল। যাওঁতে কৈ গ'ল- "আজি নিশ্চয় মই বাইদেউৰ আগত এই বোৰ কথা কৈ দিম।"

তাৰ ভোৰভোৰনি আৰু ধমকৰ কথা শুনি বলোৱামে এবাৰ এটা কটাক্ষৰ হাঁহি মাৰিলে- "হু-হু।" তাৰ পিচত উত্তেজিত সুৰত আপোনা-আপুনি কৈ উঠিল "তাই এতিয়া মোক মাতি পঠাইছে। মোক অজলা ল'ৰা পাইছে। ড্ৰাইভাৰ গিৰিয়েকৰ লগত লোকৰ

ঘৰত গৈ প্ৰেম কৰিব আৰু বদনামৰ বোজাটো থবৰ বাবে মাতিব মোক। তাইৰ বুদ্ধি মই জনা নাই?"

এনেদৰে বকি-জকি উঠি সি গৰুহালক দৰখ দিবৰ বাবে নিবলৈ যোগাৰ কৰিলে। ইফালে পবনে গৈ বায়েকৰ আগত সকলো কথা ভাঙি-পাতি ক'লে। পবনৰ মুখে বলোৰামৰ এনে আচৰণৰ কথা শুনি স্বৰগ পৰা মানুহৰ দৰে থৰ হৈ ৰ'ল। তাই বুজিব পাৰিলে যে কাঞ্চন পেহীয়ে গৈ নিশ্চয় কথা লগাইছে। তাকে শুনি তাৰ বৰ খং উঠিছে। সি একেবাৰে চাধাচিধা মানুহ। তাইৰ টুটুকীয়া কথাত পতিয়ন গৈছে। এতিয়াহে মস্কিল হ'ল। কি কৰো? তাক মই কথাষাৰ বুজাই দিব লাগিব। তাক লগ ধৰি বুজাই দিব লাগিব। তাই ভাবি-চিন্তি চোতালত থিয় হৈ আছে। হঠাতে বাটৰ ফালে চকু পৰিল। বলোৰামে বলদহাল খেদি আনিব ধৰিছে। সি আহি তাইহঁতৰ নঙলামুখ পোৱা দেখি তাই এবাৰ মাহীমাক আছে নে নাই চালে আৰু মাহীমাকৰ উপস্থিতিৰ একো গম নাপাই সাউৎকৰে ওলাই আহি বাট পালে। গৰুৰ দৰখ হাতত লৈ অহা বলোৰামক দেখি এটা ক্ষীণ অথচ অৰ্থপূৰ্ণ হাঁহি মাৰি লাহেকৈ সুধিলে- "মোৰ ওপৰত কি জগৰ লাগিল? মই মাতি পঠাওঁতে কিয় নাহিলি। কি খং কৰিছ?"

সি এবাৰ গৰুহালক হাক্‌লি মাৰি দৰখ দুডাল ভালকৈ হাতত লৈ তাইৰ ফালে চাও-নাচাওকৈ চাই উত্তৰ দিলে· "খং কৰিলে কি হ'ব? কাৰো ওপৰত খং নকৰো। লোকৰ মানুহৰ ওপৰত খং কৰিলে কি হ'ব?"

"তেন্তে কিয় সেইবোৰ অবাচ্য কথা কৈ পঠাইছ?"

"কিয় আহিব লাগে বাৰু! ড্ৰাইভাৰৰ মৰাশ মই বুটলিব লাগে নেকি!"

তাইৰ চকুদুটা মলিন হৈ গ'ল। এবাৰ তাৰ ফালে সজল ন'হয়নে চাই বৰ কৰুণ ভাবে কলে- "তই মোৰ বুকত ঘা নিদিবি দে। মোৰ বুকত জুই জ্বলাই নিদিবি। তই মোক এনেকৈ কোৱাৰ আগেয়ে মোৰ বুকুত ছুৰী বহুৱাই দিবি। মোক ইমান ভুল বুজিবি বুলি ভাবিয়ে আচল কথাটো ক'বৰ বাবে তোক মাতি পঠাইছিলো।"

"আচল কথানো কি? মই জানো। মই সকলো বুজিছো। ড্ৰাইভাৰৰ লগত ইমান দিন লীলা-খেলা কৰি এতিয়া বিপদত পৰিছ। পাপৰ ফল তই ভোগ কৰ কিন্তু লোকৰ গাত দিবলৈ চেষ্টা কৰ কিয়? আৰু সি কুকুৰেনো তাৰ বদনাম মোৰ গাত জাপিবৰ দিহা দিয়ে কিয়? নিজৰ পাপৰ ফল নিজে পাওক। এতিয়া বদনাম হ'বৰ ভয়ত মোৰ আশ্ৰয় লৈছ? সেই দেখিয়ে তই নদীৰ পাৰত লগ ধৰি মোক বিহুৱান দিছিলি। তোৰ আচল মতলব তোৰ পাপৰ ভাগ ময়ো ল'ব লাগে। মই বুজাই নাছিলো। এতিয়াহে বুজিলো।"

"উহ তই মোৰ মুৰটো কোবাই ফালি পেলাই দে।" তাই অসহ্য বোধ কৰি কান্দি উঠে। "তই মোক মাৰি পেলা। তই মোক ইমান জ্বালা নিদিবি। সৰুতে আই মৰি গ'ল, মৰম কেনে বস্তু তাক নাপালো; এতিয়া তয়ো মোক এনে ঘা দিলে মই জীয়াই থাকিম কেনেকৈ? উহ মোৰ অদৃষ্ট!" তাই কান্দি উঠে।

"ড্ৰাইভাৰ থাকোতে তই মৰিব নালাগে আৰু মৰিব নোৱাৰও। কিবা ক'ব লগা থাকিলে ড্ৰাইভাৰৰ আগত কবি। জুই খালে অঙ্গাৰে হাগে মনত ৰাখিবি।" এই বুলি কৈ আগবাঢ়ি যোৱা গৰুহালক এটা হাক্‌লি মাৰি সি আগুৱাই যায়। উমাই উচুপি উঠে। এনে নিষ্ঠুৰ বাণী বোধহয় তাইৰ জীৱনত আজিয়ে শুনিলে। তাইৰ হৃদয় বিদীৰ্ণ হৈ গ'ল। সি বেগাই পাৰ হৈ যায়। তাই তাৰফালে চাই কিছু সময় থিয় হৈ উচুপি থাকে। তাইৰ প্ৰবল ইচ্ছা জন্মে তাক মাতিবলৈ, কিন্তু নোৱাৰিলে। শোকৰ হেচাঁত তাইৰ বাক ৰুদ্ধ হৈ গ'ল। তাইৰ চকুৰে অবিৰল ধাৰে চকুলো বাগৰিল। তাই একো ক'ব নোৱৰা হয়। থৰ থৰ কৰি কঁপিব ধৰে। শোক,দুখত অভি ভুতা উমাৰ বাকৰোধ হৈ পৰে। তাইৰ মুখেৰে ক্ষীণভাবে উচ্চাৰিত হয়- "মই মৰিম!" তাই অস্থিৰ হৈ লাহে লাহে ঘৰলৈ খোজ লয়। ঘৰৰ ভিতৰ সোমাই পাৰেমানে কান্দে। "উহ! মই কি কৰিলো" বুলি কপালত ভুকুৱাই কান্দে। ইমান অপমান অপযশ তাই সহ্য কৰিব নোৱাৰে। তাই বিচনাত বাগৰি পৰে। এনে মৰ্ম্মভেদী যাতনাত তাইৰ কোমল অন্তৰখনি চুৰমাৰ হৈ,যায়।

# আঠ

কাঞ্চন পেহীৰ মুখত পৰি চাৰি দিনৰ ভিতৰতে উমাৰ কাহিনীটো এটাৰোমাঞ্চকৰ কাহিনীৰ দৰে ৰাষ্ট্ৰ হৈ পৰিল। যিবিলাকৰ স্বভাৱ চৰিত্ৰ ভাল তেনেবোৰ তিৰোতাই দুখ কৰিলে- "ছোৱালীজনীক মিছা বদ্‌নাম দি বৰ বিপদত পেলাবৰ চেষ্টা কৰিছে দুষ্টইঁতে৷ বোধহয় বদ্‌নাম দি নাম নষ্ট কৰি বেয়া বৰত দিবৰ মতলব কৰিছে দুষ্টইঁতে। কিছুমানে কৈছে- "কাঞ্চন পেহীৰ কথা! তিলকে তাল কৰি কয় এই জনীয়ে। কথা বা কিমান সঁচা তাক ঈশ্বৰেহে জানে।" যিবিলাকৰ ডেকা কালত স্বভাৱ ভাল নাছিল, আনকি আজি-কালিও নিজৰ মনৰ ওপৰত কৰ্ত্তৃত্ব নাই, তেনেবিধ তিৰোতাই ভেঙুচালি কৰি ক'ব ধৰিছে- "হ'ব আৰু নহবনে? জুই আৰু ঘিউ! জুইৰ কাষত ঘিউৰ টেকেলি থৈ নগলিবলৈ হাক দিলে নগলিবনে? কাৰ ক্ষমতা আই এই যৌৱন কালত খৰলীয়া ভাত খাই থাকে? গাখীৰ মিঠৈ কাষত পালে শুক্তাৰ খাব কোনে খাব?" আনফালে যিবিলাকৰ স্বভাৱ বেয়া বুলি প্ৰকাশ্য গোপন হৈ আছে তেৰাসকলে একেবাৰে নাক কোচাই ক'লে- "এঃ আই। আমি আগেয়ে জানো। সেই ধম্‌ধমীয়া ছোৱালীডালে লচ্-পচ্ কৈ কিয় ফুৰে। সেই গাড়োৱান বললোৰামৰ লগত আছিল আগেয়ে, এতিয়া ড্ৰাইভাৰৰ ৰঙচঙীয়া সাজ-পাৰ দেখি ভোল গ'ল। চৰিত্ৰ ভাল হ'লে বলোৰামৰ লগত পানীঘাটত কথা হয়নে? আমি শুনি আছো তাইৰ কীৰ্ত্তি কাহিনী। বাপেকেও ছোৱালীজনীক উদং দিছে । এতিয়া ইয়াৰ বাৰী তাৰ বাৰী লুটি ফুৰিবই। আমাৰ ছোৱালী হোৱাহ'লে বেটিৰ নাক-চুলি কাটি বঙালত বেচিলোহেঁতেন। আই চিকো। চিকো।" এই শ্ৰেণীৰ তিৰোতাৰ কোব এখোপ চৰা। আন কিছুমানে কয় এতিয়া ড্ৰাইভাৰৰ লগত পলাই নগ'লেই ৰক্ষা।" তাইহঁতে নাক কোচাই ককৰ্থনা কৰে যাতে তাইহঁতৰ চৰিত্ৰৰ ওপৰত মানুহৰ সন্দেহ নহয়। তাইহঁতে এনেভাব ব্যক্ত কৰে যেন তাইহঁতে এই বোৰ দেখিবই নোৱাৰে, নিজে ভুক্তভোগী হোৱা বহুদূৰত। কিন্তু বুজোতাই বুজে কিয় ইমান ঘৃণাৰ ভাব দেখুৱায়। নটীৰ মুখত সতীত্বৰ বঢ়াই বেছি হয়েই।

গাওঁখনত যেন খলক লাগি পৰিছে। উমাৰ লগৰ ছোৱালীজাকে ফিচিঙা-ফিচিঙি কৰি হাঁহে তাইৰ ফালে লক্ষ্য কৰি। তাইৰ ওপৰত সন্দেহ হয় কাৰণ তাই তিমান কথাৰ উত্তৰ নিদিয়ে। স্বভাৱতে তাই লগ সমনীয়াৰ লগত বেছিকৈ কথা নকয় আৰু

নুফুৰে। তাৰ কাৰণেই তাইৰ অন্তৰখন বুজাত অইনৰ টান হৈ পৰে। তাইকযে লগৰীয়াবোৰে বেলেগ দৃষ্টিৰে চায় আজি-কালি সেই কথা উমাই বুজে। সেই দেখি তাই দলৰ লগত পানী আনিবলৈ নাযায়। দুই এজনীয়ে আজিকালি বেয়া ইঙ্গিতেৰে ঠাট্টা বিদ্রূপ কৰে। তাই নীৰবে সহ্য কৰি যায়। এনে এটা সামাজিক পৰিস্থিতিত পৰি স্বাভাৱিকতে মানুহ নির্দোষীও দোষী প্রমাণিত হয়। বিশেষকৈ তিৰোতা মানুহৰ ক্ষেত্রত কথাষাৰ বিশেষ প্রযোজ্য। তাইক সকলোৱে সন্দেহৰ দৃষ্টিৰে চাওঁতে চাওঁতে তাইৰ মনৰ যি আত্মগৌৰৱ ভাৱ আছিল সি ক্রমে লোপ পাই যাব ধৰিলে। "ইন্ ফিৰিয়ৰিটি কমপ্লেক্স অসমীয়াত যাক কয় মনৰ হীনত্ব বোধ ক্রমে ক্রমে বাঢ়ি আহিল। তাইৰ হাঁহিমুৱা উজ্জ্বল মুখখনি বিষাদৰ ছাঁয়াৰে অনুজ্জ্বল হৈ পৰিল।

এই বদ্‌নামবোৰ শুনি পিতাকৰ মনত বৰ আঘাত লাগিল। যদি তাইৰ তেনেই কামনা আছিল তেন্তে তাই খুলি নকলে কিয় যে তাইৰ বিয়াটো সোনকালে পাতিব লাগে। সি দেখোন দিনে দিনে মোৰ ঘৰলৈ আহিয়ে থাকে। মধুনাথৰ বৰ খং উঠে। "মোৰ নাকঘাৰ কাটিলে, বংশৰ নামত কলঙ্ক সানিলে। তাতকৈ তাই মৰি যোৱা ভাল আছিল। ড্রাইভাৰৰ লগত বাহিৰলৈ গৈ অবৈধ মিলন ঘটাব পাৰে অথচ ঘৰত মাক পিতাকৰ আগত খোলা-খুলিভাবে কথাটো ক'ব নোৱাৰে? ই কেনে কথা?" ইমানবোৰ বদ্‌নাম প্রচাৰ হোৱাত মাহীমাকৰো খং উঠিল।

"মুখত হ'লে বেটি নিমাতী কন্যা, পিচে তলে তলে সেই। ড্রাইভাৰৰ কথা উলিয়ালেই তাই নাক কোচায়। পাচে ইফালে লোকৰ ঘৰত চুৰকৈ বিয়নী মেল। তাই কিয় লোকৰ ঘৰলৈ যাব লাগে? তাইৰ যদি এনেহে গুপুত কথা আছিল তেন্তে নিজৰ ঘৰলৈ অহাত মনে মনে মাতি নি ক'ব নোৱাৰিলেনে? বেটিৰ চৰিত্র বেয়া সেই দেখিহে লোকৰ ঘৰলৈ যায়। আৰু গৈছে কোন ঘৰলৈ? একেবাৰে জেতুকীৰ ঘৰলৈ। তাইৰ কথা কোনে নাজানে? নিজৰ শাৰীত লোককো তুলিব পাৰিলে তাইতো ভালেই পায়। তাইৰ তালৈ যাবলৈ মই ইমান হাক দিছো তথাপি তাই বেটি সেইজনীৰ তালৈহে যায়। মোক নেদেখাকৈ চুৰকৈ যায়। এতিয়া কেনে মজাপালি? বেটি! এতিয়া ড্রাইভাৰে নিনিলে তোক বঙালত বেচিব লাগিব। মোৰ নাকঘাৰ কটা খেদালি।"

মাহীমাকে উচ্‌পিচকৈ খঙতে জ্বলিপকি মৰে। যদিও তাইক ড্রাইভাৰলৈ দিব খোজে তথাপি এনেবোৰ অসঙ্গত কার্য্য তেওঁ সমর্থন নকৰে। সতিনীৰ সন্তান হ'লেও নিজৰ ঘৰৰ বদ্‌নাম হোৱা তেওঁ সহ্য কৰিব নোৱাৰে। এই ক্ষেত্রত তেওঁ ড্রাইভাৰক বেয়া পালে।

"যদি তাৰ কিবা গোপনীয় কথা আছিল তেন্তে মোক নকলে কিয় সি? মই সুবিধা কৰি দিলোহেঁতেন। তাক দেখো কথা হ'বৰ সুযোগ মই নিতৌ দিওঁ? তেনেস্থলত

তাকে নকৰি সি এনেখন কাণ্ড কৰি মোৰ বংশৰ নাক কাটিলে। উহ্। উহ্।। মোক বৰ কামোৰ মাৰিলে।" মাকে আপচোচ কৰে আৰু উমাক বকে?

ইফালে দ্রাইভাৰে জেতুকীবাইৰ আগত কয় "কথা দেখো কেনে হ'ল বাই। ঔষধৰ দেখো ওলোটা ক্রিয়াহে হ'ল?"

জেতুকীয়ে সান্ত্বনা দি কয়– "একো ভয় নকৰিবা ; মোৰ ঔষধ ব্যৰ্থ হোৱা নাই। মন্ত্ৰৰ গুণতে তাই আপুনি আহিছিল আৰু মন্ত্ৰৰ গুণতে এনে বদ্‌নাম হৈছে। মন্ত্ৰৰ গুণতে এতিয়া বাধ্য হৈ সেই ছোৱালী তোমাক দিব লাগিব।"

"অৱশ্যে মন্ত্ৰৰ গুণতে হওক বা বদ্‌নামৰ গুণতে হওক তাইৰ দৰা নাপাই মোকে দিব লাগিব ই ধুৰুপ। বদ্‌নাম হ'ল যেতিয়া আৰু কোনে বিয়া কৰাব ?"

"গতিকে তোমাৰেই হ'ব। মই কৈছো নহয় যে মোৰ ঔষধৰ গুণ, মন্ত্ৰৰ গুণ ব্যৰ্থ নহয়। পিচে তুমি হ'লে মোক ফাকি দিলা। সেই দেখি মন্ত্ৰই তিমান জোৰেৰে কাম নকৰিব।"

"কি ফাকি দিলো বাই?"

"তুমি মোক বন্দবস্তৰ টকা দিলা?"

সি পেটলুঙৰ মোনাৰ পৰা দহটকীয়া নোট দুখন উলিয়াই ক'লে-'লোৱা তোমাৰ টকা।'

তাই নোট দুখন লৈ কয় 'মই এখনহে পাওঁ, বাকীখন কিয়?'

"বাকী আৰু আঠখন পাবা, কেৱল মোৰ কাম সমাধা কৰি দিয়া। মই এশ টকা দিম বুলিছো যেতিয়া এশ টকাকে দিম।"

তাই তাৰ কাষলৈ আহি নোট দুখন লয়। তাৰ মুখৰ ওচৰ পোৱাত তাই তাৰ মুখৰ এটা 'ভেকেট' 'ভেকেট' গোন্ধ পালে। মদৰ গোন্ধ। তাই নাক কোঁচাই পিচুৱাই গৈ ক'লে- "তোমাৰ কাষলৈ যাবই নোৱাৰি, তুমি এইবোৰ কি খোৱা? মদ খাবলৈ এৰি পেলোৱা।"

"মদ খাবলৈ এৰিম? মদ এৰিলে মাগীও এৰিম। তোমাকো এৰিম। সন্যাসী হম। নিজৰ তিৰোতা এৰিছো এই মদৰ কাৰণে। মদ মই এৰিব নোৱাৰো। মনৰ জ্বালা, দেহৰ যন্ত্ৰণা উপশম কৰিবৰ বাবে এয়ে মোৰ আশ্ৰয়। মদ মই এৰিব নোৱাৰো জেতুকীবাই।"

এৰা, মদ এৰিলে জেতুকীবাইৰ কি প্ৰয়োজন, উমাৰেই বা কি প্ৰয়োজন তাৰ? সঁচাইতো! জেতুকীয়ে এবাৰ পুনৰ কথাষাৰ গমি চালে। এৰা, মদ নাখালেনো জেতুকীক ইমান টকা দিব কিয়, আৰু তাইৰ তালৈ আহিবইবা কিয়?

আনফালে মহাজনৰ দোকান, ঘৰ সকলোতে কথাটো ৰটনা- খচনা হৈ গৈছে।

মহাজনে মধুনাথক মাতি নি কলে- "দেখিলি তোৰ ছোৱালীৰ কাণ্ড? এতিয়া একো লেঠা নলগাতে বিয়াখন শেষ কৰি দে নহ'লে তোৰো নাক নৰব আৰু মোৰো লাজৰ সীমা নোহোৱা হ'ব। মই আগতেই তোক কৈছিলো। তইহে কৈছিলি যে ছোৱালীয়ে দেখো মত নিদিয়ে। এতিয়া দেখিলি তোৰ ছোৱালীৰ মত আছেনে নাই?

"কথা গুৰুতৰ হ'ল ককাইদেউ।"

"কি গুৰুতৰ হ'ল? বিয়া দি দে। তোৰো আপদ গ'ল আৰু ছোৱালীৰো বদনাম গ'ল। তই ভাবিব নালাগে, অতি সোনকালে বিয়াৰ যোগাৰ কৰ। ভাই বোৱাৰীক আজি আমাৰ ইয়ালৈ আহিব কবিচোন, কথাবতৰা হ'ব লাগিব। বোৱাৰীহঁতেও দিহা ভৰসা-দিব। বিশেষকৈ আমাৰ ডাঙৰ বোৱাৰী এইবোৰত পাকৈত।

"তাকেইতো কৰিব লাগিল ককাইদেউ, নহলে মোৰ অন্য উপায় নাই।"

"ভালে হ'ল, কি বেয়া হল? পকিল কল, সোৱাদ হল। গোৰ মাৰি তোক গঙ্গাত পেলোৱাহে হৈছে। ঈশ্বৰে যি কৰে মঙ্গলকে কৰে। তই ভাবিব নালাগে। যি কৰিব লাগে আমি কৰিম।"

"যি ভাল হয় কৰা ককাইদেউ। সকলোবোৰ তোমাৰ মূৰতে জাপি দিলো।"

এনেকৈ সন্মতি দি মধুনাথ দোকানৰ পৰা উঠিল। তেওঁ মলিন মুখে ঘৰলৈ ফিৰিল। তেওঁৰ অন্তৰ আজি কান্দি উঠিল। লাহে লাহে খোজ ললে।

তেওঁ যোবাৰ পিচত মহাজনে বৰ পেটটো পেলাই গাৰুটো চপাই লৈ আঠুৰ তলত ললে আৰু গুৰগুৰিটোৰ নলিচাডালত ধৰি মাৰিলে-হোপা। শব্দ হ'ল গুৰুৎ গুৰুৎ।

হোকাৰ নলিচাৰে অকাই- পকাই অহা ধোঁৱাৰ দৰে মহাজনৰ মগজুৰ মাজেৰেও অকাই-পকাই বুদ্ধিবোৰ আহিব ধৰিলে। তেওঁ চিন্তামগ্নভাবে গুৰগুৰি টানি থাকিল।

# ন

ঘৰত আহি মধুনাথে ঘৈণীয়েকৰ লগত আলোচনা কৰিলে। মহাজনৰ কথাবোৰ ভাঙিপাতি ক'লে। ঘৈণীয়েকে ক'লে– "কথা বেয়া হৈছে। কেতিয়াবা বিপদত পৰিব লাগিব। গতিকে চুৰ্ত্তি থাকোঁতে নাম ল'ব লাগে। আঘোণত বিয়াখন পাতিবই লাগিব। ল'ৰা মোৰ পচন্দ হৈছে। সতীয়া মাক বুলি যদি নিজে একো নাভাবা তেন্তে মই একো অমঙ্গল চিন্তা কৰা নাই।"

মইনো তোমাক কেতিয়া সতীয়া মাক বুলি ভাবি তাইৰ অমঙ্গল চিন্তা কৰা বুলি কৈছো? তুমিয়ে নিজে নিজে ভাবা তেনেকৈ। সেই তাহানিৰে পৰা মই তাইক তোমাৰ হাততে গটাই দিছো। তুমিয়ে তাইৰ মাক।

"সেই চাৰি বছৰ বয়সৰ পৰা আজি ওঠৰ বছৰীয়া কৰিলো; মই তাইৰ ভালৰ বাহিৰে বেয়া চিন্তা কৰা নাই। এতিয়া যদি ড্ৰাইভাৰৰ লগত বিয়া হয় তেন্তে ভৱিষ্যতে খোৱা-লোৱাৰ হাহাকাৰ নাথাকিব। সেইবাবেই নিজৰ ছোৱালী বুলি ভাবি তাক হাত কৰিবৰ বাবে চেষ্টা কৰি আছিলো। এতিয়া চিকাৰ নিজে ধৰা দিছে; মজা হৈছে। সোনকালে লেঠাটো মাৰিব লাগে।"

"তাইৰ জানো মত আছে? তাই বোলে গাড়োৱান বলোৰামৰ লগতহে ভাল। গতিকে কথাটো গমিপিতি চাব লাগিব। অৱশ্যে বলোৰাম বেয়া ল'ৰা নহয়। বলজোৰ আছে, ল'ৰাও চৰিত্ৰবান। যদি তাৰ লগত.......।"

"তাৰ লগত বিয়া দিব? হৈছে হৈছে!" ঘৈণীয়েকে যেন জপিয়াই উঠে। তাৰ পিচত কয়- "যুৱতী ছোৱালীনো কোন ডেকাৰ লগত ভাল নহয়? এজনক ল'বৰ বাবে সকলোৱে তেনে ফন্দী পাতে, পাচে অন্য এজন ফান্দত লাগিলে আগৰবোৰ এৰি দিয়ে। তাৰ লগত ভালহোৱা কথাও কিবা ডাঙৰ কথানে ? কিমান ছোৱালীয়ে তেনেকৈ চিকাৰ বিচাৰি ফুৰে। তাৰ বাবে ভাবিব নালাগে। আৰু বলজোৰৰ কথা যে কৈছা, বলজোৰ বেছি হৈ নো কি কৰিব? মহাজনৰ বস্তা বোৱাত সহায় হ'ব, লোকৰ কি হ'ব, নাইবা তাৰেই কি লাভ হ'ব? বলজোৰৰ দৰ্কাৰ নাই, বুদ্ধিৰহে দৰ্কাৰ। টকা আৰ্জিব নোৱাৰিলে বলযোৰৰ মূল্য নাই। ষাঁড়ৰো বল আছে, পিচে কোনেনো ষাঁড় এটাক জোঁৱায়েক কৰি লয়?"

"ড্ৰাইভাৰ যে ককাইদেউৰ চাকৰ........। মোৰ লাজে লাগে।"

"আৰু বলোৰাম কি? সি জানো চাকৰ নহয়? ই মটৰ চলায়"

"বলোৰাম চাকৰ নহয়, সি স্বাধীন। তাৰ গাড়ী-গৰু নিজৰ। ইচ্ছা কৰা হ'লে সি

তেওঁলোকৰ মাল নানিব পাৰে।”

হ'লেও গৰুৰ গাড়ী চলোৱাতকৈ মটৰ গাড়ী চলোৱাত সন্মান আছে- বাহাদুৰি আছে।”

থৈ দিয়া চাকৰৰ সন্মান। মহাজনে উঠ বুলিলে উঠে আৰু বহ বুলিলে বহিব লাগে। তাৰ কি সন্মান আছে।”

ঘৈণীয়েকে কালিকা গোসাঁনী যেন হৈ কৈ উঠিল- “ও তলে তলে বাপেক জীয়েকে মতলব কৰি মাজতে মোৰ জুতি চাব আহিছিল! দিয়াগৈ তোমাৰ জীয়েৰাক য'তে ইচ্ছা ত'তে, মোক কিয় সুধিব আহিছা? অ তলে-তলে এইবোৰহে কৰিছে ; মিছাতে মোক ভালৰি বোলাবলৈ সুধিব আহে। যোৱা যোৱা তোমাৰ যি ইচ্ছা তাকে কৰাগৈ, মোক নুসুধিবা।” তেওঁ উচাৎ মাৰি উঠি যায়। মধুনাথে কয়- ৰবাচোন ৰবা, ইমান খং কৰিছা .কয়? মই এটা কথাৰ কথাহে কৈছো। শুনাচোন শুনা!”

“কি শুনিম, নুশুনো। একো লাভ নাই।”

“আহাচোন আহা।” ঘৈণীয়েকক মাতে আৰু নৰম সুৰত বুজায়। ঘৈণীয়েক অলপ শান্ত হয়। তাৰ পিচত গিৰিয়েকে পুনৰ কয়- “বাৰু তুমিয়ে কোৱাচোন কি কৰা ভাল হব?”

“কি কৰিব? তাৰ মাটি-বাৰী নাই, ঘৰ-দুৱাৰ ভঙা। মাক বাপেক নাই ; আছে এটা অঘাইত ভায়েক । সি হ'ল গাড়োৱান- বস্তা বওঁতে পিঠিৰ ছাল গ'ল। সেই কেওকিছু নোহোৱা সঙ্গতি- বিহীন জনত দিয়াতকৈ তাইক নদীত উটাই দিয়া ভাল।”

“ড্ৰাইভাৰৰ যে গুৰিগুষ্ঠী একো নাজানো। তাৰ বা আগত কি ঘটনা ঘটিছিল কোনে জানে?”

“তাৰ বংশ ভাল নহলে নিজৰ জেঠায়েক এজনে নিজৰ ভতিজা ছোৱালীজনীক বাৰ বঙালত দিব ওলায়নে? নিজৰ বংশৰ ছোৱালীক কোনেও বেয়া বংশত দিব মন নকৰে।”

“কিবা এটা কৰিব লাগিব। তাইকো সুধি-পুচি চোৱা।”

‘তাইক কি সুধিব লাগে? নিজে বুজি পোৱা নাই নে?’ মন নহলে এনেখন হয় নে?

“নাজানো কেনেকৈ কি হল। ভগৱন্তে মোক কি বিপদত পেলালে।” গিৰিয়েকে এটা হুমুনিয়াহ পেলাই ওলাই গ'ল। ঘৈণীয়েকে এবাৰ তেওঁৰ ফালে চাই আত্মতুষ্টিৰ

এটা হাঁহি মাৰি বাহিৰৰ খৰিবোৰ ভিতৰলৈ নিবৰ বাবে চোতাললৈ ওলাই আহিল।

*  *  *  *

তেতিয়া কানিমুনি বেলি। সন্ধ্যাৰ আন্ধাৰ ক্ৰমে ঘনীভূত হৈ আহিব ধৰিছে। এই গধূলি বেলিকা উমাই পানী- দুনী আনি ঘৰ-চোতাল সাৰি চাকি বন্তি জ্বলাবৰ বাবে যোগাৰ কৰিছে। পবনে জাকৈখন লৈ পুখুৰীতে নামি মাছ ধৰিব আৰম্ভ কৰিছে। চাকি বন্তি জ্বলোৱাৰ পাছত মাহীমাকে উমাক মাতিলে-"উমা, এইফালে আহচোন।"

উমাই হাত-মুখ ধুই মাহীমাকৰ কাষলৈ গ'ল। মাহীমাকে তেতিয়া পাকঘৰত ভাত ৰন্ধাৰ দিহা কৰিছে। উমাই গৈ পাকঘৰৰ দুৱাৰ মুখত থিয় হৈ মাতিলে- "কি আই?"

ভাতৰ কেৰাহিটো আখাৰ ওপৰত তুলি দি পানী ঢালি দি কয় মাকে- "জেঠেৰাই আৰু পিতেৰাই তোৰ বিয়াৰ আলোচনা কৰিছে। অহা আঘোণ মাহত বিয়া পাতিব।"

পিতৃয়ে মোক তোৰ মতামত লবলৈ কৈছে। পিছত মানুহে মোক দুষিব যে সতীয়ামাক দেখি ছোৱালীজনীক নজনালেই। আৰু দুইভাবৰ লগত বিয়া হোৱাত তোৰ কিবা আপত্তি আছে নেকি?"

"কব নোবাৰো।" তাই তলমুৰা হৈ উত্তৰ দিয়ে।

" কব নোবাৰ?" আচৰিত হৈ সোধে মাহীমাকে। "তেন্তে এইবোৰ কাণ্ড কিয় কৰিলি?" তেওঁ প্ৰশ্ন কৰে।

"কি কাণ্ড?" তাই ওলোটাই প্ৰশ্ন কৰে।

"এতিয়া মোকে সুধিছ? অজলা ছোৱালী, যেন একো নাজানেই। মই কিবা গম পোৱা নাই বুলি ভাবিছ নেকি? মই সকলো জানিছো।"

"সেইবোৰ মিছা কথা। টুটুকিনী কাঞ্চনপেহীয়ে টুটুকীয়া লগাই কৈছে।"

"তাই বাৰু টুটুকীয়া লগালে, পিছে তইনো সেই জেতুকীজনীৰ তালৈ গৈছিলি কিয়? আৰু মোক নজনোৱাকৈ লুকাই গৈছিলি কিয়?"

"মানুহৰ ঘৰলৈ মানুহ গলেও জগৰ লাগেনে?

"তৰ্ক নকৰিবি। জগৰ লাগে নে নালাগে কেইমাহমান পিচত বুজিবি। মোৰ নাক কটা গ'ল!"

মাহীমাকে কিহৰ ইঙ্গিত কৰিছে তাই তাক বুজিলে। লাজত তাই যেন মাটি ফালি লুকাবৰ মন কৰিলে। উহ্ কি লজ্জাজনক কথা; কি কুৎসিত ইঙ্গিত। তাই সহিব নোৱাৰিলে। কৈ উঠিল- "মোক তেনে কথা নকবি।"

"মই নকলেও জগতৰ মানুহে ক'ব।"

"যাৰ যি ইচ্ছা তাকে কৈ থাকক; মই ভয় নকৰো।"

তাই মজিয়ালৈ ফিৰি আহে। মাকে পিচতে মাত লগায়- "গাড়োৱান বলোৰামলৈ মনত পৰিছে? যদি তেনেই মন আছিল তেন্তে এই কাণ্ডখন কৰিলি কিয়? ৰেটি কপাল খালি। এইবোৰ বদ্‌নাম শুনি তোক সি বিয়া কৰাব? কপাল খালি। এতিয়া ইফালেও নহ'ব আৰু সিফালেও নহ'ব। ইকূলো নহবি সিকূলো হেৰুৱালি। মাজতে বাঁহৰ গছৰ ভোল হৈ ঘৰবুঢ়ী হৈ থাকিব লাগিব।"

দৰ্কাৰ হ'লে মই ঘৰবুঢ়ী হৈয়ে ৰম, সেই বুলি মই এটা মদপী লম্পটৰ লগত বিয়াত নোসোমাওঁ।"

"বৰ বাঢ়াবাঢ়ি নকৰিবি বেটী। তোৰ চট্ চটি দুদিন পিচতে মৰি যাব। বাহিৰত নাক উলিয়াব নোৱাৰা হবি।"

"মোৰ গতি যি হয় হ'ব। সি কুকুৰেতো মোক খালে আৰু তইঁতেও তাকে লাই দিছ।"

ড্ৰাইভাৰক গালি পাৰি তাই মজিয়া পোৱা মাত্ৰে মাকে ককৰ্থনা কৰি উপহাস কৰিলে- "নিন্দিলে ভুঞ্জিব লাগে। কোনে জানে, কিজানি তই বেটী সি কুকুৰৰ ঠেঙতে পৰিব লগা হয়। ভগৱন্তেহে জানে।"

এনেতে পবনে এক খাৰৈ মাছ আনি উমাৰ আগত মজিয়াত ঢালি দিয়ে- 'বাইদেউ মাছ নে।' তাক দেখি উমাই আৰু মাকৰ কথাৰ প্ৰতিবাদ নকৰিলে। তাই বঠিখন আনি মাছ বাচিবৰ যোগাৰ কৰিলে।

উমাৰ কথাত মাহীমাকৰ বৰ খং উঠিছিল। কিবা কওঁ বুলিছিল কিন্তু পুতেক অহা দেখি একো নকৈ ৰন্ধাবঢ়াত লাগিল। পবনে বাহিৰলৈ গৈ গা-ধুই আহি কানি-কাপোৰ সলাই ললে। ইতিমধ্যে উমাই খাৰৈটোত কেইটামান কাৱৈ, গৰৈ মাছ ভৰাই দি পবনক মাতিলে। পবন আহিল। উমাই মাকক নুশুনাকৈ তাক ক'লে আৰু মাছ কেইটা মাকক

নেদেখাকৈ বলোৰামহঁতলৈ পঠাই দিলে। বায়েকৰ গোপন ইঙ্গিত পাই সি মনে মনে মাছকেইটা লৈ বলোৰাম হঁতৰ ঘৰ উঠিল।

মাকে বেৰৰ জোলোঙাৰে চাই আছিল। পবন যোৱা দেখি মাকে ওলাই আহি উমাক সুধিলে- "পবনক ক'লৈ পঠালি?"

উমাই গম্ভীৰভাৱে নির্ভিক চিত্তে উত্তৰ দিলে- ‘‘অর্জ্জুনহতৰ’’ ঘৰলৈ।

মাকে খঙত থৰথৰি কঁপি গল। চকু ঘোপা কৰি খঙতে কব ধৰিলে- বেটী! বলোৰামক মাছ নিদিলে তোৰ গা জুৰ নপৰে? মোৰ ছলিয়ে ধৰা মাছ মোক নোসোধাকৈ তই কিয় দিছ হাৰামজাদী?" এইবুলি কৈ তাইক মাৰিলে গালতে দুটা খুন্দা। মাকৰ খুন্দাত দুখ পাই উমাই মাছ বাচিব এৰি উঠি গুচি গ'ল। তাইৰ ভমক দেখা পাই মাহীমাকৰ খং দুগুণে চৰিল। তৎক্ষণাৎ চুলিকোচাত ধৰি টান মাৰি আনি পিঠিখনত সোধালে কেইটামান কিল- মৰ মৰ বেটী! তোৰ ইমান অহংকাৰ! মৰ, মৰ!"

"উঁহ মৰিলো মই" বুলি উমাই চিঞৰি উঠিল। মাহীমাকে মাৰিয়ে আছে, এৰা নাই। উমাই চিঞৰিয়ে আছে। এনেতে হঠাৎ আহি পালে পবন; হাতত খালৈটো। ঘৰৰ ভিতৰ সোমাই সি স্তম্ভিত হৈ গ'ল। মাকে বায়েকক মাৰি আছে, গালি পাৰি আছে। বায়েকৰ চুলি কোচাত ধৰি আৰু এটা ভুকু মাৰোঁতে পবনে কৈ উঠিল "হাত এৰ চালি যখিনী।" তাৰ ধমক শুনি মাকৰ বেছি খং উঠিল, তেওঁ গর্জি উঠিল- "তয়ো আহিছ বেটা জহনিত যোৱা ।ৰহ তেন্তে।" এইবুলি কৈ উমাক এৰি আহি তাক মাৰিলে এক চাপৰ—

"কাৰ হুকুমত তই বলোবাপেৰহঁতক মাছ দিবলৈ গৈছিলি?"

"কাৰ হুকুম মতে যাব লাগে যখিনী?"

"আকৌ যখিনী বুলিছ? ৰহ তেন্তে।" মাকে খঙতে তাক মাৰিলে খেদা। পবন দৌৰি বাহিৰ হৈ গ'ল। ওলাই গৈয়ে সি তাৰ ফান্দখনলৈ আহি ঘৰ সোমাল। ইফালে তাক লগ নাপাই তাৰ খং উমাৰ ওপৰত জাৰিলে- " বেটী, তোৰ বাবেইতো মোক সি যখিনী বুলি জোকায়। তয়ে তাক এনেকৈ শিকাই দিছ। তাৰ মজা দিম আজি।"

এইবুলি উমাৰ চুলিকোচাত ধৰি পাৰেমানে কিলাব ধৰিলে। তাই চিঞৰিব ধৰিলে। মাকে মাৰি আছে, উমাই চিঞৰি আছে। পবনৰ আৰু সহ্য নহ'ল। এইবাৰ তাৰ শেষ

অস্ত্র ফান্দত শিলগুটি জুৰিলে। সি ফান্দখন দেখুৱাই ধমক দিলে- "হাত এৰ যখিনী, নহ'লে আজি তোৰ মূৰ ফালিম।"

মাকৰ খং দুগুণে চৰিল। খঙতে বেছিকৈ মাৰিব ধৰিলে- "বাৰু মাৰিমেই দেচোন। কি কৰা কৰ।"

"হাত এৰি নিদিয়? তেন্তে চা।" এনেকৈ কৈয়ে সি মাকৰ কপাল চাই মাৰিলে গুলী- "মাৰগুলী।" মুখৰ শব্দৰ লগে লগে শিলগুটি বন্দুকৰ গুলীৰ দৰে গৈ মাকৰ কপালত পৰিল। কপাল ফুটি গ'ল। ইমান জোৰেৰে শিলগুটিটো লাগিল যে দুই মিনিটমান পিচতে মাকৰ হাত শিথিল হৈ আহিল আৰু "উহ্ মৰিলো" বুলি চিঞৰি মাটিত বহি পৰিল। কপাল ফুটি অবিৰল ধাৰে তেজ ববলৈ ধৰিলে। ক্ষন্তেকতে মজিয়াখন তেজেৰে ৰাঙলী হৈ গ'ল। চকুৰ পিৰঠিৰ ওপৰেৰে জখম হৈছে। অতিপাত বিষাব ধৰিলে। মূৰ ঘুৰি লাহে লাহে ঢলি যাব ধৰিলে। তাকে দেখি উমাই খৰধৰকৈ গৈ মাকক তুলি ধৰিলে। কান্দি কাতি পবনক ক'লে-"পানী আন পবন, আই মৰিব এতিয়া।" 'মৰক দে চালি যখিনী। তাইক মই এক গুলীত খতম কৰিম। তাই মোক মাৰে! তোক গালি পাৰে। তাইক মই খতম কৰিম।" উমাই কান্দি কান্দি ধমক দিয়ে- যা দুষ্ট পানী আন; এতিয়াই সৰ্ব্বনাশ হৈ যাব। পিতাক মাত।" বায়েকৰ ধমক পাই সি পানীৰ কলহটো আনি উমাৰ কাষত দিলে- "ধৰ পানী।" তেতিয়া মাকৰ সংজ্ঞা হেৰাইছে। উমাই কান্দি কান্দি মাকৰ মূৰত পানী দিব ধৰিছে। তাইৰ চুলি আউলি-বাউলি। মাকৰ মাৰত গাৰ কানি-কাপোৰবোৰ অসংযত । কান্দি-কাতি আউলি-বাউলি হৈ তাই মাকক সাৱটি ধৰি মূৰত পানী দি আছে। বহু সময় পানীৰে ধুই দিয়াত মাকৰ তেজ বন্ধ হ'ল। ক্ৰমে তেওঁৰ সংজ্ঞা আহিল। বহুপৰ পিচত মাকে এবাৰ খেহখেহীয়া মাতেৰে কলে- "পা-নী।" উমাই মাটিতে পঠালি কোলাকৈ মাকৰ মুৰটো লৈ পানী ঢালিব ধৰিলে। উমাই পানী খাব দিলে। মাকে পানী খালে।

ইতিমধ্যে পবনে গৈ পিতাকক খবৰ দিছে যে মাকৰ কিবা হৈ মজিয়াত পৰিছে। তাৰ কথা শুনি পিতাক লৰি আহিল? মজিয়াত প্ৰবেশ কৰি দেখে যে সৰ্ব্বনাশ! ঘৈণীয়েকক কোলাত লৈ উমাই মূৰত পানী ঢালি আছে। পিতাকে সোধাত উমাই সমস্ত ঘটনা কলে। পিতাকে খঙতে কৈ উঠিল- "এই অঘাইতৰ লগত আৰু নহৈছে।

ই নমৰিল কিয়? ইয়াক যমে দেখা নোপোৱা হৈছে। মই নিপুত্ৰ হোৱা ভাল আছিল। হায়। হায়। মোৰ কপাল।" তেওঁ দুখ কৰি ঘৈণীয়েকৰ ওচৰত বহে আৰু শুশ্ৰূষা কৰিবলৈ ধৰে।

উমাই সোধে-"পানী খাবি আই?"

মাকে ক্ষীণকণ্ঠে কয়- "খা-ম।"

উমাই পানী দিয়ে- মাকে খায়। অলপ সুস্থিৰ হৈ মাকে সোধে "মই ক'ত আছো?"

"মোৰ কোলাত আছ আই।" উমাই মিহি সুৰে কয়."

মাকৰ বৰ লাজ লাগিল। লাজ লাজলৈ কলে- "মোক বিচনালৈ লৈ ব'ল।" মাকে উমাৰ গাত ধৰি উঠে আৰু বিচনালৈ যায়। উমাই ধৰি নি বিচনাত শুৱাই থয়। পিতাকে কপালৰ খুন হোৱা ঠাইত ভালকৈ বেণ্ডেজ কৰি দিয়ে।

তেতিয়া পবন তাত নাই। পিতাকক খবৰ দিয়ে সি ক'ৰবালৈ গৈছে। ৰাতি যেতিয়া মানুহ-দুনুহ নিটাল মাৰিলে, তেতিয়া সি মনে মনে ঘৰলৈ আহিল।

তেতিয়া মাক কিছু সুস্থিৰ হৈছে। সি বেৰৰ ফাকেৰে দেখিলে যে বায়েকে মাছবোৰ চৰিয়াত থৈ দিলে। তেজপৰা মজিয়াখন মচি পেলালে তাৰ পিচত গৈ জুহালৰ চৌকাত জুই জ্বলাই চাহ কৰিলে। পিতাকক চাহ পিঠা দি মাকৰ বাবে তাই চাহ নিলে আৰু বিচনাত শুই থকা মাকক কলে- "চাহ খা আই।"

মায়েকে নীৰবে চাহখিনি খায়। এতিয়াও তেওঁৰ মূৰ ঘূৰিয়ে আছে অলপ অলপ আৰু কপালৰ বিষ বেছি ৰকমেই আছে। তেওঁ লাহে লাহে কয়- "উমা, ভাত কেইটা নষ্ট হ'ল। মই আজি ভাত ৰান্ধিব নোৱাৰিম। কাষত বহি থকা পিতাৰাক কচোন, ভাতকেইটা ৰান্ধি খাওক।" জুহালৰ কাষত বহি থকা মধুনাথে কলে-"মই ভাত নাখওঁ।

উমাই কয়-"তই ৰান্ধিব নালাগে আই,ময়ো ভাত নাখাওঁ। এই দুষ্ট পবন গ'ল কলৈ? ইমান ৰাতিও ফিৰি অহা নাই।"

পবনৰ নাম লোৱাত মাকৰ খং জ্বলি উঠিল- "সি ক'ৰবাত মৰক গৈ। সকলো মৰে, সি নমৰে। তাক যমে দেখা নাপায়। বেটাক মই কি কৰিম! এনে বেটা মোক নালাগে। ঘৰখন জুই জ্বালি, পানী ঢালি খালে।

উমাই মাকৰ মনৰ গতি বদলাই দিবৰ বাবে কৈ উঠে -"পিতা, তই ডাক্তৰৰ পৰা

ঔষধ লৈ আহ গৈ।"

"এৰা, মই সোনকালে ডাক্তৰৰ তাৰ পৰা ঔষধ লৈ আহোঁগৈ।' পিতাকে এনেকৈ কৈ ডাক্তৰৰ তালৈ যায়। উমাই ইবিধ-সিবিধ কৰি বস্তুবোৰ থানথিত লগাই থয়। মাকে অলপ টলকা মাৰি শুৱে। পবনে বাহিৰত চুপিয়ে আছে।

কিছু সময় পিচত পিতাকে ডাক্তৰৰ ঘৰৰ পৰা ঔষধ লৈ আহি পায়। বাহিৰৰ পৰা উমাক মাতে "মই আহিছো আই, দুৱাৰ খুলি দে।" উমাই দুৱাৰ খুলি দিয়ে, বাপেকে ঘৰৰ ভিতৰ সোমাই ঔষধখিনি উমাৰ হাতত দি কয়- "এই ঔষধখিনি দি এই তুলাৰে বান্ধি থবলৈ দিছে।" এই বুলি ঔষধ আৰু তুলাখিনি জীয়েকৰ হাতত দিয়ে। ঔষধখিনি লৈ গৈ উমাই মাকৰ মূৰৰ বেণ্ডেজটো খুলি তাত ঔষধ লগাই তুলাৰে সৈতে বান্ধি থয়। আলফুলকৈ ধৰি লাহে লাহে বন্ধা সত্ত্বেও মাকে- উহ। উহ !" বুলি উঠে। আচলতে দুখ পোৱাতকৈ তেওঁ লাজহে পাইছে বেছিকৈ। সেইবাবে লাজ ঢাকিবৰ বাবে দুখপোৱা বুলি উহ্ উহ্ কৰিছে। লাজ পাবৰ কথাই। যিজনী জীয়েকক মাৰিছিল, সেইজনীয়ে এতিয়া তেওঁৰ শুশ্ৰূষা কৰিব লগা হ'ল। ই বৰ লাজৰ কথা। উমাই কিন্তু সকলবোৰ পাহৰি গৈ মাকৰ দুখত দুখিত হৈ প্ৰাণ ঢালি কাম কৰিছে। তাইৰ মনত কোনো দ্বিধাভাব নাই। তাইৰ এনে প্ৰাণভৰা সেৱা আৰু বুকু ভৰা চেনেহ দেখি মাকৰ অন্তৰ বিগলিত হৈ গ'ল। তেওঁ নিজৰ ভুল উপলব্ধি কৰিলে। অন্তৰ নিৰ্ম্মল হ'ব ধৰিলে। উমাৰ ওপৰত থকা হিংসা মাৰ গ'ল। উমাৰ কিন্তু পৱিত্ৰ হৃদয়খনি আকৌ সমুজ্জ্বল হৈ উঠিল।

তাইৰ হ'লে এটা চিন্তা বেছি হৈ আহিব ধৰিছে। পবন এতিয়াও ফিৰি অহা নাই। তাইৰ কাৰণেই সি এনে অপকৰ্ম্ম কৰিলে। ক'লৈ গ'ল এই অঘাইত তাই' চিন্তা কৰে। মাক-পিতাকৰ শাও-শপনি খাই বেচাৰা হয়তো ক'ৰবাত পৰি থাকিব। বৰ অভিমানী সি। তাই ভাবিব ধৰে। কেতিয়া সি আহিব? যদি নাহে তেন্তে? নানা দুৰ্ভাবনা আহে তাইৰ মনত। যদি ক'ৰবাত নদীত জাহ দি মৰে? যি অভিমানী লৰা; একো বিশ্বাস নাই। পবনৰ প্ৰবল চিন্তাই উমাৰ মন অস্থিৰ কৰি তুলিলে। ক্ৰমে ৰাতি হৈ আহিল। পিতাকে একো নোখোৱাকৈ বাগৰ দিলে। মাকৰো তন্দ্ৰাৰ ভাব হ'ল। সকলোটিয়ে ভাত নোখোৱাকৈ শুই থাকিল। উমায়ো কাম শেষ কৰি চাকিগছি জ্বলাই মজিয়াত বহি পবনক বাট চাই আছে।

পবনে বেৰৰ আৰালৰ পৰা সকলো দেখি শুনি আছিল। মাক-বাপেকৰ এনে নিষ্ঠুৰ

মন্তব্য শুনি তাৰ ঘৰত সোমাবৰ মন নগ'ল। সি খং কৰি তাৰপৰা গুচি গ'ল। বাটত আহি সি ভাবিলে 'আজি ঘৰলৈ নাযাওঁ। কিন্তু থাকিম কত?' বহুপৰ গোসাঁইঘৰৰ শিলটোত বহি ভাবি আছে। হঠাৎ এটা উপায় আবিষ্কাৰ কৰিলে। সি অৰ্জ্জুনহঁতৰ ঘৰলৈ যাব আৰু অৰ্জ্জুনৰ লগত শুই থাকিব। কথাষাৰ ভবাৰ লগে লগে যেন তাৰ চিন্তাৰ আঁত আহিল। সি তৎক্ষণাৎ অৰ্জ্জুনহঁতৰ ঘৰ উঠিল। সি পোনে পোনে পাকঘৰলৈ গ'ল। মাতিলে-

"অৰ্জ্জুন?"

"কোন?"

"মই।"

"কোন মই?"

"পবন।"

"তই আকৌ কিয় আহিলি এই ৰাতিখন ?"

"ৰাতি হ'লেই নে?"

"হৈছেতো। মোৰ ভাত আঞ্জা হৈ গ'ল"

"মই ৰাতি নোহোৱা বুলিহে ভাবিছিলো।"

"আহ ভিতৰলৈ।" সি দুৱাৰ খুলি দিয়ে। পবন ঘৰৰ ভিতৰ সোমায়। অৰ্জ্জুনে পুনৰ সোধে "কিয় আহিলি?"

পবন এইবাৰ থত্মত্ খালে। কি উত্তৰ দিব? কিন্তু সিও কম ল'ৰা নহয়। তাৰ উপস্থিত বুদ্ধি অতি প্ৰখৰ। তৎক্ষণাৎ উত্তৰ দিলে-

"কি হৈছে জান অৰ্জ্জুন? আমাৰ পুখুৰীত বহুত মাছ আছে নহয়, তই জান। আজি যে তোক মই এই মাছ দি গৈছিলো তাৰে মাছ। মই বহুত মাছ পোৱা বুলি শুনি জয়চৰণহঁতে আজি ৰাতি মনে মনে আহি সিহঁতে জালেৰে মাছবোৰ মাৰি নিবৰ দিহা কৰিছে। ৰাতি নৌপুৱাওঁতে সিহঁত আহিব। গতিকে আমিও তেতিয়া গৈ সিহঁতক ধৰিব লাগিব। সেইবাবে মই আজি তোৰ লগত থাকিম বুলি আহিছো তেহে দুয়ো একেলগে গৈ সিহঁতক ধৰিব পাৰিম।"

"হয় নেকি? সিহঁতে মাছবোৰ ৰাতিতেই মাৰি নিব?"

"ৰাতিয়ে মাৰিব।"

"তেনেহ'লে আমিও ৰাতিতেই গৈ সিহঁতৰ কাজিটেঙাবোৰ লৈ আহিম।"

"আন দিনাও কাজিটেঙা আনিব পাৰিম কিন্তু আজি সিহঁতৰ মাছ মাৰোতে জাল কাঢ়ি আনিবহে লাগে।"

"বাৰু যাম দে । পিচে তোৰ বন্দুক ক'ত?"

"এয়া" বুলি কৈ পেটলুঙৰ মোনাৰ পৰা ফান্দখন উলিয়াই দেখুৱালে। বেচ ঠিক আছে। পিচে তোৰ ঘৰত জানিছেনে নাই?"

"ঘৰত জানিলে আহিব দিব কিয়?"

"তেনেহ'লে তই মনে মনে আহিছ?"

"এৰা।"

"তেনেহ'লে তই ভাত খোৱা নাই?"

"খোৱা নাই।"

"তেন্তে দুয়ো একেলগে খাওঁ দে। ককাইদেউ খাই-বৈ শুইছে । মইহে খাব আছো। মোৰ ভাগৰ ভাত দুয়ো ভগাই খাওঁ দে।"

"হ'ব দে।"

এনেতে দুয়ো কথা-বতৰা হোৱাত গণ্ডগোলত বলোৰামে সাৰ পালে। সি বিচনাৰ পৰাই মাত লগালে- "কোন আহিছে অৰ্জ্জুন।"

পবন আহিছে ককাইদেউ।

বলোৰামৰ মাত শুনি পবনৰ ভয়ত মুখৰ মাত হৰিল।

বলোৰামে সুধিলে- "ইমান ৰাতিনো তই আকৌ কিয় আহিলি?"

ভয়তে পবনে একো উত্তৰ বিচাৰি নাপালে। কিন্তু একে প্ৰত্যুৎপন্নমতি সম্পন্ন ল'ৰা অৰ্জ্জুন। ঘপহকৈ উত্তৰ দিলে-

"সি গধূলি মাছ দিবলৈ আহোতে তাক মই ভাত খাবলৈ মাতিছিলো, কাৰণ আমাৰ নতুন গছৰ কোমোৰাটো আজি ৰান্ধিছো।। সেই দেখি ভাত খাবলৈ আহিছে।"

"হয় নেকি? বাৰু, পিচে খাই-বৈ উঠি তাক আগচাই থবলৈ যাব লাগিব নেকি?"

"নালাগে ৰাতি হ'ল। আজি মোৰ লগতে শুই থাকক। কালি ৰাতিপুৱা আমাৰ স্কুল আছে। দুয়ো একেলগে ৰাতিপুৱা স্কুললৈকেও যাব পাৰিম।"

অৰ্জ্জুনে ককায়েকক ফাঁকি দি কয়। বলোৰামে তাৰ ফাঁকি ধৰিব নোৱাৰি বিশ্বাস কৰে। তাৰ পিচত সি সোধে- তেন্তে ফলিপুথি লৈ আনিছে নেকি? "এইবেলি পবনৰ উপস্থিত বুদ্ধি উপস্থিত হ'ল। টপ্‌কৈ উত্তৰ দিলে-' "নহয় ককাইদেউ, কালি আমাক ফলি-পুথি নালাগে, বাগিছাৰ কাম আছে, দা কোৰহে লগত লৈ যাব লাগিব।–"

চাব্বাচ বুদ্ধি দুয়োৰে। তৎক্ষণাৎ উত্তৰবোৰ যোগাৰ কৰে। ককায়েকক সন্তুষ্ট কৰি দুয়ো মিচিকিয়াই হাঁহিব ধৰিলে। বলোৰামে উত্তৰ শুনি ক'লে- তেনেহ'লে খাই-বৈ শুই থাক।"

বলোৰাম শুই পৰিল। পবন আৰু অৰ্জ্জুনে এজনৰ ভাতকে দুয়ো ভগাই খালে। দুয়োৰো বেচ মিল। আজি কিন্তু পবনে ফাঁকি দিলে অৰ্জ্জুনক আৰু অৰ্জ্জুনে ফাঁকি দিলে বলোৰামক। সময় সুযোগ বুজি দুষ্টহঁতে ফাঁকি দি কাম আদায় কৰে। অতি ধূৰন্ধৰ ইহঁত।

আনফালে উমাই মজিয়াত টোপনিয়াই পবনক ৰখি থাকি বেজাৰ লাগি বাগৰ দিলে আৰু ভাবিলে যে সি নিশ্চয় অৰ্জ্জুনহঁতৰ তাত গৈ শুই আছে। উমাৰ অনুমান মিছা নহয়।

# দহ

পিচদিনা পুৱাতে উঠি অৰ্জ্জুনে মাতিব ধৰিছে পবনক- "পবন উঠ। ব':ল যাওঁ পুখুৰী পাৰলৈ, সিহঁত এতিয়া মাছ মাৰি গুচি যাব। বেলি হ'ল। "

তেতিয়া সূৰুযটো উঠো উঠো হৈছে। সিহঁতৰ আজি উঠোতে বেলি হ'ল। কাৰণ যোৱা ৰাতি বহুতো ৰাতিলৈ টোপনি নাই। দুয়ো সাৰ পালে। অৰ্জ্জুন উঠিল কিন্তু পবন নুঠে। টোপনি অহা ভাও ধৰি সি পৰিয়ে থাকিল। অৰ্জ্জুনে মাতে মানে তাৰ নাকৰ হোতৰনি বেছিহে হয়। টোপনিত থকা মানুহকহে জগোৱা যায়, উজাগৰে থকা জনকতো আৰু জগাব নোৱাৰি। অৰ্জ্জুনে মাতি মাতি বিৰক্তি পালে। ইফালে বেলিও উঠিল। অৰ্জ্জুনে খঙতে ক'লে- বেলি উঠিলেহে, এতিয়া গ'লে কি হ'ব? সোৰোপা, তাৰ উঠিবৰে নহয়।" ৰ'দ উঠা গম পাই পবনে চকু-মুখ মোহাৰি মোহাৰি উঠি বহিল আৰু ক'লে-- ছিঃ ছিঃ ৰ'দ উঠিলেই, আজি মোৰ ইমানবেলি হ'ল.....। ছিঃ এতিয়া গ'লে কি হব সিহঁত গ'ল চাগৈ।"

"তোক তেতিয়াৰ পৰা ইমান মাতিলো, তোৰ উঠিবৰে মন নাই।"

"যি হল হৈ গ'ল। বেটাহঁত আজি সাৰিল। ভাগ্য ভাল। আনদিনা চেষ্টা কৰিম বাৰু। মোক আজি টোপনিয়ে নষ্ট কৰিলে।"

এই বুলি কৈ সি উঠি আহিল। দুয়ো আহি মুখ ধুই পাক-ঘৰলৈ চাহ কৰিবৰ বাবে গ'ল। বলোৰামে ইতিমধ্যে গাড়ী লৈ ক'ৰবালৈ গৈছেই। চাহ খাই উঠি পবনে ক'লে- "মই এতিয়া যাওঁ ভাই। আজি স্কুল আছে নহয়।"

"যা তেনেহ'লে-" অৰ্জ্জুনে সহজভাৱে কয়- পবন ঘৰলৈ যায়। ৰাতিপুৱাতে মধুনাথে পবনক বিচাৰি অৰ্জ্জুনহঁতৰ ঘৰলৈ আহিল। বাটতে লগ পালে পবনক। পিতাকক লগ পাই পবনৰ ভয় লাগিল। সি বাটতে থিয় হৈ ৰ'ল। তাকে দেখি পিতাকে তাক ধমক নিদি সহজভাৱে ক'লে-

'ৰাতি অৰ্জ্জুনৰ লগত আছিলি পবন?'

'হয়।'

"বল এতিয়া ঘৰলৈ।"

পিতাকে তাক শান্তভাবে হাতত ধৰি ঘৰলৈ লৈ আহে। সি ভীত, চকিত-পিতাক গম্ভীৰ, মন্থৰ। কোনো কথা নাই দুয়োৰো।

ঘৰ পালে দুয়ো । নগুলামুখতে পৱনক দেখি উমাই ওলাই আহি সুধিলে- "অৰ্জ্জুনহঁতৰ তাত আছিলি পৱন?"

"উ" সি মূৰ দুপিয়ায় ।

"আহ ভিতৰলৈ । বায়েকে তাক মাতি লৈ যায়। ইতিমধ্যে মাকে বিচনাৰ পৰা উঠি পাকঘৰলৈ গৈছে। ৰাতি কোনেও খোৱা নাই, গতিকে সোনকালে ভাতমুঠি, ৰান্ধিব লাগে। খৰধৰকৈ গা ধুই আহি তেওঁ চৌকাৰ কাষত বহি জুইকুৰা লগাই থাকোঁতে শুনিলে যে পৱন আহিছে। তেওঁ গহীনভাবে সুধিলে "ৰাতি সি ক'ত আছিল উমা"

"অৰ্জ্জুনৰ লগত।" উমাই উত্তৰ দিয়ে।

"ৰাতি ভাত খাইছিল নে নাই?"

"খাইছে বোলে।"

শেৱালিক কাষত বহুৱাই থৈ ভাতৰ চৰু আখাৰ ওপৰত তুলি দি মাকে কয়- "মাছ কেইটা বাচি দে উমা। সোনকালে ভাত কেইটা ৰন্ধা হওক। তাক এতিয়া ক'লৈকো যাবলৈ নিদিবি। ভাত খাই স্কুললৈ যাওকগৈ।"

মাকৰ এনে শান্ত আৰু গহীন মন্তব্য শুনি পৱনৰ মনৰ ভয় আঁতৰি গল। সি যি কি নহওক মাকৰ খং মাৰ গৈছে। সন্তান-বৎসলা মাতৃয়ে বাৰু কিমান সময় সন্তানৰ ওপৰত খং ৰাখিব পাৰে? যোৱাৰাতিৰ দুৰ্ঘোৰ খং আজি আৰু নাই, তাৰ ঠাইত শান্ত, গহীন এটা স্থিৰভাব মনত বিৰাজ কৰিছে।

পৱনে নীৰবে গৈ তাৰ ফলি-পুথিবোৰ জোকাৰি স্কুললৈ যাবৰ বাবে ঠিক কৰিছে। এনেতে বায়েকে আহি ক'লে- "ভাত হ'লে খাই-বৈ স্কুললৈ যাবি পৱন। এতিয়া গাইজনী এৰি দি আহ গৈ।"

বায়েকৰ আদেশ পাই গাইজনী খেদি লৈ গ'ল পৱনে। তাৰ মনটো যেন আজি নতুন নতুন লাগিছে। ঘৰখনৰ শান্ত, নিৰিবিলি ভাব আৰু গহীন পৰিবেশ এটা দেখি তাৰ ভাল লাগিছে।

ইয়াকে কয় সন্তান-বৎসলতা। সন্তান যিমানে দুষ্ট অঘাইত নহওক, মাক বাপেকৰ মৰম সদায় একে। জ্বালা-যন্ত্ৰণা, অভাব-অভিযোগ, দুখ-কষ্টৰ মাজেৰে হ'লেও মাক-বাপেকে সন্তানৰ সদায় মঙ্গল কামনা কৰে।

গাইজনী মেলি দি আহি নদীত গা-ধুই আহে পৱনে। বায়েকে মজিয়াত পীৰা-পানী যোগাৰ কৰি দিয়ে। ভাতৰ কাঁহীখন মজিয়াত থৈ মাকে পৱনক মাতে- "পৱন,ভাত দিছো, খাই বৈ স্কুললৈ যা।"

মাকৰ আদেশ পাই সি ঘৰ সোমাই আহে আৰু ভাতৰ পাতত বহে। মাছৰ তৰকাৰী

লৈ মাক তাৰ আগলৈ আহে আৰু সোধে—

'তৰকৰী দিম পবন।"

সি এবাৰ মাকৰ মুখলৈ চাওঁ নাচাওঁকৈ চাই লাহেকৈ উত্তৰ দিলে 'দে'। মাকে মাছ দুটামানেৰে সৈতে লাউৰ আঞ্জা দি থাকোঁতে সি এবাৰ মাকে ক'ব নোৱাৰাকৈ মাকৰ কপালৰ পিনে চায়। তাৰ চকুত পৰে- কপাল'খন তুলাৰে বেণ্ডেজ কৰা আছে। সি নিজে নিজে লাজ পালে, দুখো লাগিল। যোৱা ৰাতি সি এনেকৈ মাকক খুন কৰিলে! সি তলমূৰা হৈ ভাত খাবলৈ ধৰে । মাক পাকঘৰলৈ সোমাই যায়।

এনেকৈয়ে গাঁৱলীয়া ল'ৰাৰ উৎপাত সহ্য কৰি গাঁৱৰ মাতৃসকলে সন্তান লালন-পালন কৰে। যাৰ ভাগ্যত এনে দুষ্ট, অঘাইত ল'ৰা মিলিছে তেওঁলোকৰ যে কিমান দিগদাৰ হৈছে তাক ভুক্তভোগী মাতৃসকলেহে জানে। তথাপি মাতৃহৃদয়ৰ অপত্যস্নেহ নিশেষ নহয়- অটুট থাকে। দন্দ-হাই কাজিয়া লাগে আৰু ভালো হয়। খং কৰি মাৰে আৰু মৰম কৰি খুৱায়ো। এয়েতো মাতৃ!

# এঘাৰ

বলোৰামৰ বৰ বেয়া লাগিছে। কাঞ্চন পেহীৰ মুখে উমাৰ চৰিত্ৰৰ কথা শুনি তাৰ মন ভাঙি গৈছে। উমাৰ ওপৰত ঘৃণা জন্মিছে। তাৰ বৰ খং উঠে উমাৰ ওপৰত। এয়ে প্ৰেমৰ জ্বালা। ভালপোৱাই অন্তৰ পৱিত্ৰ কৰে, মন আনন্দিত কৰে, কিন্তু তাৰ ব্যাঘাতে হৃদয় দগ্ধ কৰে, মন ক্ষীপ্ত কৰে। প্ৰেমৰ ব্যাঘাততে ঘৃণাৰ উৎপত্তি। সি এতিয়া তাইক ঘৃণা কৰে। তাইৰ কথা মনত পৰিলেই যেন তাৰ গা জ্বলি যায়। তাইৰ পৰা সি আঁতৰি ফুৰে। তাইক নেদেখাকৈ পাৰ হৈ যায়। তাই তাক লগ ধৰিবৰ বাবে বাৰে বাৰে চেষ্টা কৰে, সি ঘনে ঘনে তাইৰ চকুৰ আগৰ পৰা আঁতৰি যাবৰ দিহা কৰে। উমাই বুজিছে বলোৰামৰ মনৰ ভাব। সিয়ে তাইক অবিশ্বাস কৰিছে আৰু ঘৃণা কৰিছে তাৰো গম পাইছে তাই। কিন্তু কি উপায় কৰিব তাই! নিৰুপায়! তাই কিমান দিন তাক মাতি পঠাইছে, সি যোৱা নাই। যাব চাৰি তাৰ ইমান খংহে উঠে যেন তাইক কাটি দুডোখৰ কৰিব।

তাৰ হাতত আজি-কালি যেন কামবন নিসিজা হৈছে। সি গাড়ী লৈ যায়, কিন্তু মুখত সেই হাঁহি সেই আগৰ গান নাই, গৰু খেদি আনে, কিন্তু আগৰ সেই হাঁহি নাই, গাড়ীৰ ভাৰা মাৰি আহি মহাজনৰ পৰা টকা লৈ আহে কিন্তু আগৰ দৰে সাচিবৰ মন নাই। যি আনে তাকে খৰচ কৰে আৰু খায়। ইফালে মানুহজন দিনে দিনে খীণাই যাব ধৰিছে। অৰ্জ্জুনে লক্ষ্য কৰিছে যে ককায়েকৰ ভাত বহুত কমিছে। কথাবোৰো আগতকৈ সোনকালে পাহৰি যোৱা হৈছে। কামবনত কেনে এটা অমনোযোগীৰ ভাৱ! সি লক্ষ্য কৰিছে । সি ভাবে তেন্তে কি হ'ল ককাইদেউৰ! মোৰ ওপৰত কিবা খং কৰিছে নেকি? নাই, মইতো এইকেইদিন একো বেয়া কৰা নাই। তেনেহ'লে মহাজনে কিবা বেয়া কৈ কৈছে নেকি? যদি মহাজনে ককাইদেউক কিবা কৈছে তেন্তে মই তাৰ বাগানৰ কলম দিয়া আমপুলি কেইটা গোটেই কাটি শেষ কৰিম। এটি ৰাতিৰ ভিতৰতে তাৰ বাগান খতম কৰি দিম।" সি মনে মনে ভাবে আৰু মহাজনৰ বাগানখন লণ্ডভণ্ড কৰিবলৈ উপায় চিন্তে। তাৰ পিচত আকৌ ভাবে- "উমা বাইদেউহঁতৰ তালৈ ককাইদেউ আজিকালি নাযায় কিয়? ইহঁতে কিবা কৈছে নেকি? যদি উমা বাইদেউৰ সতীয়া

মাকে কিবা কৈছে? তাইৰ যিখনহে লাউপাত কচুপাত মুখ। তাই যখিনী। এনেয়ে নিজৰ পুতেকে যখিনী বুলি জোকায় নে? তাই যদি কিবা কৈছে তেন্তে তাইক মই একগুলী মাৰি কপাল ফুটাই দিম।ভালেহে সিদিনা পবনে তাইৰ কুম ফুটাই দিছেনে। যদি ড্ৰাইভাৰে কিবা কৈছে? সি আজিকালি উমা বাইদেউহঁতৰ ঘৰৰ পৰা নলৰাই হৈছে। সিয়ে কিবা ক'ব পাৰে। চালাক মই দিব পাৰো মজাপালি! পবনে মটৰৰ আয়না ভঙাত যুতি নালাগিল। মই তাৰ এক গুলীত একেবাৰে চকু উলিয়াই দিম বাপেকে। সি অৰ্জ্জুনক চিনি পোৱা নাই। কণা কৰিম বাপেকে। "তাৰ চিন্তাৰ লগে লগে ভৱিষ্যত কৰ্ম্মপন্থাও নিধাৰিত কৰি লয়। এই দুৰন্ত ল'ৰাজনৰ কৰিব নোৱাৰা কাম একো নাই। তাৰ মৰ্জি হ'লে দুঃ সাধ্য কাম কৰিও সি মানুহক ৰক্ষা কৰিব পাৰে আৰু কাৰো ওপৰত সি নাৰাজ হ'লে অসাধ্য সাধন কৰিও তাৰ অন্যায় কৰিব পাৰে। এনে দুৰন্ত অৰ্জ্জুনে আজি চিন্তান্বিত হৈ পৰিছে ককায়েকৰ মলিন মুখ দেখি। কোনে কি কৰিছে সি ধৰিব পৰা নাই। ক'ব নোৱাৰি কাৰ কেতিয়া কি অনিষ্ট হয়। কাৰ বাবে কোনে তাৰদৌৰাত্ম্য সহ্য কৰিবলগা হয় তাক বিধাতাইহে জানে। তাৰ মনৰ গতি কিন্তু বৰ বেয়া, প্ৰকৃত দোষীক আৱিষ্কাৰ কৰিব নোৱাৰিলে চৰকাৰে 'পাইকাৰী টেক্স' বহুৱাই ওচৰৰ গাঁৱৰ মানুহক জুলুম কৰাৰ দৰে; প্ৰকৃত দোষী উলিয়াব নোৱাৰিলে বহুতে কষ্ট ভোগ কৰিব লাগিব এই দুৰ্দ্দান্তৰ হাতত। বিশেষকৈ ওপৰত উল্লেখিতসকলৰ ৰিষ্ট টান, কাৰণ তাৰ মনত এই কেইজনে দোষীৰ লিষ্টত পৰিছে।

ইফালে বলোৰামৰ আচৰণত উমাৰ অন্তৰ ভাঙি পৰিছে। মাকৰ মৰমৰ পৰা বঞ্চিত হৈ, সতীয়া মাকৰ অত্যাচাৰত জুৰুলা হৈ এনেয়ে তাইৰ জীৱন তিক্ততাৰে পৰিপূৰ্ণ হৈছে, তাতে যদি আকৌ তাইৰ মনৰ মানুহজনৰ পৰাও এনে নিষ্ঠুৰ অৱজ্ঞা আৰু অনাদৰ পায়, ঘৃণা পায়, তেন্তে সংসাৰত তাইৰ জিৰাবৰ ঠাই ক'ত? তাই সদায় মন মাৰি থাকে। তাইৰ এনে আমন-জিমন অৱস্থাত মাহীমাকৰ খং বেছিকৈহে উঠে -" বেটী গোমোঠামুখীৰ মুখখন নেদেখিছা যেন গোবৰ পেলোৱা খাদাহে। তাইৰ ওন্দোলোৱা মুখখন দেখিলে গা পিতপিতাই যায়। তাই খাবলৈ পোৱা নাই নে পিন্ধিবলৈ পোৱা নাই? কিয় এনেকৈ মুখ ওন্দোলাই থাক? তোৰ কি নাই? তোৰ কি হৈছে? মোৰ ঘৰখনত এনে মুৰ্ত্তি ধাৰণ কৰি নাথাকিবি। কোনোবা গিৰিয়েৰাৰ ঘৰলৈ যা। তাইৰ মনৰ কথা যেন মই বুজা নাই। বেটীৰ গাড়োৱানৰ ভাত খাবৰ মন। ড্ৰাইভাৰৰ ভাত তিতা, গাড়োৱানৰ ভাতহে মিঠা। ইমান দিনে ল'ৰাজনক ফুচুলাই থাকি বেটীয়ে এতিয়া মাজতে

কঁকালকটা কৰিলে। তই আগেয়ে নকলি কিয়?"

মুখ নুফুটা মানুহৰ মুখতো কথা ফুটিব এনে কথা শুনিলে। উমাই সহ্য কৰিব নোৱাৰি মাত দি উঠিল- "মই কিবা কাৰোবাক আহিব কৈছিলো নেকি? ইমানবোৰ অবাচ্য মাত মোক কিয় কৈ থাক?"

"তেনেহ'লে সি কিয় ইমান দিনে ইমান টকা পইচা ভাঙি কাপোৰ কানি আনি আছিল?"

" মই আনিবলৈ কোৱা নাই আৰু তাৰ কাপোৰ মই এডোখৰো লোৱা নাই।"

"অ' তেনেহ'লে মোৰ বাবে আনে? বেটী হাৰামজাদী! তোৰ এনে নিধক কথা?"

'নিলাজ নিধক কথা মোৰ নে নিজৰ? কাৰ মুখত ইমানবোৰ অশ্লীল কথা ওলায়?" তাই নিৰ্ভীক চিত্তে জবাব দিয়ে। মাহীমাকে খঙত জ্বলি উঠি আগবাঢ়ি আহি কয়- "তোৰ মুখখন ভাঙো ৰহ।" মাহীমাকে তাইক খেদি গৈ গালত দুটামান খুন্দা মাৰে- "বেটীৰ বৰ চত্ চতি। মৰ, বেটী মৰ।"

খুন্দা খাই উমাই মলিনমুখে থিয় হৈ ৰয়। মাকে খং কৰি কৈ যায়- "মইহে যদি বস্ত্ৰ ওভ্ৰাৰ জীয়েক হওঁ তেন্তে তোৰ মই নালে এৰি পাতে বাম। বেটী নানান বদ্‌নাম কৰি ফুৰিব আৰু এতিয়া তাইৰে ইমান কথা! নিজৰ স্বভাৱ ভাল হ'লে লোকৰ ঘৰলৈ যায় নে?"

উমাই কান্দি পেলায়। কান্দি কান্দি তাই কয়- "মোক মিছাকথাত এনেকৈ কিয় গালি পাৰ? মোৰ যদি আজি নিজৰ আই থাকিলহেঁতেন তেন্তে এনেকৈ মিছা বদ্‌নাম ৰটনা কৰিব নোৱাৰিলেহেঁতেন। মোৰ কপাল বেয়া!" তাই অনুতাপ কৰে আৰু কান্দে। মাকে উপহাস কৰি কয়—"হয়, হয় মোৰ শান্তি কন্যা। তোৰ মিছাতেহে লোকে বদ্‌নাম গায়। মই সতীয়া মাৰ, গতিকে তোৰ বদ্‌নাম কৰো। অ' মোৰ আই শান্তি! পিচে জেতুকীৰ ঘৰলৈ ময়ে যাবলৈ কৈছিলো নহয়?"

তাই কান্দি কয়- "ক, যিমান পাৰ, তিমান ক ।" তাই উচুপি থাকে। মাকে বকিজকি ওলাই যায়।

মাহীমাক যোৱাৰ পিচত উমাৰ বৰ দুখ লাগে। এই মাহীমাকজনী সময়ত তুষ্ট আৰু সময়ত ৰুষ্ট। কেতিয়াবা ভাল পালে বৰ মৰম কৰে আৰু খং উঠিলে বৰকৈ মাৰে, গালি পাৰে। এই তিৰোতাজনীৰ চৰিত্ৰগত লক্ষণেই তেনে। অৱশ্যে সংসাৰত একেবাৰে 'ভাল মানুহ' আৰু একেবাৰে 'বেয়া মানুহ' বোলা লোক নাই। কম-বেছি পৰিমাণে সকলো মানুহ ভাল আৰু বেয়া । ভাল -বেয়াৰ সংমিশ্ৰণেৰে মানৱ চৰিত্ৰ

গঠিত। এই কথা কোমলমতীয়া উমাই কি বুজে? সংসাৰত মানৱ চৰিত্ৰ অদ্ভুত, দুৰ্জ্ঞেয়। তাইতো নুবুজে। তাই মাথো পোনকৈ বুজে।

মাহীমাকৰ এনে আচৰণ আৰু হুটামাতে তাইক বাৰে বাৰে মাকৰ কথা মনত পেলাই দিয়ে।

"উহ! আই, তই ক'ত আছ? মোকো তোৰ লগতে লৈ নগ'লি কিয় আই ? মোক কেচুৱাতে মাৰি নেপেলালি কিয়?" নীৰৱে তাই চকুলো টুকে!

তাইৰ চকুৰে দুধাৰি চকুলো বৈ আহি গালেৰে বাগৰি যায়। হুকহুককৈ কান্দি তাই ফেঁকুৰি থাকে। মাহীমাকে তাইক অনাদৰ কৰে, অবাচ্য মাত মাতে, পিতাকে তাইক সন্দেহ কৰে, বলোৰামে তাইক ঘৃণা কৰে। তেন্তে সান্ত্বনাৰ ঠাই ক'ত? তাই অনবৰত মলিন বদনা, অশ্ৰুসিক্ত নয়না।

বায়েকৰ মলিন মুখ দেখি পবনৰ বৰ বেজাৰ লাগে। সি কেতিয়াবা কেতিয়াবা বায়েকৰ কাষলৈ আহি সোধে- "তোৰ কি হৈছে বাইদেউ?"

"একো হোৱা নাই পবন।" তাই তাৰ মূৰত ধৰি মৰম কৰি কয়। "নহয়, তোৰ কিবা হৈছে বাইদেউ। ড্ৰাইভাৰে বদনাম কৰিছে। তাৰ মূৰটো মই এক গুলীত ভাঙি দিম, সি মোক চিনা নাই।" পবনৰ চকু থিয় হৈ উঠে । তাৰ দুৰ্দান্ত মন জাগি উঠে। এই দুৰন্তৰ একো অসাধ্য নাই। কোনে জানে কেতিয়া সি ড্ৰাইভাৰক আঘাত কৰে! তাৰ মগজত এবাৰ খেলালে আৰু ৰক্ষা নাই। সেইবাবে উমাই সাৱধান কৰি দিলে- "লোকক তেনেকৈ কবলৈ নাপায় পবন।"

"কোৱা নহয়, তাৰ মই মূৰ উৰাই দিম। যিয়ে তোৰ অন্যায় কৰিব তাৰে মই অন্যায় কৰিম। মই কাকো সুদাই নেৰো।"

তাৰ এনে ভালপোৱা দেখি উমাৰ অন্তৰত পৰম আনন্দ লাগে। সি যি কি নহওক তাইক ভালপোৱা লোক এজন আছে। এই পবনৰ মৰমেতো তাইক বচাই ৰাখিছে। বৰ্ত্তমান যদি তাই কাৰোবাৰ কথা ভাবে তেন্তে সেইজনে হ'ল পবন। ইমান ভাল পায় সি তাইক। সতীয়া বায়েক বুলি জানিও সি তাইক ইমান ভাল পায়, মানে, মৰম কৰে, আব্দাৰ ধৰে। সিয়ে তাইৰ দুখৰ সান্ত্বনা । তাৰ ফালে চায়ে তাই মাকৰ শত দোষ ক্ষমা কৰে। তাৰ মূৰটো বুকত চপাই লৈ গালত চুমা খাই তাই কয়- "মোৰ মৰমৰ সোণটি! মোৰ একো হোৱা নাই। ড্ৰাইভাৰৰো একো দোষ নাই। তই কাকো নামাৰিবি।"

"তেনেহ'লে কিয় মানুহে কয়?"

"মানুহে বহুত কথাকে কয় পবন, সেইবোৰ সকলো সঁচানে? মিছাকথা সেইবোৰ।"

"সঁচা হ'ক বা মিছা হক, যিয়ে তোৰ বদনাম কৰে তাকে মই গুলীয়াম।"

তাৰ অন্তৰৰ চেনেহৰ সঁহাৰি পাই উমাই তাক জোৰেৰে সাবটি ধৰে। আনন্দত তাইৰ চকুপানী ওলায়। তাই তাক সাবটি ধৰি মৰমেৰে কয়- "তই মোৰ বুকুৰ ভাই। তোৰ বাবেই মই জীয়াই আছো মোৰ সোণ। তই মোৰ বাবে একো কৰিব নালাগে, কেৱল মোক সদায় এনেকৈ ভাল পাই থাকিবি সোণ।"

তাই তাৰ মূৰ পিহি বুকুৰ মাজত লয়। তাইৰ কোমল বুকৰ স্পৰ্শত সৰল মনৰ প্ৰাণস্পৰ্শী আবেদনত তাৰ দুৰ্দ্দান্ত মন নৰম হৈ যায়। সি বায়েকৰ মুখলৈ চাই কয়- "তোৰ বদ্‌নাম গোৱা মানুহ পালে কিন্তু মই সুদাই নেৰিম বাইদেউ। মই বন্দুকখন সদায় লগত ৰাখো, কাৰ কেতিয়া কি হয় নাজানো। কাৰোবাৰ চকু মই নিম।"

এই বুলি কৈ সি তাইৰ বাহুবন্ধনৰ পৰা নিজক মুক্ত কৰি লৈ পেটলুঙৰ মোনাৰ পৰা ফান্দখন উলিয়াই দেখুৱাই দেখুৱাই কয়- " এয়া দেখিছ বন্দুক? এক গুলীত মই খতম্ কৰি দিম।"

তাৰ এনে দৃঢ় অথচ অপৰিবৰ্ত্তনীয় মনোভাব বুজি তাই মিনতিৰ সুৰে কয়- "কাকো নামাৰিবি সোণ!"

সি নীৰৱভাৱে তলমূৰা হৈ তাৰ পৰা গুচি যায় । তাই মাতিলে- 'পবন।' সি নামাতিলে। তলমূৰা হৈ গুচি গ'ল। উমাৰ ভয় লাগিল। নমতাকৈ যোৱা মানে বিপদ। আজি কাৰোবাক সি মাৰিব। যদি ড্ৰাইভাৰক মাৰে? মই মাৰিবলৈ কোৱা বুলি ক'ব মানুহে । কি কৰা যায়? তাই মহাচিন্তাত পৰিল। বাহিৰলৈ আহি তৎক্ষণাৎ পবনক মাত দিলে- 'পবন!'

পবন আৰু তেতিয়া তাত নাই। বায়ুৰাজ পবন দেৱতাৰ দৰে পবনে পবন-সঞ্চাৰে গতি কৰিলে কাৰোবাৰ উদ্দেশ্যে। লগত তুফান সদৃশ ফান্দ।

# বাৰ

কলেজ বন্ধ হোৱাত বীৰেন আজি ঘৰলৈ আহিছে। ঘৰখনত ল'ৰা ছোৱালীবোৰে বিস্কুট, চক্‌লেট আদি খাই খলক লগাই দিছে। ওচৰৰ ল'ৰা-ছোৱালীবোৰেও চোতাল ভৰি পৰিছে। মহাজনৰ সৰু পুতেক বীৰেন। গুৱাহাটীৰ কলেজত পঢ়ে। পূজাৰ বন্ধত ঘৰলৈ আহিছে। সি ল'ৰা -ছে াৱালীকেইজনীলৈ চোলা, পেটলুং আনিছে। তদুপৰি দুটা নতুন "ডিজাইনৰ" ব্লাউজ আনিছে। মিহি চক্‌লেট ৰঙৰ এটা আৰু আনটি ভায়োলেট ৰঙৰ। চোলা, পেটলুংবোৰ উলিয়াই ল'ৰা- ছোৱালীহঁতক নিজে পিন্ধাই দিলে। ল'ৰা- ছোৱালীহঁতেও খুৱাক আহিলে বৰ ৰং পায় আৰু মৰমতে তাৰ ডিঙিত ওলমে। নতুন কাপোৰ পাই সিহঁতে আনন্দত জপিয়াব ধৰিলে; লগতে মুখে মুখে একোটা চক্‌লেট ভৰাই লৈ চোতালত নাচিব ধৰিলে। বীৰেনে ব্লাউজ দুটা চুতকেচৰ ভিতৰত সোমাই থৈ তলা বন্ধ কৰিলে। ইতিমধ্যে চাহৰ কাপ হাতত লৈ সৰু বৌৱেক উপস্থিত। বাৰান্দাত বহি থকা বীৰেনক হাঁহি মাৰি ক'লে- "এৰা তোমাৰ ধেমালি, এতিয়া চাহ খোৱা।"

সৰুবৌৱেক, তাৰ চেনেহৰ সৰু বৌৱেকজনীক দেখি হাঁহি মাৰি ক'লে- "দিয়া সৰু বৌ, চাহ দিয়া, আগতে ডিঙিটো ভিজাই লওঁ।" সি চাহকাপ তুলি লয়। সৰুবৌৱেকে কাষত থিয় হৈ ভৰিৰ পৰা মূৰলৈ চাই ক'লে- "ইচ্ একেবাৰে খীণাই গৈছে! কিবা অসুখ হৈছিল নেকি তোমাৰ?"

"একো হোৱা নাই।"

"তেন্তে ইমান খীণাইছা কিয়?"

"বেছিকৈ পঢ়িলে খীণাব লাগে সৰুবৌ।"

"বেছিকৈনো কিয় পঢ়া?"

"তুমি ভাবিছা কলেজত কেৱল পিন্ধিউৰি অহাযোৱা কৰিলেই হয়। কলেজখন তিৰোতাসকলৰ বিয়াথলি নহয় যে ধুনীয়াকৈ পিন্ধিউৰি গৈ দুটামান গীত গাই আহিলেই হৈ গ'ল। ই হৈছে ফেক্টৰী। বিদ্যাৰ কাৰখানা। লো পিটি অস্ত্র তৈয়াৰ কৰাৰ দৰে বুদ্ধি কোবাই 'ডিগ্ৰী' তৈয়াৰ কৰিব লাগে। সেই দেখি পঢ়াৰ কোবত গোটা লো চেপেটা হোৱাৰ দৰে মতা শকত শৰীৰ ক্ষীণ লেৰেলা হয়।"

"থোৱা থোৱা তোমাৰ বিদ্যাৰ ফেক্টৰীৰ কথা। ভিতৰলৈ ব'লা, বাহিৰত বহি থাকিব নালাগে।" তেওঁ তাৰ চুতকেচটো হাতত লৈ যায় তেওঁৰ কমলৈ। বীৰেনে কয়-"মই আগতে গা ধুম সৰুবৌ।"

"মই আগেয়ে জানো, তুমি ক'ব নালাগে। তাৰ বাবে পানী তুলি থৈ আহিছো

মই। গা ধুই আহাগৈ। সৰু বৌৱেকে তেনেকৈ কৈ চুতকেচটো লৈ ভিতৰলৈ যায়। বীৰেন গা ধুবৰ বাবে কুৱাৰ পাৰলৈ যায়।

বীৰেনৰ মাক মৰাৰ পিচত সৰুবৌয়েকক সৰু ককায়েকে বিয়া কৰায়। সৰুবৌয়েকৰ নাম উৰ্ব্বশী । ঘৰ সোমোৱাৰ দিন ধৰি বীৰেণে মাকৰ অভাৱ বহুপৰিমাণে কম অনুভৱ কৰিছে। সৰুতে ঘাট-মাউৰা উৰ্ব্বশীক মোমায়েকহঁতে তেওঁলোকৰ ঘৰতে ৰাখে। তাতে তেওঁ ডাঙৰ দীঘল হয়। তেওঁৰ সংসাৰত কোনো নাই। মোমায়েকহঁতে পুহি-পালি ৰাখি বিয়া দিছে। মাক, বাপেক, ভায়েক কোনো নাই তেওঁৰ । মাক মৰাৰ ছয়মাহমান পিচতে বাপেকো ঢুকায়। তেৱেঁ আছিল প্ৰথম সন্তান। মাক পিতাক মৰাৰ পাচত বিধবা বুঢ়ীমাকজনীও ঢুকায়। বৰ্ত্তমান তেওঁৰ পিতাকহঁতৰ পক্ষৰ কোনো নাই। মোমায়েকহঁতে তেওঁক স্কুলত পঢ়ায়। ছাত্ৰবৃত্তি, মাইনৰ পাচ কৰি গাঁৱলীয়া ছোৱালী উৰ্ব্বশীয়ে গাঁৱত হাইস্কুল নথকাৰ গুণত পঢ়িব নোৱাৰিলে। বুদ্ধিবৃত্তি বৰ চোকা আছিল তেওঁৰ । প্ৰাইমাৰী আৰু এম্‌ভিত বৃত্তি পাইছিল। মহাজনে বৰকৈ ধৰাত মাজুপুতেকলৈ বিয়া দিয়ে। ৰূপে -গুণে সুলক্ষণা ছোৱালী এজনী বোৱাৰী পোৱাত মহাজন বৰ আনন্দিত। মহাজনৰ এই পুতেকজনে ব্যৱসায় কৰে। ল'ৰাজন বিদ্যাৰ ফালেদি বেছি আগবঢ়া নহলেও বুদ্ধিৰ ফালেদি যথেষ্ট আগবঢ়া। ক'বলৈ গ'লে মহাজনৰ ঘৰখন এই নৰেনৰ ওপৰতে চলিছে। ল'ৰাজন সৰবৰহী। ঘৈণীয়েকজনী সাক্ষাৎ লক্ষ্মী। এনেহেন ল'ৰাৰ এনেকুৱা ঘৈণী হোৱাত সকলোৱে খুচি। কিন্তু এটা দুখ আজি-কালি সকলোৱে অনুভৱ কৰিছে। আজি কেইবাবছৰো হ'ল, তেওঁৰ সতি সন্তান নাই। মহাজনে ঘানাক্ ঘুনুক কৈ কয় আৰৌ এটা বিয়া কৰাবলৈ; কিন্তু পুতেকে নকৰে। উৰ্ব্বশীৰ দৰে সৰ্ব্বগুণৱতী ভাৰ্য্যাৰ লগত এজনী সতিনী জাপি দি তেওঁ ঘৈণীয়েকৰ সুখৰ জীৱনত অশান্তি মাতি আনিব নোৱাৰে। তেওঁৰ মনত ঘৈণীয়েক উৰ্ব্বশী যেন স্বৰগৰ অপ্সৰী উৰ্ব্বশী। শাপভ্ৰষ্ট দেৱী উৰ্ব্বশী। ইমান ভাল পায় ঘৈণীয়েকক যে তেওঁ আৰু অইনৰ কথা ভাবিবই নোৱাৰে। সেইবাবে বিয়া হোৱা নাই। ঘৈণীয়েকে অৱশ্যে মাজে মাজে কয়- "মোৰ বাবে আপুনি ভাবিব নালাগে। আপুনি এজনী বিয়া কৰাওক। সতি-সন্তান নহ'লে কি সংসাৰ হ'ল?"

তেওঁ ভেকাহি মাৰি উঠে-" মোক তেনে কথা নকবা। যদি তোমাৰ সন্তানৰ প্ৰতি বৰ ইচ্ছা জন্মিছে তেন্তে অইন এজনৰ তালৈ তুমিয়ে যোৱা।"

"ছিঃ যি পায় তাকে কয়।"

"ভাগ্যত আছে যদি মোৰ হ'ব, নাই যদি নহ'ব; সেই বুলি মই আৰু বিয়া কৰাব নোৱাৰো।"

"শহুৰে যে সদায় কৈ থাকে?"

"কবলৈ দিয়া। মই তোমাকতো এৰিব নোৱাৰোৱেই আনকি এজনী সতিনী জাপি দিবও নোৱাৰো।"

গিৰিয়েকৰ এনে অন্তৰভৰা ভালপোৱাৰ সন্তেদ পাই উৰ্ব্বশীৰ অন্তৰ পুলকিত হৈ উঠে। এয়ে দাম্পত্য প্ৰেম। এয়ে সংসাৰ সুখ। তেওঁ গিৰিয়েকৰ মখলৈ চাই থাকি নীৰৱে ভাবে আৰু লাহে লাহে আঁতৰি যায়। অন্তৰত বৈ যায় অসীম আনন্দ, অপৰিসীম তৃপ্তি।

এই উৰ্ব্বশীয়ে দেৱৰেক বীৰেনক বুকৰ জীউ যেন দেখে। জায়েকে এদিন কথাৰ চলতে সুধিলে- "তইনো বীৰেনক কিয় ইমান মৰম কৰ? তই যেনে ব্যৱহাৰ কৰ, মানুহে দেখিলে আৰালত বেয়া কথা ক'ব।"

'কওক মানুহে, মই মানুহক ভয় কৰিছোনে?"

"যদি গিৰিয়েৰাই সন্দেহ কৰে, বেয়া পায়?"

"মই ঘৰ সোমোৱাৰ দিনাই তেওঁক চিনিছো। মোৰ কপালত সন্তান নাই সঁচা, কিন্তু মই দেৱতা যেন স্বামী পাইছো, বাইদেউ।"

"সৰুঃ বাপুক তই বৰ মৰম কৰ দে!"

"বীৰেনক মৰম নকৰি মই কাক মৰম কৰিম? মোৰ কোন আছে ? আই বোপাই নাই, ভাই নাই, সন্তান নাই; এনেস্থলত মই কাক মৰম যাচিম? মোৰ অন্তৰৰ মৰম কাৰ ওপৰত ঢালি দিম? তেনেস্থলত মই মোৰ মৰম ঢালি দিবৰ বাবে এনে সুন্দৰ দেৱৰ পাইছো, মই তেওঁক মৰম নকৰি কাক কৰিম? মোৰ ভাইৰ স্থান, মোৰ সন্তানৰ স্থান তেৱেঁ পূৰণ কৰিছে। বীৰেন মোৰ দেৱৰ, ভাই, সন্তান -সকলো । তেওঁক মৰম কৰাৰ বাবে মানুহে মোক যিয়ে নকওক, মই তাক কেৰেপকে নকৰো।"

এনে উত্তৰ দিছিল উৰ্ব্বশীয়ে ডাঙৰ জায়েকক -যেতিয়া তেওঁ উৰ্ব্বশীৰ মন পৰীক্ষা কৰি চাইছিল।

ইফালে বীৰেনো মহা ফাজিল। হাইস্কুলত থকা কালত এবাৰ থিয়েটাৰ কৰিছিল। তালিমৰ পৰা আহি ৰাতি ভাত খাব বহোঁতে সৰু বৌৱেকে ধমক দিলে " ইমান ৰাতিলৈ তালিম কৰিলে গা অসুখ হ'লে কি কৰিবা?"

সি ভাত এগৰাহ মুখত ভৰাই হাঁহি হাঁহি উত্তৰ দিছিল "গা অসুখ হ'লে বিছনাত শুই থাকিম আৰু সৰু বৌৱে আহি যেতিয়া গৰম পানীৰে ভৰি ধুৱাই দিব তেতিয়া 'উহ উহ' বুলি মিছাকৈ দুটামান কেকঁনি-গেথনি মাৰিম, যাতে সৰুবৌৱে মূৰ শিতানত গাৰ কাষত বহি গা-মূৰ পিহি দিয়ে। কি আৰাম। কি মজাৰ কথা হ'ব!"

তাৰ গা অসুখ হ'লে সৰু বৌৱেকে তেনেখন কৰে দেখি সি আজি ফাঁহিয়াই দিলে। সৰু বৌৱেকে দাবি মাৰি উঠিল-"দুৰ্ দুষ্ট, মোক ঠাট্টা কৰিব আহিছ।"

"বাৰু, বাৰু, নকওঁ আৰু, নমস্কাৰ সৰুবৌ,কৰিছো কাবৌ।" তাৰ ব্যঙ্গভঙ্গীত দুয়ো বৌৱেকে হাঁহিব ধৰিলে। হাঁহি শাম কটাৰ পিছত ডাঙৰ বৌৱেকে সুধিলে- "কি নাট কৰিবা সৰু বোপা আজি ?"

"সৰুবৌ উদ্ধাৰ" নাট কৰিম ডাঙৰ বৌ।" সি হাঁহি হাঁহি ঠাট্টা কৰে।

"আকৌ ঠাট্টা কৰিছা দুষ্ট?" ডাঙৰ বৌৱেকে হাঁহি হাঁহি সৰু বৌৱেকৰ ফালে-চাই ইঙ্গিত কৰে। বীৰেনে ব্যাখ্যা কৰি কয়-

"ঠাট্টা কৰা নহয় ডাঙৰ বৌ; আমাৰ "সৰুবৌ উদ্ধাৰ" অৰ্থাৎ "উৰ্বশী উদ্ধাৰ" নাট কৰিব খুজিছো; উৰ্বশী নাম আমাৰ সৰুবৌৰ । মই নামকাঢ়ি কমনে? সেই দেখি "সৰুবৌ উদ্ধাৰ" বুলি কৈছো "

তাৰ ৰগৰত দুয়ো বৌৱেকে খিলখিলকৈ হাঁহিব ধৰিলে। এনে ৰগৰপ্ৰিয় বীৰেনটো। আজিকালি কিন্তু বেচ গহীন হৈছে। তাক মাকৰ দৰে মৰম কৰে সৰুবৌৱেকে। সৰুবৌৱেকে তুলিথোৱা পানীৰে গা-পা ধুই আহি সি সৰুবৌৱেকৰ ৰুমত সোমাল। বৌৱেকে গন্ধ তেলৰ বটল আৰু পাউদাৰৰ টেমাটো টেবিলৰ ওপৰত আয়নাৰ কাষতে থৈ দি চিয়াৰখন আগবঢ়াই দি কয়- "সোনকালে তেল দি মূৰ ফণিয়াই লোৱা;মই ভাত লৈ আহো।"

"এই বিয়লি বেলাত ভাত খাবলৈ ইচ্ছা নাই সৰু বৌ।"

"গৰম ভাত অলপ খোৱাচোন; ভাল পাবা।"

সৰুবৌৱেকে পাকঘৰলৈ যায় । বীৰেনে মূৰ ফণিয়াই, পাউদাৰ ঘঁহি আৰামেৰে চিয়াৰত বহি ল'লে। কিছুপৰ পিছত সৰু বৌৱেকে ভাত আনি দিলে। সি লাহে লাহে খাবলৈ বহিল।

খাই বৈ উঠি সি চুতকেচটো খুলি ব্লাউজ দুটা উলিয়াই সৰু বৌৱেকক দি ক'লে- " এটা তোমাৰ আৰু আনটো উমাৰ বাবে আনিছো সৰুবৌ। এতিয়া তোমাৰ যিটো পছন্দ হয় সেইটোকে ৰাখা; বাকীটো উমাক দিম।"

"মোক প্ৰথমে দিয়াতকৈ আগে উমাক দিয়াহে ভাল, কাৰণ তাইৰ যিটো পছন্দ লাগে সেইটো তেতিয়াহলে ৰাখিব পাৰিলেহেঁতেন । বেচেৰী বৰ মনোকষ্ট পাই থাকে।"

"তোমালোক দুয়ো মোৰ মৰমৰ । কিন্তু আগে মোৰ সৰু বৌজনী, তাৰ পিচতহে মোৰ ভনীজনী। সেই দেখি আগে তুমি ৰাখা পিছত উমাক মই দিম। সোনকালে

দিয়া সৰু বৌ, গধুলি হ'ল;পলম কৰিলে তাইৰ যিহে ভেম মোৰ ওপৰত। অভিমান কৰি নমতাই হ'ব।"

"নাই, এতিয়া আৰু আগৰ সেই উমা নাই। তাই বদলি গৈছে, ভেম-অভিমান নকৰে।"

"বাৰু, সেইবোৰ কথাৰ প্ৰমাণ উমাৰ ওচৰলৈ গ'লে পাম; বৰ্ত্তমানে তুমি মোক খালাচ দিয়া।"

তাৰ কথা শুনি সৰু বৌয়েকে খুছি হৈ যায়- কাৰণ, তাৰ ভাল পোৱাৰ লিষ্টিখনৰ এক নম্বৰতে তেওঁ। হাঁহো নাহাঁহো ভাবে ওঁঠত কামোৰ মাৰি ধৰি বৌয়েকে চোলা দুটা এবাৰ চাই ল'লে আৰু শেষত ভায়োলেট ৰঙৰটো ৰাখি চক্‌লেট ৰঙৰটো তাক দি ক'লে- "উমা, বগীছোৱালী, চক্‌লেট ৰঙে শুৱাব। গতিকে এইটোকে দিয়া গৈ।" তেওঁ চোলাটো আগবঢ়ায়। "বাৰু, দিয়া।" সি হাত পাতি লয়।

চোলাটো হাতত লৈ বীৰেনে চুতকেচটো খুলি এটা ফ্ৰক, এটা ব্লাউজ আৰু এযোৰ চোলা পেটলুং উলিয়ালে। ফ্ৰকটো শেৱালিৰ, ব্লাউজটো মাকৰ আৰু চোলা পেটলুং জোৰ পৱনৰ। তাৰ পিছত কিছুমান লোজন আৰু বিস্কুট লৈ বীৰেন গ'ল উমাহঁতৰ ঘৰলৈ। যাওঁতে সৰু বৌয়েকক কৈ গ'ল- "যাওঁ সৰুবৌ।"

" যোৱা, কিন্তু ৰাতি নকৰিবা। তাৰ পৰা বাহিৰে বাহিৰে ক'লৈকো নাযাবা আকৌ।"

"নাযাওঁ বাৰু।"

এনেকৈ কৈ সি ওলাই গ'ল ।

উমাহঁতৰ নঙলামুখ পোৱাৰ লগে লগেই পৱনে বীৰেনক দেখি হাঁহি মাৰি হাতত চাপৰি মাৰি দৌৰি আহিল-"বেচ্ বেচ আজি আমাৰ সৰু ককাইদেউ আহিছে।" সি ওচৰলৈ আহি নধৰ-নপৰকৈ বীৰেনৰ চোলাত ধৰি ক'বলৈ আৰম্ভ কৰে -"কেতিয়া আহিছা সৰু ককাইদেউ ?"

"দুপৰীয়া আহিছো। পিচে উমা আছেনে নাই পৱন ?"

"আছে আহা সৰু ককাইদেউ।" সি বীৰেনক হাতত ধৰি টানি লৈ যায়। বীৰেনে চোতাল পোৱাৰ লগে লগে খুৰীয়েকে ওলাই আহি হাঁহি মাৰি কয়- "অ' আমাৰ সৰু বোপা আহিছে। আহা বোপা, ভিতৰলৈ আহা।" খুৰীয়েকে আগবাঢ়ি বীৰেনৰ ওচৰ পায়। মাকৰ কোলাত পিয়াহ খাই থকা শেৱালিয়ে হাতবাউল দি মাতে আৰু বীৰেনৰ কোলালৈ যাবলৈ ইচ্ছা কৰে। বীৰেনে খুৰীয়েকৰ কোলাৰ পৰা তাইক আনি কোলাত লৈ কয়-"আহ শেৱালি, বুলবুলী।" সি তাইক মৰমতে বুলবুলী বুলি মাতে। তাইৰ ধুনীয়া ৰঙা ওঁঠ দুটি বুলবুলী চৰাইৰ দৰে। মাতষাৰিও বুলবুলীৰ দৰে মিঠা-শুৱলা। তাই তাৰ

কোলা পাই নাচিব ধৰে। বীৰেনে কয়-"বুলবুলিয়ে মোক বৰ ভাল পায় খুৰীদেউ । তাই মোৰ কোলা পালে আৰু ক'লৈকো যাব ইচ্ছা নকৰে।" তাৰ পিছত বীৰেনে চক্‌লেট, বিস্কুট আদিৰ টোপোলাটো খুৰীয়েকৰ হাতত দিয়ে-" ইহঁতক ভগাই দিয়ক।"

"তুমিনো ইমানবোৰ বস্তু কিয় আনা ইহঁতলৈ; খাবলৈ পাই ইহঁত বৰ দুষ্ট হৈ গৈছে বোপা।" বিস্কুটৰ টোপোলাটো লৈ খুৰীয়েকে মৰমৰ ধমক্ দিয়ে। তাৰ পিচত তেওঁ ল'ৰা-ছোৱালীবোৰৰ মাজত ভগাই দিয়ে। ল'ৰা-ছোৱালী কেইটাই চক্‌লেট খাই জপিয়াব ধৰে। ইহতে বীৰেনক নিজৰ ককায়েক যেন দেখে। বীৰেনেও ইহঁতক বৰ মৰম কৰে।

এনতে পবনে ধম্‌কনিৰ সুৰত দাবী কৰি কয়- " মোৰ চোলা পেটলুং ক'ত ককাইদেউ? পূজা যে আহি পালে।" সি এনেভাৱে দাবী কৰিছে যেন তাক বীৰেনে কাপোৰ দিবলৈ বাধ্য।

"তইনো চোলা পেটলুং দাবী কৰিছ কাক? কি অধিকাৰ আছে তোৰ ?" মাকে পবনক প্ৰশ্ন কৰে। এনতে বীৰেনে কয়- "অধিকাৰ নিশ্চয় আছে।" সি মোনাৰ পৰা চোলা পেটলুংযোৰ উলিয়াই দিয়ে । ধুনীয়া পোচাক দেখি পবনে তৎক্ষণাৎ থাপমাৰি নি পিন্ধি পেলালে। এই পোচাকযোৰে তাক বেচ শুৱাই তুলিছে। মাকে হাঁহি হাঁহি চাই থাকিল। বীৰেনে কলে-" পিচে এনে ধুনীয়া পোচাক কিয় দিছো জান পবন? তই স্কুললৈ গৈ পৰীক্ষাত প্ৰথম হ'ব লাগিব। এতিয়া বাৰু স্কুললৈ যাৱনে নেযাৱ?"

সি গহীনাই উত্তৰ দিয়ে -"যাওঁ ককাইদেউ ।"

মাকে কয়- " হৈছে , হৈছে, স্কুললৈ গৈ পণ্ডিত হৈছে। সি যদি স্কুললৈকে যায় তেন্তে ইয়াৰ বাৰী তাৰ বাৰী যায় কোনে? ই বৰ দুষ্ট হ'ল বোপা।"

" হওক খুৰী, একো বেয়া নহয়। দুষ্ট ল'ৰা বৰ বুদ্ধিমান । সিহঁতৰ প্ৰাণশক্তি বেছি । কামত লগাব পাৰিলে সময়ত সিহঁত বৰ ডাঙৰ মানুহ হয়।" তাৰ পিছত পবনৰ ফালে চাই সোধে-"পিচে আজি কালি তোৰ বন্দুকখন ক'ত পবন?"

পবনে তাৰ পুৰণি পেটলুঙৰ মোনাৰ পৰা ফানখন উলিয়াই দেখুৱায়-" আছে ককাইদেউ?"

"বন্দুকনে তাৰ মূৰ সেইখন।" মাকে খঙতে কয়।

"মূৰ নহয়, মূৰ ফলাবিধহে এইখন।" পবনে মাকৰ কপালখনলৈ আঙুলিয়াই দিয়ে।

"ফালিবি যা বৰ মূৰ ফলা ল'ৰাজন।" মাকে ধমক দিয়ে। চালৰ মূধত পৰি থকা পাৰ এটিলৈ আঙুলিয়াই সি কয়- "এক গুলীত তোৰ পাৰৰ মই মূৰ ভাঙি দিব পাৰো।

কানিমুনি বেলা। ঘৰৰ পাৰ আহি চালৰ মুধত পৰিছে বাহাত সোমাবলৈ । তাকে দেখি সি আঙুলিয়াই দিলে। বীৰেনে ক'লে তাৰ মন চাবলৈ বুলি -"এই গধূলিবেলিকা আধা আন্ধাৰ আধা পোহৰত তই পাৰ মাৰিব পাৰিবিনে?"

মাকে ডাঠকৈ ক'লে -" ইহ বেটা, বৰ চিকাৰী ওলাইছে। মাৰচোন চাওঁ তোৰ পৰাক্ৰম?"

মাকৰ এনে তাচ্ছিল্যপূৰ্ণ কথা শুনি পবনে তৎক্ষণাৎ ফান্দ সাজু কৰি লৈ ক'লে-" তেন্তে চাই থাক্ পাৰো নে নোৱাৰো।"

সি বাটলুগুটি নিক্ষেপ কৰিলে। এক মুহূৰ্ত্তৰ ভিতৰতে পাৰজনী চালৰ পৰা বাগৰি আহি মাটিত পৰিল। মাক অবাক হৈ গ'ল। বীৰেনে তবধ মানিলে। এই কানি আন্ধাৰত তৎক্ষণাৎ এনে কাণ্ড কৰি পেলাব পাৰে বুলি তাৰ ধাৰণাই নাছিল। আচৰিত দুয়ো। পবনে বীৰত্বেৰে ক'লে-

" দেখিলি এতিয়া ? লৈ যা তোৰ পাৰ, খতম্ হৈ গৈছে এক গুলীতে বাপেকে।"

তাৰ কথাৰ ভঙ্গীত বীৰেনৰ হাঁহি উঠিল। মাকৰো হাঁহিবৰ মন গ'ল।

খুৰীয়েকে ক'লে- " দেখিলিনে বোপা, ই কেনে অঘাইত?"

"সাংঘাতিক খুৰীদেউ ।" বীৰেনে মূৰ জোকাৰি স্বীকাৰ কৰে।

"মোৰ পোহনীয়া পাৰজনী সি মাৰি পেলালে । কিয় তই মাৰিলি?" মাকে ধমক দিয়ে। অন্তৰে অন্তৰে তেওঁৰ বৰ খঙ উঠিছে ।

" কিয় মাৰিলো জান? ককাইদেউক আজি ৰাতি পাৰৰ মঙহেৰে ভাত খুৱাব লাগিব।" সি নিৰ্ভয়ে উত্তৰ দিয়ে। তাৰ এনে উপস্থিত বুদ্ধি দেখি বীৰেন স্তব্ধ হৈ যায়-" কি অদ্ভুদ বুদ্ধিমান পবনটো!"

বীৰেনৰ মুখেৰে আপোনা আপুনি ওলাই আহে। খুৰীয়েকে মৰা পাৰজনী তুলি লৈ বীৰেনক কয়-"ভালে হ'ল বোপা, ৰাতি ইয়াতে ভাত খাবা।"

"সৰুবৌৱে বকিব খুৰী। সোনকালে যাবলৈ কৈছে।" বীৰেনে উত্তৰ কৰে।

" কওঁক তোমাৰ সৰু বৌৱেৰাই। তাই বৌৱেৰাহে, মই যে খুৰীয়েৰা?"দাবী কৰি কয় খুৰীয়েকে। পবনে হাতত চাপৰিয়াই কয়-

"বেচ বেচ সৰু ককাইদেৱে আজি আমাৰ ঘৰত ভাত খাব।"

"মই ভাত খাব লাগিলে তই দুষ্টামি নকৰো বুলি প্ৰতিজ্ঞা কৰিব লাগিব, আৰু স্কুললৈকো যাব লাগিব। পাৰিবি?"

সি নীৰৱ।

"নামাতা কিয়?" বীৰেনে প্ৰশ্ন কৰে।

"যাম।"

"আৰু দুষ্টামি ?"

"কমকৈ কৰিম।"

তাৰ উত্তৰ শুনি বীৰেনে হাঁহিব ধৰিলে ।কমকৈ কৰিম। তাৰ মানে মুঠেই নকৰাকৈ নাথাকে। অৱশ্যে সি সঁচা কথাকে কৈছে। ইমান দুষ্ট ল'ৰা এজনে হঠাতে দুষ্টালি বন্ধ কৰিব পাৰেনে? নোৱাৰে। গতিকে সি ঠিকেই কৈছে। বীৰেনে তাৰ কথাত বৰ সুখী হয় । পবনৰ মাকৰ হাঁহি উঠিল তাৰ উত্তৰ শুনি । তেওঁ ধমক দি ক'লে- "যা বেটা চুৱাখোৱা, হাৰামজাদা, আঁতৰি যা মোৰ আগৰ পৰা ।"

তাৰ পিছত বীৰেনক ক'লে- "তুমি যাব নোৱাৰা বোপা, আজি ৰাতি ভাত খাব লাগিব। গধূলি হ'ল;মই চাকি জ্বলাওঁ গৈ। উমাও পানী লৈ আহিবৰ হৈছে, অলপপৰ বাহিৰতে বহা।" এনেকৈ কৈ বেতৰ মূঢ়াটো আগবঢ়াই দিয়ে বীৰেনৰ ফালে। বীৰেন বহে। খুৰীয়েকে ছোৱালীক কোলাত লৈ চাকি-বন্তি জ্বলাবৰ কাৰণে ঘৰলৈ যায়। পবনে ককায়েকৰ লগত কিবা কিবি কৈ ইফাল-সিফালকৈ নতুন পোছাকযোৰ পিন্ধি অৰ্জ্জুনহঁতৰ ফালে ওলাই যায়- "মই এবাৰ ফুৰি আহো ককাইদেউ, তুমি বহা। তুমি কিন্তু গুচি নাযাবা মনে মনে ।" এনেকৈ কৈ ওলাই যায় তাৰ নতুন পোছাকযোৰ অৰ্জ্জুনক দেখুৱাবলৈ ।

অলপপৰ পিচতে কাষত পানীৰ ভৰাকলহ লৈ আহি পালে উমা। চোতালত বীৰেনক বহি থকা দেখি থম্‌কি ৰ'ল আৰু আচৰিত হৈ সুধিলে-" সৰু ককাইদেউ নে ?"

"হয় উমা।"

" এ আই , মই বোলো কোননো মানুহ এনেকৈ আন্ধাৰত বহি আছে চোতালত? বাৰু বহা, মই আহো।"

এনেকৈ কৈ পানীৰ কলহ লৈ উমা ঘৰৰ ভিতৰ সোমায়। পানীৰ কলহ থৈ তাই নিজৰ ৰুমলৈ সোমাই যায়। লেমটো জ্বলাই লয় । তাৰ পিছত ককায়েকক মাতে- "ভিতৰলৈ আহা সৰু ককাইদেউ।"

উমাৰ আহ্বান পাই বীৰেনে উমাৰ কোঠাত প্ৰৱেশ কৰিলে। উমাই এটা হাঁহি মাৰি টুলখন আগবঢ়াই দি কয়- "বহা সৰু ককাইদেউ। চিয়াৰতো নাই, টুলখনতে বহা।"

বীৰেনে টুলখনত বহি হাঁহি মাৰি কয়- "চিয়াৰ টেবিল নোহোৱা দেখি আপচোচ্ নেকি উমা? বাৰু, ক'ৰবাত চিয়াৰ টেবিল থকা ঘৰত বিয়া দিম, ভয় নকৰিবি।"

বিয়াৰ নাম লোৱাৰ লগে লগে উমাৰ মুখ মলিন হৈ গ'ল। বীৰেনে লক্ষ্য কৰিলে। এবাৰ তাইৰ চকুযুৰিলৈ চাই সুধিলে-

"তোৰ হঠাতে কি হ'ল পাগলী? মুখখন মলিন হৈ গ'ল কিয়? বিয়াৰ কথা কোৱা বাবে ? অ' হ'বৰে কথা? গাড়োৱান বলো ককাইৰ ঘৰত অৱশ্যে চিয়াৰ টেবিল নুজুটিব। সেই কাৰণে বেজাৰ লাগিছে নহয়নে? বাৰু ভয় নাই, মই দি দিম।"

বলোৰামৰ লগত উমাৰ যে ভালপোৱা আছে, এই কথা সি আগেয়ে জানে আৰু বিয়াও যে হ'ব তাকো গম পায়। এই বিয়া হ'লে সি বেয়া নাপায় বৰং পেটে পেটে ভালহে পায, কাৰণ বলোৰামক সি বৰ ভাল পায় । সৱল, সহজ, স্বাস্থ্যবান, কাৰ্য্যক্ষম ডেকা এজনক বাৰু সি কিয় ভাল নাপাব? সেই বাবেই সি তাৰ মত আগতে দিছে। এতিয়া মাজে সময়ে উমাক জোকায়। উমা তাৰ অতি মৰমৰ । উমাক সি নিজৰ ভনীয়েক বুলি ভাবে। উমাক সি বৰ মৰম কৰে। কাৰণ তাৰ ভনীয়েক নাই আৰু উমায়ো তাক বৰ ভাল পায় কাৰণ তাইৰ ককায়েক নাই। তাক তাই নিজৰ ককায়েক যেন দেখে। ইফালে দুয়ো হ'ল মাতৃহীন - মাউৰা । এনেবোৰ পৰিস্থিতিত পৰি দুয়োৰো মাজত নিবিড় মৰমে খোপনি পুতিছে। দুয়ো ভাই-ভনী; কিন্তু দুয়োৰো মনৰ ইমান মিল আৰু দিল ইমান খোলা যে দুয়ো দুয়োকে ঠাট্টা, বিদ্রূপো কৰে। আনকি মনৰ দুখৰ কথাবোৰ বন্ধুৰ আগত প্ৰকাশ কৰাৰ দৰে দুয়ো প্ৰকাশ কৰে। সেই ফালেদি চালে ভাই-ভনী নুবুলি বান্ধৱ-বান্ধৱী বুলিব পাৰি। নিজৰ মনৰ বেদনা উপশমিত কৰিবৰ আশ্ৰয়স্থল দুয়োৰো দুয়োহে। সেইবাবে নানা ঠাট্টা মস্কৰা চলে দুয়োৰো মাজত । আনদিনা এনেদৰে ঠাট্টা কৰিলে উমাই তাক কয়-" সৰু বৌজনী আহক, তেওঁক মই এইবোৰ কথা কৈ দিম।" কিন্তু আজি উমাৰ সেই হাস্যময়ী মুখ আৰু ৰসভৰা অন্তৰ নাই বৰং বেদনা ভৰা অন্তৰ আৰু মলিন মুখশ্ৰী । তাকে দেখি বীৰেনে ঠাট্টা কৰি সুধিলে-" তোৰ কি বেমাৰ হ'ল পাগলী? হঠাতে দেখোন বলোককাইৰ গাড়ীখনত ওপৰ বোজাই দিলে যেনে গহীন হয় তেনে গহীন গম্ভীৰ হৈ পৰিলি ?"

তাই জোৰ কৰি হাঁহিবলৈ চেষ্টা কৰি কলে-" একো হোৱা নাই। ক'ত কি হোৱা দেখিলা? পিচে আহিলা কেতিয়া?"

"প্ৰায় দুপৰীয়া।"

"কেইদিনমান নাথাকিবা জানো?"

"তেনেহ'লে কি কৰিম? তাৰমানে মই থাকিলে বেয়া পাব নহয়?"

"ছি ঃ কথাবোৰ সদায় যে ওলোটা কৰি ধৰি লোৱা, এয়ে বিপদ।"

"পূজাৰ বন্ধ,কেইদিনমান থাকিম বুলি ভাবিছো। পাৰিলে পূজাত সৰুবৌক, তোক,

খুৰীক আৰু পবনক গুৱাহাটীলৈ পূজা দেখুৱাবলৈ নিম বুলি ভাবি আহিছো।"

"তুমি সদায় মোক ঠাট্টা কৰি থাকা। আমাক পূজা দেখুৱাব কোনোৱাই।" তাই অভিমানৰ সুৰত কয়। বীৰেনে ঠাট্টা কৰি কয়- " কিয়, বলো ককাই আছে দেখো, গাড়ীখনত ভৰাই কলিকতা, দিল্লী দেখুৱাব পাৰে।"

"ঠাট্টা কৰি নাথাকিবা। মনে মনে বহি থাকা। মই চাহ লৈ আহো।"

"চাহ নালাগে, লাগে তোৰ খবৰহে আগতে।"

"কি খবৰ?"

"তোৰ কি হৈছে?"

"একো হোৱা নাই।"

"কিয় তেন্তে খীণাইছ? কচোন কি হৈছে?"

"বাৰু পিচত কম, আগতে চাহ আনো।"

এনেকৈ কৈ তাই তৎক্ষণাৎ ওলাই গ'ল। বীৰেনে কৈ উঠিল-

"নুকৰ যদি মই উঠিলো। গুচি যাওঁ।"

উমাই গৰ্ব্ব কৰি কলে-"ভয় নকৰো। মই ভালকৈ জানো যে উমাৰ কথা পেলাই তাইৰ সৰু ককাইদেৱে যাবৰ সাধ্য নাই।"

তাই গুচি যায়। বীৰেনে হাঁহি হাঁহি বহি ৰয়। কিমান দাবী, কিমান অধিকাৰ আছে উমাৰ বীৰেনৰ ওপৰত? ভাবি ভাবি বীৰেণৰ বৰ ভাল লাগি যায়। উমাৰ কথা বীৰেনে পেলাব নোৱাৰে, এই কথা উমায়ো জানে আৰু বীৰেণেও জানে। সেই দেখি বীৰেনে কিছুপৰ পিচত ইফাল-সিফাল কৰি থাকি ভাবিব ধৰিলে- কিয় উমাৰ ভাব-ভঙ্গী বদলিছে। কিবা আঘাত পাইছে নিশ্চয়। বলো ককাইৰ লগত কিবা লাগিছে নেকি? আজি কেইবামাহো বীৰেন ঘৰলৈ অহা নাই; একো খবৰ পোৱা নাই। প্ৰাইমাৰী পাছ কৰিছিল যদিও বানান ভুল হোঁৱাৰ ভয়ত উমাই কোনো চিঠি-পত্ৰ নিলিখে তালৈ, জানোচা কলেজৰ ল'ৰাবিলাকে তাইৰ বানান আৰু বাক্য দেখি তাক ঠাট্টা কৰে? এই ভয়তে তাই নিলিখে। অন্য ফালৰ পৰাও তাইৰ সম্পৰ্কে খবৰ পাবৰ কোনো উপায় নাই। এনেস্থলত যদি ইতিমধ্যে তাইৰ কিবা গোলমাল হৈছে তাক সি জানিবৰ উপায় নাই। অৱশ্যে সি জানে যে খুৰীয়েকে মাজে সময়ে তাইক কষ্ট দিয়ে। গালি পাৰে, মাৰে। যদি এনেবোৰ কিবা কাৰণত তাই বেজাৰ পাই আছে তেন্তে তাৰো একো সন্তেদ নাপায় সি। এইটো হ'লে সি বুজিছে যে উমাৰ কিন্তু কিবা ঘটিছে নহ'লে এনেহেনে ৰাংঢালী ছোৱালীজনী এনে মলিন বদনা হ'ব নোৱাৰে। সি ভাবি ভাবি ডাঙৰ আয়নাখনৰ সমুখত থিয় হৈ নিজক এবাৰ চাই লয়। এই আয়নাখন, টেবুলখন,

আলনাখন, ট্ৰাঙ্কটো আৰু খাটখন সিয়ে তাইক দিছে। তাৰ উপৰি আজিলৈ উমাই যিমানবোৰ কাপোৰ- কানি, মেখেলা-চাদৰ, চোলা আদি ব্যৱহাৰ কৰিছে, সেই বোৰ সকলো বীৰেনেই দিয়া। এই কথা সকলোৰে জানে। পিতাক নাইবা ককায়েকহঁতেও বীৰেনৰ এনেবোৰ কামত হকা-বাধা নকৰে কাৰণ বীৰেন বৰ বুদ্ধিমান আৰু মিতব্যয়ী ল'ৰা, অনাহকত সি ক'তো এক পইচাও খৰচ নকৰে- অপব্যয় নকৰে। তাক ঘৰৰ সকলোৱে মানে আৰু মৰম কৰে। সেই বাবে বীৰেনৰ টকাৰ অভাৱ নহয়। আজি ইমান বছৰে, বিশেষকৈ বীৰেনৰ পিতাক আৰু উমাৰ পিতাক দুই ভায়েক বেলেগ হোৱা দিন ধৰি বীৰেনে উমাৰ খৰচ বহন কৰি আহিছে। এই ভয়েক-ভনীয়েকহালক মানুহে জেঠায়েক খুৰাকৰ ল'ৰা -ছোৱালী বুলি ভাবিলৈ টান পায়, আনকি অচিনাকি মানুহে কাম-কাজত আহিলে দুয়োকো সগৰ্ভী সহোদৰ-সহোদৰা বুলি ভুল কৰে। সেই বীৰেনে আজি উমাৰ মলিন মুখ দেখিছে। তাৰ সহ্য হোৱা নাই। উচ্পিচাই আছে। সি তেনেকৈ চট্ফটাই থাকোঁতে উমাই চাহ আনি টেবিলৰ ওপৰত থলে আৰু ক'লে- "চাহ খোৱা সৰু ককাইদেউ।"

"খাম বাৰু। পিচে তোৰ ক'ত ?" সি তাইৰ মুখলৈ চাই প্ৰশ্ন কৰে। "এয়া।" তাই নিজৰ হাতত থকা কাপটো দেখুৱাই দিয়ে। বীৰেনে টুলখনত বহি চাহ খাবলৈ ধৰে। উমাই বিচনাত বহি খায়। চাহ খাওঁতে আজি কোনেও কাকো মতা নাই। দুয়ো চিন্তান্বিত। চাহ খোৱাৰ পিচত বীৰেনে মোনাৰ পৰা ব্লাউজটো উলিয়াই উমাৰ হাতত দিয়ে। উমাই চোলাটো হাতত লৈ এবাৰ ভালকৈ চাই লয় আৰু কয়-

"বৰ ধুনীয়া ব্লাউজ। কাপোৰ আৰু ৰং বৰ সুন্দৰ । বহুত দাম পৰিছে চাগৈ।"

"মূল্যৰ হিচাপ কিয় তোক লাগে পাগলী? পচন্দ হৈছে নে নাই তাকে কচোন?"

"পচন্দ হ'লেই কি সকলো বস্তু পোৱা যায় সৰু ককাইদেউ ?"

"বাঃ তইতো বেচ কথা ক'ব শিকিলি! মই এই কেইমাহ নাথাকোতে তই বৰ চতুৰা আৰু তৰ্কবাগীশ হৈ পৰিলি দেখিছো।"

"তুমি মোক সদায় ঠাট্টা কৰি থাকা।"

"বাৰু নকৰো। পিচে তেতিয়া যে কওঁ বুলিছিলি কিবা এটা কথা এতিয়া কচোন?"

"কি ক'ব লাগে?"

"কি ক'ব লাগে মানে, তোৰ কি হৈছে তাকে ক'ব লাগে।"

"মোৰ একো হোৱা নাই।"

"একো হোৱা নাই? তাৰমানে তই মোৰ আগত লুকাই ৰাখিছ । বাৰু যা তেন্তে মই আৰু তোৰ ইয়ালৈ নাহো।" সি অভিমান কৰি উঠি যাব খোজে। উমাই বিচনাৰ

পৰা নামি আহি হাতখনত খামোচ মাৰি ধৰি কয়- "ক'লৈ যোৱা সৰু ককাইদেউ? যাব নোৱাৰা।"

" মই নাথাকো। তই মোক বিশ্বাস কৰা নাই। পেটৰ কথা খুলি নকৱ।"

"কম, সকলো কম সৰু ককাইদেউ, তুমি বহা। তোমাক নক'লে মই আৰু কাক কম? তোমাক কম বুলিয়েতো ভাবি আছো আৰু এয়ে মোৰ বিশ্বাস যে মোৰ কথা নিশ্চয় সৰু ককাইদেৱে শুনিবই শুনিব। মই কম, তুমি বহাচোন।"হাতত ধৰি টানি আনি তাই তাক বহুৱাই দিয়ে। সি বহে । গহীন হৈ সি সোধে-

"বাৰু ক তেন্তে।"

"কি কম?"

"তোৰ কি হৈছে?"

"তুমি ইমান দিনে একো শুনা নাই?"

"একো শুনা নাই, শুনিলে সোধো নে?"

"মোৰ বিয়া পাতিছে।"

"ভাল খবৰ। পিছে কি হ'ল ? বলো ককায়ে কিবা কৈছে নেকি?"

"তেওঁ আজিকালি আমাক নামাতেও আৰু ইয়ালৈ নাহেও।"

"বলো ককায়ে নামাতে আৰু নাহে? কিয়? লাজ লাগিছে নেকি?"

"নহয়, আমাৰ লগত সম্বন্ধ ছেদ কৰিছে।"

"ব্যাপাৰ কি?" আচৰিত হৈ সোধে। উমাই গহীন হৈ উত্তৰ দিয়ে- "তেওঁ আজিকালি মোক দেখিবই নোৱাৰে।"

"তেন্তে বিয়া কাৰ লগত?"

"তোমালোকৰ ড্ৰাইভাৰজনৰ লগত।"

"সেই মদপীজনৰ লগত?"

"হয়।"

"কোনে কৈছে?"

"তোমালোকৰ জেঠা আৰু আমাৰ আয়ে কৈছে। পিতাৰো মন ঘূৰিছে। অহা আঘোণ মাহত বিয়া।"

বীৰেণ অলপ চিন্তান্বিত হয়। তাৰ পিচত "উ" বুলি মূৰ দুপিয়ায় আৰু কয়- "বাৰু, বলোককাইৰ কি হল। তাৰ কি জগৰ লাগিল?"

"ড্ৰাইভাৰৰ লগত......।"

"অৱশ্যে এনে ক্ষেত্ৰত খং উঠিবই।"

"যেনে ভাবিছা তেনে নহয়। মোৰ বদ্‌নাম উঠিছে গাঁৱত ড্ৰাইভাৰৰ লগত ফুৰা বুলি, সেই দেখি মোক দেখিব নোৱাৰা হৈছে।"

"কি বদ্‌নাম হ'ল তোৰ?"

"মানুহৰ মুখত জানো শুনা নাই ?"

"আজি দুপৰীয়া আহি কোন মানুহক বাৰু লগ পাম ?"

"সৰুবৌৱে একো কোৱা নাই ?"

"কোৱা নাই। কচোন বাৰু ?"

"এদিন আবেলি জেতুকীবায়ে মতাত মই তালৈ ফুৰিবলৈ গৈছিলো। এনেতে ড্ৰাইভাৰ গৈ পায় সেইখিনি। তাক দেখি মই ওলাই আহিলো। কিন্তু সি আৰু জেতুকীবায়ে মোৰ পিচে পিচে ওলাই আহিল চোতাললৈ। মই আহি বাট পালো। এনেতে সিফালৰ পৰা কাঞ্চন পেহীয়ে আহি লগ পালে। তাই মোক আৰু সিহঁত দুটাক দেখি নাক কোঁচাই কোঁচাই অশ্লীল মন্তব্য কৰিলে। মই ঘৰলৈ গুচি আহিলো। তাই গ'ল গাড়োৱানৰ ঘৰলৈ । তাৰ পিচত তেওঁৰ আগত টুটুকীয়া কথা লগাই কিবাবোৰ বদ্‌নাম কৰি দিলে। সেইদিনাৰে পৰা তেওঁ মোক দেখিবই নোৱাৰা হ'ল। ইতিমধ্যে গাঁৱত মোৰ বদ্‌নাম প্ৰচাৰ হৈ গ'ল। তেতিয়াৰে পৰা মোৰ বদ্‌নাম হৈছে। তাৰবাবে ড্ৰাইভাৰৰ তাত মোক বিয়া দিবলৈ বাধ্য হৈছে।"

"বুজা গ'ল কি ঘটিছে। তই আমাৰ গাঁৱৰ আচল কুগ্ৰহ দুটিৰ পাকত পৰিছ। শনি, মঙ্গলৰ দশা একে লগে পৰিল। শনিৰ দশাত মঙ্গলৰ অন্তৰ্দশা মিলিল। এনেয়ে জেতুকীবাইৰ দশা তাতে কাঞ্চন পেহীৰ অন্তৰ্দশা । ডাঙৰ অধ্যাপকক সুধিপুচি চাব লাগিব বেমাৰী এই গ্ৰহৰ ফেৰত বাচিব নে নাবাচে। অলপপৰ ভাবি বীৰেনে পুনৰ সোধে-" তই বাৰু কিয় গৈছিলি তালৈ?"

বীৰেনৰ প্ৰশ্ন শুনি উমাৰ বুকুখন দগ্‌মগাই উঠিল। তেন্তে বীৰেনেও তাইক সন্দেহ কৰিছে? তাইৰ বুকুখন চিৰিংকৈ উঠিল। তাই তাৰ চকুলৈ কাতৰ দৃষ্টিৰে চাই কয়- "তুমিও মোক সন্দেহ কৰা সৰু ককাইদেউ? তেন্তে মোৰ আৰু সংসাৰত কোনো নাই। উহ!" তাইৰ চকুলো আহে। তাই কান্দে । তাইৰ বেদনাতুৰ চকু দুটিলৈ চাই বীৰেনৰ অন্তৰ কান্দি উঠে। সি উঠি গৈ উমাৰ মূৰটি পিহি সান্ত্বনা দি কয়- "নাকান্দিবি উমা। মই তোক সন্দেহ নকৰো। তোকো জানো মই অবিশ্বাস কৰিব পাৰো? জগতৰ সকলো মানুহে কলেও মই বিশ্বাস নকৰো। মানুহৰ কথাৰ বিশেষ মূল্য নাই, কাৰণ মানুহে নিজৰ স্বাৰ্থসিদ্ধিৰ অনুকুলেহে কথাবোৰ কয় আৰু ভাবে। ই মানৱ প্ৰকৃতি। তই নাকান্দিবি,মই তোক অবিশ্বাস নকৰো। পিচে তই এতিয়া বিয়া সম্পৰ্কে কি কৈছ?"

"মই কি কম সৰু ককাইদেউ? মই মত নাই বুলি জনোৱাত আয়ে ইচুতা সিচুতা কৰি মোক গালি পাৰি থাকে আৰু ।"

তাই আৰু ক'ব নোৱাৰিলে, চকুলো আহিল। বীৰেনৰ বুজিবৰ বাকী নাথাকিল যে তাইক প্ৰহাৰো কৰে মাহীমাকে। চকুলো মচি লৈ তাই কয়- "মই এতিয়া কি কৰো সৰু ককাইদেউ? তাই ফেকুৰি উঠে। বীৰেনে তাইৰ চকুলো মচি দি কয়-

"তই মোৰ বৰ মৰমৰ ভনীটি। তোৰ চকুত চকুলো দেখিলে মই সহিব নোৱাৰো। নাকান্দিবি উমা।"

"মই যে অত্যাচাৰত ৰ'ব নোৱাৰা হৈছো সৰু ককাইদেউ, গাড়োৱানে মোক ভুল বুজিলে। তেওঁ মোক ঘৃণা কৰে ;গাঁৱৰ মানুহে বদ্‌নাম ৰটি ফুৰে, ঘৰত আয়ে গালি-শপনি পাৰি থাকে। মই কি কৰিম সৰু ককাইদেউ? পানীত জাহ দি মৰাৰ বাহিৰে মোৰ আৰু অন্য উপায় নাই। কেতিয়াবা মই নদীত জাহ দি মৰিম সৰু ককাইদেউ। মই মৰিম!" তাই হুক্ হুক্‌কৈ কান্দি উঠে। বীৰেনে তাইৰ গাৰ ওচৰত থিয় হৈ তাইৰ মূৰটো পিহি পিহি কয়-

"দুৰ্ পাগলী! মানুহে জানো তেনে কথা কবলৈ পায়? অত্মহত্যাৰ কথা ভবাই পাপ ।নাপায় তেনে কথা কব। নাকান্দিবি। মই থকাত- তোৰ সৰু ককাইদেউ থকাত তই ইমান ভাবিছ কিয় আজলী? মই জানো মৰিছো, এতিয়াও তোৰ সৰু ককাইদেউ জীয়াই আছে। একো চিন্তা নকৰিবি। বাৰু দেখা যাব!"

বীৰেনৰ দীপ্তকণ্ঠৰ দৃঢ় কণ্ঠস্বৰত তাইৰ মনত যেন এটা নতুন আশাৰ সঞ্চাৰ হ'ল। বিশ্বাস আৰু সান্ত্বনাত অন্তৰ সবল হৈ আহিল। বিচনাৰ পৰা নামি আহি তাই মাটিত থিয় হ'ল আৰু বীৰেনৰ ভৰিত ধৰি এটা সেৱা কৰিলে আৰু ক'লে-

"মোক তুমিয়ে ৰক্ষা কৰিব লাগিব সৰু ককাইদেউ। তোমাৰ বাহিৰে মোৰ বিপদৰ আশ্ৰয় কোনো নাই।"

তাইক তুলি আনি মূৰ পিহি বৰ দৰদৰ সুৰত কয় বীৰেনে--

"তই মোৰ অতি মৰমৰ ভনী, তই মোৰ আজলী ভনী। তোৰ হৃদয়ৰ ব্যথা মই বুজো। তই সদায় মনত ৰাখিবি যে সকলো এফাল হ'লেও তোৰ সৰু ককাইদেউ অকলে এফাল। মই থাকোঁতে তই কিয় ভয় কৰিছ? তই মোৰ বৰ মৰমৰ অতি আদৰৰ উমা।"

সি তাইৰ মূৰটো তুলি কলে-"মোৰ আজলী ভনীটি!"

বীৰেনৰ মৰম পাই উমা সৰু ছোৱালীৰ দৰে হৈ তাৰ বুকুৰ মাজত মূৰ সুমাই দি উচুপি উঠিল। তাৰ মুখলৈ চাই সজল নয়নে ক'লে-

"সৰু ককাইদেউ; আজি ভাত খাই যাবা?"

বীৰেনে গহীন হৈ ক'লে- "সৰুবৌয়ে বেয়া প'ব উমা, সোনকালে যাবলৈ কৈছিল।"

আবদাৰৰ সুৰত তাই কয় "আৰু মই জানো বেয়া নাপাম?"

"আজলী" বুলি কৈ সি তাইৰ গালত এটা লাহেকৈ চৰ মাৰি কয়-

"যা তেন্তে সোনকালে কৰ গৈ। মোৰ সৰুবৌতকৈ তয়ে এতিয়া চাৰ হৈ উঠিলি।"

"সোনকালে হ'ব; তুমি অলপ সময় বহা সৰু ককাইদেউ।"

বীৰেনক তাতে বহুৱাই থৈ উমা পাকঘৰলৈ যায়। আজি তাইৰ বুকুখন যেন ভৰি উঠিছে। দুৰ্ব্বল প্ৰাণত নতুন শক্তিৰ সঞ্চাৰ হৈছে। হতাশ মনত সাহস আহিছে। সঙ্কুচিত হৃদয় উৎফুল্ল হৈ নাচি উঠিছে। আজি তাইৰ মনৰ আনন্দই দেহকো আলোড়িত কৰি তুলিছে। ৰং মনে তাই কাপোৰ-কানিবোৰ সংযত কৰি চুলিখিনি ফণিয়াই লৈ কামত লাগিল।

ইতিমধ্যে মাকে বীৰেণৰ কাৰনে ভাত ৰান্ধিছিলেই । উমা পাকঘৰ পোৱাত সুধিলে- "বীৰেনক যাবলৈ দিলি নেকি উমা?"

"দিয়া নাই।" তাই লাহেকৈ কয়।

"যাবলৈ নিদিবি। তাৰ কাৰণে মই ভাত ৰান্ধিছো।"

"থাকিবলৈ কৈছো।"

তাইৰ আকৌ আনন্দ লাগিল; কাৰণ তাই নোকোৱাতে মাকে আগেয়ে নিমন্ত্ৰণ দিছেই ইতিমধ্যে! তাই খৰধৰ কৰি কামবনবোৰ কৰি শেষ কৰিলে।

ৰাতি খোৱা-বোৱা কৰি উঠি বীৰেন উমাহঁতৰ পৰা বিদায় লোৱা সময়ত ৰাতি প্ৰায় দহ বাজিছে। উমা, পবন, পিতাক মাক চাৰিওজনে বীৰেনক বাটলৈ আগবঢ়াই থলে। সকলোটিয়ে আজি বৰ আনন্দ পালে বীৰেনে ভাতখোৱা বাবে। আনন্দমনে বীৰেন ঘৰলৈ খোজ ললে।

# তেৰ

বীৰেনে ঘৰ সোমোৱাৰ লগে লগে সৰু বৌৱেকে ক'লে—

"তোমাৰ লগত আৰু মই নোৱাৰিছো। ৰাতি দোভাগ হ'ল তথাপি দেখা-দেখি নাই। ভাতকেইটা ৰখি ৰখি বেজাৰ লাগিল; ক'লৈ গৈছিলা?"

"খং নকৰিবা সৰুবৌ; উমাহঁতৰ তালৈ গৈছিলো।"

"তাৰ পৰা আৰু লাইব্ৰেৰী নে চাইব্ৰেৰীলৈও বোধহয়?"

"নাই, ক'লৈকো যোৱা নাই। তাতেই ৰাতি হ'ল।"

"আহা এতিয়া। তোমাৰ ভাত আনি মোৰ ৰুমৰ টেবিলৰ ওপৰত ৰাখিছো, খোৱাহি।"

"কিয় ইমান ৰাতিলৈ তুমি মোক ৰখি থাকা সৰুবৌ?"

"অকলে মই খাব পাৰোনে?"

"তাৰ মানে তুমিও খোৱা নাই?"

"নাই খোৱা। ৰখি আছো তেতিয়াৰে পৰা।"

"তেনেহ'লে আৰু পলম হ'ব সৰুবৌ, তুমি কালি দুপৰীয়ালৈহে ভাত খাব পাৰিবা। যদি মোৰ লগতহে খাব বুজিছা তেন্তে আজি ৰাতি তোমাৰ খোৱা নহ'ব, কাৰণ মই ইতিমধ্যে উমাহঁতৰ তাত খাই আহিছো।"

"কিয় তুমি তাত খালা? মই কৈছিলো নে নাই যে সোনকালে ভাত ৰান্ধিম, তুমি আহিবা?"

"কৈছিলা। কিন্তু উমাৰ অনুৰোধনো মই কেনেকৈ উপেক্ষা কৰো?"

"অ' বুজিছো, উমা তোমাৰ মোতকৈ বেছি আপোন।"

"এৰা। উমা মোৰ বৰ্ত্তমান বেছি মৰমৰ। কাৰণ তাইক অতি সোনকালে হেৰুৱাবৰ সম্ভাৱনা আছে। দুটা সমান মৰমৰ বস্তুৰ যদি এটা অতি সোনকালে হেৰুৱাবৰ সম্ভাৱনা থাকে তেন্তে সেই বস্তুলৈ তোমাৰো বেছি মৰম জন্মিব। উমা খন্তেকীয়া, তুমি চিৰস্থায়ী। আজি উমাক বিয়া দিলে তাইক আৰু মৰম কৰিবলৈ নাপাম, কিন্তু তুমি মোৰ চিৰদিনৰ বাবে সৰুবৌ হৈয়ে ৰবা, গতিকে যিজনীয়ে ক্ষন্তেক থাকিয়ে গুচি যায় তেওঁক অলপ বেছি আদৰ নেদেখুৱালে পিচলৈ সেই সুবিধা ক'ত ৰ'ব?"

"যেই সেই কথা এটাৰে ব্যাখ্যা এটা দিয়াত তুমি ওস্তাদ। পিচে তাতকৈ আগেয়ে আমি বেলেগ হ'লে কি কৰিবা?"

"বেলেগ হ'লে বেলেগ কথা অৰ্থাৎ বেলেগ হ'লে আমাৰ ভাইৰ ভিতৰতহে হম, সৰুবৌ সদায় মোৰ সৰুবৌ হৈয়ে থাকি যাব।"

"কেতিয়াও নহয়, তেতিয়া মই তোমাক মৰম নকৰিম আৰু তুমিও মোক পাহৰি যাবা নিশ্চয়।"

"অৱশ্যে। পিচে মই পাহৰিলেও তুমি জানো মোক পাহৰিব পাৰিবা।?"

"কিয় নোৱাৰিম?"

"মোক সুধিব নালাগে, নিজৰ মনটোকে সুধি নোচোৱা কিয়?"

" তুমি কেনেকৈ জানিলা?" চোৰ ধৰা পৰি সৈ কঢ়াৰ সুৰত সোধে। বীৰেনে ৰগৰ কৰি কয়- "মই কেনেকৈ জানিলো শুনা? এই কথা মোৰ জন্ম পত্ৰিকাত লিখা আছে যে বীৰেনে সৰুবৌৱেকক পাহৰি গ'লেও সৰুবৌৱেকে তাক কেতিয়াও পাহৰিবনোৱাৰে। কাৰণ মোৰ জন্মপত্ৰিকাৰ বন্ধুস্থানত স্বয়ং সৰুবৌ বহি আছে।" সি কয় আৰু হাঁহে।

"ধুৰন্ধৰটো ক'ৰবাৰ!"

"তাৰ প্ৰমাণ দেখো আজিয়ে হ'ল? তোমাৰ কথা লঙঘন কৰি মই বেলেগ ঠাইত ভাত খাই আহিলো আৰু তুমি মোৰ বাবে ৰখি ৰখি নোখোৱাকৈ ৰলা। সৰুতে আয়ে ৰখিছিল আৰু এতিয়া সৰুবৌৱে ৰখে। সেই দেখি মই জানো যে তুমি মোক এৰিব নোৱাৰা সৰুবৌ।"

"সেই কাৰেণেইতো তুমি মোক এনে কষ্ট দিয়া!"

"কষ্ট দিব লাগে সৰুবৌ, কাৰণ মাজে মাজে এনে ধৰণৰ মনোকষ্ট দিলে মানুহে তাক পাহৰিব নোৱাৰা হয়। সেই দেখিয়ে দুষ্ট ল'ৰাক মাকে বেছি মৰম কৰে আৰু মৰিলেও পাহৰিব নোৱাৰা হয়। তাৰ কামবিলাকে মনত কৰাই দিয়ে।"

"তুমি বৰ চালাক হৈ গৈছা। এতিয়া ভাত খাবানে নোখোৱা?"

"খাই উঠি খাব পাৰি জানো?"

"তেন্তে ময়ো নাখাওঁ।"

"তুমি ইমান অবুজ হোৱা কিয় সৰুবৌ?"

"মইনো অকলে কিয় খাম? নাখাওঁ।"

"বাৰু, কি ৰান্ধিছা সৰুবৌ?"

"খকুৱাজনক আগতে নকলে নহয়েই। বৌমাছ।"

"তেন্তে মোৰখিনি ৰাতিপুৱালৈ থোৱা গৈ -বিশেষকৈ বৌমাছৰ টুকুৰাকেইটা আৰু তুমি ভাতকেইটা খোৱা গৈ।

"ময়ো এতিয়া নাখাওঁ, ভোক নাইকিয়া হৈ গৈছে। পুৱা খাম।"

"তুমি বৰ অবুজ সৰুবৌ । আহা তেনেহ'লে, ময়ো মাছ খাওঁ গৈ আৰু তুমিও ভাত খোৱাহি।"

এই বুলি কৈ সি সৰুবৌৱেকৰ হাতত ধৰি টানি লৈ যায়।বৌৱেকে অলপ হাঁহি পিচে গ'লগৈ। ভিতৰত গৈ জোৰ কৰি ভাতৰ পাতত বহুৱাই দিলে। বৌৱেকে ভাত আঞ্জা উলিয়াই ললে। বীৰেনে বৌৱেকৰ কাষতে বহি ক'লে-

"খোৱা সৰুবৌ, আৰু মোকো মাজে সময়ে দুই এটুকুৰা মাছ দি থাকা।" সেয়ে হ'ল। বৌৱেকে ভাত খালে, বীৰেনে মাছ খালে । তাৰ কিন্তু এটা বৰ ভাল গুণ আছে যে সি খুব নিয়মিত খায় আৰু কম খায়। সেই বাবে সৰুবৌৱেকে কিমান দিন তাক বকিছে।

এনেভাবে দুয়ো খাই-বৈ উঠি আহে। তাৰ পিচত সৰুবৌৱেকে বীৰেনৰ বাবে তাৰ ৰুমত বিচনা তৈয়াৰ কৰি দিলে। বিচনাত বহি বীৰেনে কয়- 'ৰাতি এঘাৰটাহে বাজিল সৰুবৌ, আমাৰ হোষ্টেলৰ ল'ৰাবোৰৰ এতিয়াহে পঢ়াৰ ধুম পৰি যাব।"

টেবিলৰ ওচৰৰ চিয়াৰখনত বহি বৌৱেকে প্ৰশ্ন কৰে-"ইমান ৰাতিলৈ পঢ়ে?"

"অকল সেয়ে নহয়, ৰাতি দুটা বজালৈ পঢ়া ল'ৰাও আছে। মই হ'লে বাৰটাৰ পিচত নপঢ়ো- শোওঁ।"

"তোমালোকে তেনেহলে বৰ কষ্ট কৰা।"

"তোমালোকে ভাবা যে পঢ়া বৰ সুখৰ! খাব, ল'ব, পিন্ধিব,উৰিব, ফুৰিব, শুব আৰু পঢ়িব; দৰ্কাৰ হ'লে খেলিব ইত্যাদি কৰি ৰং ধেমালি কৰি কটায় ছাত্ৰবিলাকে। ছাত্ৰসকলৰ বৰ সুখৰ জীৱন। কিন্তু পঢ়া কামটো যে কিমান কষ্টকৰ তাক পঢ়োতাৰ বাহিৰে অইনে কি বুজিব?"

"এৰা, পঢ়াকাম বৰ কষ্টৰ কাম। পিচে ৰ'বা, এটা কথা, তোমাৰ সেই বান্ধবীজনীয়ে ক'ত পঢ়ে?"

"কোন বান্ধৱী?"

"তোমালৈযে চিঠি লিখি থাকে?"

"অ' তেওঁৰ কথা কৈছা? অদ্ভুত সৰুবৌ, এই ছোৱালীবোৰ অতি অদ্ভুত জীৱ। অসীম কষ্ট স্বীকাৰ কৰিব পাৰে।"

"পঢ়ে কোন বাৰ্ষিকত?"

"তৃতীয় বাৰ্ষিকত। তেওঁ পৰীক্ষাৰ ওচৰত ৰাতি প্ৰায় টোপনি নামাৰেই। সেই দেখিয়ে পৰীক্ষাত ভাল কৰে।"

"পৰীক্ষাত ভাল নকৰিলে যে ভাল ল'ৰা নাপায়। পঢ়িবই লাগিব, তোমালোকৰ বাবেই বেচেৰীহঁতে দিনে ৰাতি পঢ়ি মৰে।"

হাঁহি মাৰি বীৰেনে সোধে-"হঁহুৱালা সৰুবৌ। আমাৰ বাবেহে তেওঁলোকে ইমান পঢ়ে?"

"এৰা, নহয়নো কি? ল'ৰাই পঢ়ে চাকৰি পাবলৈ আৰু ছোৱালীয়ে পঢ়ে ল'ৰা পাবলৈ -এটা ভাল দৰা পাবলৈ।"

"অ' তেন্তে আমাৰ কাৰণেই বেচেৰীহঁতে ইমান কঠোৰ সাধনা কৰে?"

" নহয়নো কি তেন্তে?"

"পিচে মোৰ দুৰ্ভাগ্য সৰুবৌ, মোৰ বাবে কোনো হঁতভাগিনীয়ে নপঢ়ে।"

"তোমাৰ বাবে সেইজনীয়ে?"

"দুৰ পাগলী, তেওঁ মুছলমানৰ ছোৱালী।"

"মুছলমানৰ ছোৱালী!" বৌৱেকে আচৰিত হৈ সোধে।

"এৰা, তেওঁ মুছলমানৰ ছোৱালী।"

"তোমালৈযে বৰকৈ লিখে?"

"মোক ভাল পায় সৰুবৌ।"

"ছিঃ মুছলমানৰ ছোৱালীৰ লগত সেইবোৰ নকৰিবা। মস্কিল হ'ব।"

সি বৌৱেকৰ মন চাবৰ বাবে কয়- "কিয় । কি মস্কিল হ'ব? বিয়া কৰাম।"

"ছিঃ তেনেকথা ক'ব নাপায়।"

"কিয়?"

"আমাৰ জাতিৰতো নহয়ে 'আনকি ধৰ্মৰো নহয়। কেনেকৈ বিয়া কৰাবা ?

"মুছলমান ছোৱালী জানো ছোৱালী নহয়- মানুহ নহয়?"

"হয়। হ'লেও আমতকৈ একেবাৰে বেলেগ।"

"এয়েতো বিপদ কৰিছে মানুহৰ । মহাপুৰুষসকলৰ বাণী উপদেশ বোৰক তেওঁলোকৰ অনুগামীবোৰে বিকৃত কৰি মানব জাতিৰ ঘোৰ অন্যায় কৰিছে। মহাপুৰুষ সকলে কৈছে যে সকলো মানুহ সমান- কোনো তফাৎ নাই। কিন্তু আমি মানুহক মানুহ হিচাপে নাভাবো— ভাবো ধৰ্ম্ম হিচাপেহে। আমি কওঁ মুছলমান মানুহ, হিন্দু মানুহ। আগতে মুছলমান, পিছতহে সি মানুহ। আগতে হিন্দু, পিছতহে মানুহ। তাৰ মানে প্ৰথমে

আমি লক্ষ্য কৰো ধৰ্ম্মটোহে, পিছতহে মানুহ হয় নে নহয় তাক বিচাৰ কৰো। সেই দেখি মানুহ শব্দটোৰ আগত মুছলমান, হিন্দু, খৃষ্টান, বৌদ্ধ, জৈন আদি শব্দ বহুৱাওঁ। আচলতে হ'ব লাগিছিল আগতে মানুহহে , পিছতহে আনবোৰ শব্দ। মানুহ মুছলমান, মানুহ হিন্দু হোৱাহে উচিত আছিল। মহাপুৰুষসকলেও তাকে কৈ গৈছে। মানুহৰ ভিনপৰ নাই, সকলো একে। আমি তাকে নকৰি মানুহজনক বাদ দি ধৰ্ম্মটোকহে খামুচি ধৰিছো। সেই দেখিয়ে জগতত আজি বিভেদ সৃষ্টি হৈছে। মহাপুৰুষসকলে ধৰ্ম্মবোৰ উলিয়াইছিল মানুহক মিলন কৰিবলৈহে , এক কৰিবলৈহে— বিভেদ কৰিবলৈ নহয়., গাইগোটা কৰিবলৈ নহয়। মহাপুৰুষসকলৰ উদ্দেশ্য আজি ধৰ্ম্মধ্বজসকলে বিফল কৰি তুলিছে।"

"থামা,থামা দীঘলীয়া বক্তৃতা কৰিব নালাগে; তোমাৰ পাণ্ডিত্বৰ খবৰ আনদিনা লম, আজি ৰাতি হ'ল। সঁচাকৈ সেইজনী ছোৱালী মুছলমানৰ নেকি?"

"এৰা সৰুবৌ । পিচে তেওঁক মই বিয়া কৰালে তোমাৰ কিবা আপত্তি আছে নেকি?" সি মন চায়। বৌৱেকে সঁচা বুলি ভাবি চিন্তা কৰি কয়-

"মোৰ একো আপত্তি নাই। সকলো একে মানুহ, আৰু আমাৰ হিন্দুশাস্ত্ৰ মতেতো তিৰোতাৰ নিজৰ জাতিয়ে নাই, যাৰ তালৈ যায় তাৰে জাতিত উঠে। পিচে লোকাচাৰ এটা আছে। সমাজে গ্ৰহণ নকৰিব। সঁচাকৈ তুমি তেওঁৰ লগত.....।"

বীৰেনে হাঁহি মাৰি কয়- "ভয় নাই সৰুবৌ মই বিয়া নকৰাওঁ । পিচে মোৰ বন্ধু এজনেহে বিয়া কৰাব। তেওঁ হিন্দু। তেওঁৰ আৰু এওঁৰ মাজৰ ঘটকহে মই। দুয়ো মোৰ জৰিয়তে চিঠিপত্ৰ দিয়ে আৰু কথাবোৰ মোক খুলি কয়। অলপতে দুয়োৰে "কোৰ্ট মেৰেজ" হ'ব।

"কোন সেইজন?"

"দুমাহ পিছত নাম কম। অৰ্থাৎ "চিভিল মেৰেজ" হৈ যোৱাৰ পিছত।"

বৌয়েকে হাঁহি মাৰি কয়- "তোমালৈ চিঠিপত্ৰ দিয়াত মই কিন্তু তুমিয়ে কিবা কৰিবা বুলি ভাবিছিলো।"

"তোমাৰ ভুল হোৱা নাই। মই কিন্তু কিবা কৰিম অৰ্থাৎ দুয়োকো "চিভিল মেৰেজ" কৰাই দিম।"

"তুমি লোকৰ "চিভিল মেৰেজ" কৰাই দিবা বাৰু , পিছে তোমাৰ "মেৰেজখন" কোনদিনা কৰিবা?

"মোৰ বিয়াৰ প্ৰশ্ন এতিয়া নকৰিবা, সময় হ'লে কম।"

"কবা কি? তোমাৰ বিয়াৰ প্ৰশ্ন আৰু প্ৰশ্ন হৈ থকা নাই, একেবাৰে প্ৰস্তাৱ হৈ পাচ হৈ গৈছে ।"

"তুমি কি কোৱা সৰুবৌ?" সি আচৰিত হৈ বিচনাত উঠি বহে।

"এৰা, তোমাৰ বিয়াৰ প্ৰস্তাৱ হৈ গৈছে।"

"কথা কি সৰুবৌ ?" উৎকণ্ঠিত কণ্ঠস্বৰ বীৰেনৰ।

"বাইদেউৰ ভনীয়েক অৰ্থাৎ আমাৰ ভাবী জাজনী যোৱা পৰহি আহিছিল, কালি গৈছে। দুৰ্ভাগ্যবশতঃ বেচেৰীয়ে তাইৰ ভাবী দৰাজনক লগ নাপালে, তুমি যদি যোৱা কালি আহিলাহেঁতেন।

"বেচেৰীৰ মনৰ কামনা পূৰ হ'লহেঁতেন।"

"তেওঁৰ কথা নকবা সৰুবৌ, মই তেওঁক বিয়া নকৰাওঁ।"

"কিয়। তাই দেখো দেখাতো বেয়া নহয়। অৱশ্যে গা অলপ কম। কিন্তু বেচ বুদ্ধিমতী, চতুৰা ছোৱালী প্ৰায় বায়েকৰ দৰেই।"

"আৰু বায়েকৰ দৰে তেনে স্বাৰ্থপৰো?"

"কি ৰকম?"

"কি ৰকম হ'ব? ডাঙৰ বৌৰো মতলবটো চোৱা। এতিয়া সেই ঘৰবুঢ়ী ভনীয়েকজনী মোৰ ডিঙিত মেৰাই দিব খোজে। কামকাজ নাজানে, লেখাপঢ়াও যিসোপা জানে মোৰ জনা আছে, ইফালে যুঁজুৰা, দন্দুৰী ছোৱালী। ইমানবোৰ সুগুণ থকা ছোৱালী মোক নালাগে সৰুবৌ।"

"মুখতহে তেনেকৈ কৈছা, পিচে চাবা, 'আজিৰ মানুহৰ' প্ৰতাপৰ দৰে খুলশালীয়েক নীলিমাক নাপাই ...............।"

"তাৰ মানে তুমি ক'ব খুজিছা, খুলশালীয়েক থাকিলে সকলোৱে প্ৰেমত পৰে? তেনে সৌভাগ্য হিতেশ ডেকাৰ উপন্যাস 'আজিৰ মানুহ'ৰ নায়ক প্ৰতাপৰ হ'ক কিন্তু আমাক যেন সেই ফেৰা সৌভাগ্যৰ পৰা ভগৱানে বঞ্চিত কৰে তাৰহে প্ৰাৰ্থনা কৰিছো।"

"তোমাৰ প্ৰেম নহ'ব পাৰে কিন্তু বিয়া হ'লে হ'ব।

"কেনেকৈ?"

"শহুৰে মত দিছে।"

"পিতাই মত দিছে?" বীৰেন আচৰিত হৈ যায়।

"এৰা। নিদি কি হ'ব? আজি চাৰিবছৰে বাইদেৱে তেখেতৰ কাণৰ পোক সৰুৱালে সেই কথাকে কৈ কৈ। হাজাৰ হ'লেও শহুৰে বাইদেউৰ কথা পেলাব নোৱাৰে। সেই দেখি মত দিছে।"

"কি সৰ্ব্বনাশ!"

"বৰ্ত্তমান আমি তাইকো আমাৰ ঘৰৰ এজন পৰিয়াল বুলিয়ে ধৰিব পাৰো। সিদিনা

শহুৰে ঠাট্টা কৰি তাইক কৈছে-

"তোমাক মোৰ ঘৰলৈকে আনিমেই আইটি, তুমি মোৰ বোৱাৰী হ'ব লাগিব।" তাই লাজতে দৌৰি আহি মোৰ ঘৰত সোমাল। মোক আহি ক'লে বৰ লাজ লাগে সৰু বাইদেউ। কেনেকৈনো ঠাট্টা কৰে দেখিলানে।" তাইৰ মনৰ ভাব হ'লে মই বুজিছো। তাইৰ এই ঘৰলৈ আহিবলৈ পেটে পেটে বৰ মন। তোমাক পালে খুচি হ'ব।"

"মোক পালে খুচি নহয়- পিতাৰ সম্পত্তিৰ ওপৰত ভৰি তুলি খাব পালেহে খুচি হ'ব। মই দুখীয়া মানুহৰ ল'ৰা হোৱাহ'লে ডাঙৰ বৌৱো ইমান দৰদ নহ'লহেঁতেন আৰু ভনীয়েকৰো তেনে ইচ্ছা নহ'লহেঁতেন। পিতাৰ ধন নহলে তাই মোক ভাল পাবলৈ নাহিলহেঁতেন। তাই মোক ভাল পোৱা নাই- ভাল পাইছে পিতাৰ সম্পত্তিক; মোক ইচ্ছা নকৰেইচ্ছা কৰে মোৰ ভাগৰ সম্পত্তিক। এইশ্ৰেণীৰ মানুহক মই চিনো। দুখীযা মানুহৰ এক শ্ৰেণীৰ মন বৰ উচ্চ কিন্তু আন এক শ্ৰেণীৰ মানুহৰ মন বৰ নীচ। এওঁলোক পিচৰ বিধৰ। মই এওঁলোকক বহুবছৰ আগতে চিনিছো।"

"অবশ্যে কথা কিছু সঁচা । হ'লেও তাই বেয়া নহয়। " তেওঁ মন টিপি চায়।

"ভাল ছোৱালী যদি ভাল ল'ৰাত বিয়া দিয়ক গৈ। মোৰ ডিঙিত ওলোমাব খোজে কিয়? মইতো একো ভাল ল'ৰা নহয়।

তুমি বুজা নাই, তাইক বিয়া কৰালে আমাৰ ঘৰ ভাঙিব, বিশেষকৈ তুমি আৰু মই একেদিনাই দফাৰফা, হ'ব লাগিব।"

"কিয়?"

"তুমি জনা নাই? তাই তোমাক আৰু মোক সন্দেহ কৰে।"

"কেনেকৈ জানিলা?" তেওঁ সকৌতুকে প্ৰশ্ন কৰে।

"সেইবেলি তাই আহোঁতে, মই ঘৰত আছিলো নহয় ? সিদিনা যে মই তোমাৰ ৰুমত সোমাই ককাইদেউৰ বিচনাত পেটপেলাই পঢ়ি আছিলো আৰু তুমি শুনিছিলা সিদিনাৰ কথা। তাই মনে মনে দুবাৰো খিৰিকীৰ ফাঁকেৰে খুকুৰীয়াই চাই গৈছিল আমি দুয়োকো সন্দেহৰ চকুৰে। মোৰ চকুত পৰিছিল, তুমি ক'বই নোৱাৰিলা। তাৰ পিচত মই যেতিয়া ডাঙৰ ঘৰলৈ যাওঁ তেতিয়া দুৱাৰৰ সিফালৰ পৰা অহা শব্দ এটা মোৰ কাণত পৰিল। ডাঙৰ বৌৱে ক'ব ধৰিছে-

"সিহঁত দুটা তেনেই ।" তাৰ পিচত ভনীয়েকে ফুচ ফুচাই বায়েকৰ কাণৰ কাষত কব ধৰিছে- "বহু পলম হ'ল বাইদেউ, তেওঁলোক ঘৰৰ ভিতৰতে আছে। মই যোৱা কিবা গম পালে নেকি, কিতাপ পঢ়াৰ ভাও ধৰিলে। মোৰ হ'লে সন্দেহ হয়। এনেকুৱা ডেকা বঁজা তিৰোতাবোৰৰ স্বভাৱ বেয়া, তাতে এৰোঁ ডেকা মানুহ।" তাইৰ এনে নীচ মন্তব্য

শুনিবৰ আৰু মোৰ ধৈৰ্য্য নহ'ল সৰুবৌ; তৎক্ষণাৎ ওলাই আহিলো। তেতিয়াৰ পৰাই তাই মোক সন্দেহৰ চকুৰে চায় আৰু তোমাক হিংসাৰ চকুৰে চায়। তুমি অনুমান কৰা নাই, তাই তোমাক দেখিবই নোৱাৰে।"

বৌৱেক মলিন হৈ যায়। সকলো যেন ক্ষন্তেকতে মাটি হৈ গ'ল। লাহে লাহে বিষণ্ণবদনে কলে—"অৱশ্যে তাইৰ গঢ়গতি ধৰণ কৰণ ময়ো লক্ষ্য কৰিছো। তাই মোৰ আগত কথা কলে আজিকালি খুলি নকয় আৰু কেৰাহিকৈ চকুৰ কোণেৰে চায়। মই ভাবিছিলো বোলে তাইৰ বোধহয় সেইটো মুদ্ৰাদোষ, কিন্তু এতিয়া দেখিছো......।"

"মুদ্ৰাদোষ নহয়- চৰিত্ৰদোষহে।"

"তাই মোক সন্দেহ কৰে?"

"সন্দেহ কৰা দোষ অকল তাইৰে নহয় সৰুবৌ, এই দোষ তোমালোক সমস্ত তিৰোতা জাতিৰে। কাৰোবাৰ লগত অলপ অচৰপ মিল দেখিলেই তিৰোতাই সন্দেহ কৰে, যেনে মেহেৰুন্নিচাই মোলৈ চিঠি লিখাত তুমি সন্দেহ কৰিছিলা। তাইৰো সন্দেহ হৈছে। এতিয়া সন্দেহ, বিয়াৰ পিচত ঈৰ্ষা আৰু কিছুদিন বাসকৰাৰ পিচত হিংসা হ'ব। আৰু তাৰ পিচৰ অধ্যায় কি হ'ব তাকতো বুজিব পাৰিছা।"

"উহ! বৰ আচৰিত কথা বাপু!" তেওঁ আচৰিত হৈ যায়।

বীৰেনে কয়- "একো আচৰিত নহয় সৰুবৌ, ই তোমালোক তিৰোতা জাতিৰে মনৰ ধৰ্ম্ম। নাৰীৰ মন বিশ্লেষণ কৰি ইয়াকে পোৱা যায়।"

"মই এইবোৰ কথা ভাবিবই নোৱাৰো বাপু।"

"তুমি ভাবিব নোৱাৰিলা বুলি জগতত বস্তুটো নাইকিয়া হ'বনে? এটোম বোমা কেনেকৈ তৈয়াৰ হ'ব পাৰে সেই কথাও তুমি ভাবিব নোৱাৰা; সেই বুলি জানো এটোম বোমা তৈয়াৰ হোৱা নাই? অকল এয়ে নহয়, তুমি আৰু বহু কথা ভাবিব নোৱাৰা সৰুবৌ। বাৰু ডাঙৰ বৌৱে তোমাক কি ভাবে জানানে? মোক কিয় গোটেই কেইজনে ভয় কৰে জানানে? সৰু ককাইদেৱে মোক কিয় ইমান বিশ্বাস কৰে জানানে? পিতাই মোৰ কথা কিয় নেপেলায় জানানে? তুমি একো নাজানা। মোক সাধাৰণ ল'ৰা মানুহ বুলি ভাবিব পাৰা; কিন্তু মই এইবোৰৰ আচল ৰহস্য জানো। মই সকলো জানো, বুজো; গম পাওঁ, লগতে সকলোবিধৰ ঔষধো জানো।"

"যদি তুমিও মোক সন্দেহ কৰা?" তেওঁৰ চকুদুটা চলচলীয়া হয়। বীৰেনে তেওঁৰ হাতখনত ধৰি টান মাৰি আনি হাতখন পিহি পিহি কয়-

"আজলী বৌটি মোৰ.......। বীৰেনে সন্দেহ কৰিব তাঁৰ সৰু বৌৱেকক? তুমি এনে কথাও ভাবিব পাৰা? ময়ে যদি সন্দেহ কৰো, ময়ে যদি তোমাক নুবুজো তেন্তে

কোনে বিশ্বাস কৰিব, কোনে বুজিব? তেতিয়াহলে কেওকিছু নোহোৱা ঘাট-মাউৰা মোৰ সৰুবৌ জনীৰ কি দশা হ'ব আজলী? মই সকলো কৰিব পাৰিম; কিন্তু নোৱাৰো মোৰ এই আদৰিণী সৰু বৌজনীক বেয়া পাবলৈ, সন্দেহ কৰিবলৈ, অনাদৰ কৰিবলৈ। তুমি মোৰ মনত মোৰ আদৰৰ সৰুবৌ, মৰমৰ ভনীটি, চেনেহৰ আই। তুমি অবিহনে পিতাৰ এই ধনে-জনে জাকজমক গৃহস্থীখন মোৰ মনত শ্মশানৰ মাজত বন্ধা শৱকাৰ্য্য সম্পাদন কৰা ঘৰৰ দৰে নীৰৱ, -ভয়াবহ।"

এনেকৈ কৈ বীৰেনে আবেগতে বৌৱেকৰ হাতখন জোৰেৰে চেপি ধৰে। তাৰ এই সংবেদনশীল মনৰ পৰশত তেওঁৰ কোমল, মৰমিয়াল অন্তৰখনি অনুৰাগেৰে পৰিপূৰ্ণ হৈ যায়। এবাৰ তাৰ মুখলৈ চাই দেখিলে দেৱৰেকৰ চকুত অফুৰন্ত স্নেহৰ ভাণ্ডাৰ বৈ আছে যেন তাৰ শেষ নাই, বিৰাম নাই-নাই পাৰাপাৰ। নাৰীমনৰ সহজাত কোমলতা, পৱিত্ৰতাই তেওঁৰ অন্তৰ ধৌত কৰি দিলে। স্নেহ আৰু আবেগৰ আকুলতাত তেওঁৰ চকুৰে দুধাৰী শান্ত স্নিগ্ধ চকুলো বৈ আহি গালেৰে বাগৰি গ'ল। নিৰ্ব্বাক, নিস্পন্দভাবে তেওঁ থিয় হৈ ৰ'ল তাৰ সমুখত। মুখত ভাষা নাই। ভাবৰ আতিশয্যত ভাষা লোপ পালে। চাৰি চকুৰ আকুল আকুতিৰ পৰক্ষণত মাত্ৰ তেওঁৰ মুখেৰে ক্ষীণস্বৰে ওলাল- 'বা- পু?'

আৰু নাই। তেওঁ চাই ৰ'ল তাৰ নয়নতৰা দুটিৰ ফালে অনিমেষ নয়নে। বীৰেনৰ চেতনা আহিল। আবেগিকভাৱে,আকুল সুৰে কৈ উঠিল-"ব-উ! মোৰ মৰমৰ সৰুবৌ!"

তাৰ পিচত সি থিয় হৈ নিজৰ ৰুমালেৰে বৌৱেকৰ চকুলো মচি দি ক'লে - "সংসাৰত মানৱদেহ ধাৰণ কৰিলেই মানৱ-মন পোৱা যায় সৰুবৌ, কিন্তু মহৎ মন পোৱা নাযায়- পৱিত্ৰ অন্তৰ পোৱা নাযায়। তাৰ বাবে লাগে সাধনা -আত্মবিশ্লেষণ আৰু আত্মসংযম। যোৱা এতিয়া শুই থাকাগৈ। ৰাতি বহুত হ'ল।"

ৰাতিৰ কথা মনত কৰি দিয়াতহে বৌৱেকৰ চেতনা আহিল। এৰা; এতিয়া ৰাতি দোভাগ হ'ল? শুব লাগে। ইমান পৰে তেওঁৰ ভাবেই হোৱা নাছিল। তাৰ মুখলৈ চাই মৰম লগাকৈ ক'লে—

"তুমি শুই থাকা বাপু; বহুত ৰাতি হ'ল; তোমাৰ ভাগৰ লাগিছে। মই মিছাকৈ বহুত কষ্ট দিলো।"

"তোমাৰ লগত থাকিলে মোৰ দুখ হয় নে সুখ হয় সৰুবৌ? বাৰু যোৱা এতিয়া ৰাতি বহুত হ'ল।" সি তেওঁক কয়। তেওঁ লাহে লাহে তাৰ ৰুমৰ পৰা বাহিৰ হৈ আহে, অন্তৰত অসীম আনন্দ। এনেহেন সুন্দৰ মহৎ দেৱৰেক বাৰু কেইজনী বৌৱেকে পাইছে জগতত? তেওঁৰ অন্তৰ গৰ্ব্বেৰে পৰিপূৰ্ণ হয়। আনন্দমনে, শান্তচিত্তে তেওঁ গৈ নিজৰ

ৰুমত সোমায়। তেতিয়া গিৰিয়েক ঘোৰ টোপনিত মগ্ন। গভীৰ নিদ্ৰাত তেওঁ অচেতন। তেওঁ লাহেকৈ শয্যা গ্ৰহণ কৰে।

তেতিয়া ৰাতি প্ৰায় দুটা বাজিছে।

# ছৌধ্য

দুৰ্গাপূজাৰ সময়ত বীৰেনে সৰু বৌৱেক, উমা, উমাৰ মাক, পবন, শেৱালি আৰু ডাঙৰ ককায়েকৰ ল'ৰা-ছোৱালীবোৰক লৈ গুৱাহাটীলৈ পূজা চাবলৈ ওলাল। সেই সময়ত যাত্ৰীৰ যথেষ্ট ভিৰ হয়। মটৰ পোৱা বৰ টান। সেই দেখি নিজৰ লৰীখনকে নিয়াৰ বন্দবস্ত কৰিলে। বীৰেনক ড্ৰাইভাৰে বৰ ভয় কৰে আৰু ভক্তিও কৰে। কাৰণ সি জানে যে বীৰেন বৰ সাধু ল'ৰা লগতে বুদ্ধিমানো। সি কোনো ৰাগীয়াল বস্তুও নাখায়। সৎ চৰিত্ৰবান। চৰিত্ৰবান লোকক অসৎ চৰিত্ৰৰ মানুহে পেটে পেটে ভয় কৰে। বীৰেনৰ আদেশ পাই ড্ৰাইভাৰে ভালদৰে লৰীখন সজাই তুলিলে।

যথা সময়ত বীৰেনহঁত আহি লৰীত উঠিল। কাষ-পাজৰৰ ল'ৰা -ছোৱালী আৰু তিৰোতাবিলাকে তাকে চাবলৈ লৰীৰ ওচৰত চক্ৰাকাৰে বেঢ়ি ধৰিলে। বীৰেনে সৰু বৌৱেক, উমা আৰু খুৰীয়েকক ড্ৰাইভাৰৰ কাষতে আগফালে বহুৱালে আৰু ল'ৰাছোৱালীহঁতক লৈ পিছত বহিল। আগৰ খোটালিত ড্ৰাইভাৰ, উমাৰ মাক, উমা আৰু বীৰেনৰ সৰু বৌৱেক একে শাৰীতে বহিছে। যোৱাৰ আগতে পবনে অৰ্জ্জুনকো লগ ধৰিছিল আৰু বীৰেন ককায়েকৰ অনুমতিও পাইছিল কিন্তু বলোৰামে তাক সিহঁতৰ লগত যাবলৈ মানা কৰিলে। সি কিয় যাবলৈ দিব? উমা যাব ড্ৰাইভাৰৰ লগত! সি বাৰু সহ্য কৰে কেনেকৈ? তাৰ উপৰি সকলোৱে যাব বীৰেনৰ খৰচত। সি কিয় তাৰ ভায়েকক পৰৰ খৰচত পঠাব। দৰ্কাৰ হ'লে নিজৰ খৰচতে পঠাব । তাৰ অভিমান জাগে। সেইবাবে সি ভায়েকক যাব নিদিলে'

"খবৰদাৰ অৰ্জ্জুন, তই নাযাবি । পবনহঁতৰ লগত যোৱা দেখিলেই তোক মজাপালি দিম।"

ককায়েকৰ ধমকনি খাই অৰ্জ্জুনে নগ'ল সঁচা কিন্তু তাৰ মন উচ্পিচ কৰিব ধৰিলে। সি লৰী এৰি দিয়াৰ আগে আগে দৌৰি আহি পবনক মাতিলে- "তই যা পবন, মোক ককাইদেৱে যাব নিদিয়ে।"

তাৰ শেতাপৰা মলিন মুখখন দেখি পবনৰ বেয়া লাগে। সি কয়-"মই সোনকালে আহিম অৰ্জ্জুন। পাৰিলে তই অন্য মটৰত যাবি। গুৱাহাটীত লগ হম।"

সিহঁত দুইৰো মনে যেন এৰা-এৰি হ'ব নোখোজে। বৰ কৰুণভাবে বিদায় দিয়ে অৰ্জ্জুনে পবনক। এনে সময়তে বলোই অৰ্জ্জুনক মাতে। ভায়েক পলাই যাব বুলি

ভাবি সি পিছে পিছে আহিছে। সি আহি পোৱাত পবনে অৰ্জ্জুনক বিদায় দিছে। ইফালে ড্ৰাইভাৰে লৰী ষ্টাৰ্ট' দিলে। এনে অৱস্থাতে বলোই দেখিলে যে ড্ৰাইভাৰৰ শাৰীতে উমাইঁত বহিছে। তাৰ আৰু গা সহ্য নহ'ল। কিন্তু সি কি কৰিব? তাৰ জানো কৰিবলৈ কিবা সুবিধা আছে? তাৰ অন্তৰ ঈৰ্ষাত দগ্ধ হৈ গ'ল। সিইঁতক একো কৰিবলৈ নাপাই সিইঁতৰ খং ভায়েকৰ ওপৰত জাৰিলে। অৰ্জ্জুনক এটা গল্‌টিমাৰি দি সি খং কৰি কৈ উঠে- "ব'ল কুকুৰ; তোক ইয়ালৈ আহিবলৈ মই মানা কৰিছিলোনে নাই?" গল্‌টি খাই সি হামকুৰি খাই পৰি গ'ল। এই দৃশ্য পবন আৰু বীৰেনে দেখি ছিঃ ছিঃ কৰি উঠিল।

ঘটনা দেখি উমাইঁতেও 'উহ্, উহ্' কৈ উঠিল। বীৰেনে কিবা কোৱাৰ আগতে ড্ৰাইভাৰে এটা বিদ্ৰূপৰ হাঁহি মাৰি বলোৰামক তাচ্চিল্য কৰি চকু পিৰিকাই দি লৰী চলাই দিলে। বীৰেনে একো ক'বলৈ নাপালে, লৰী গৈ বহুদূৰ পালে।

ড্ৰাইভাৰৰ এনে উপহাস আৰু তাচ্চিল্য দেখি বলোৰামৰ অন্তৰ জ্বলি উঠিল। খঙত তাৰ সৰ্ব্বশৰীৰ ঘৰ্মাক্ত হৈ গ'ল। অৰ্জ্জুনক কাণত ধৰি ঘৰলৈ টানি লৈ গ'ল-"ব'ল কুকুৰ, আজি তোক মজা দিম। হাক দিয়া সত্ত্বেও কিয় আকৌ ইইঁতৰ লগ হ'বলৈ আহিছিলি তাৰ ভাল শিক্ষা দিম।" বলোৰামে অৰ্জ্জুনক টানি লৈ যায়। অৰ্জ্জুন কান্দি কান্দি যায়।

ইফালে ড্ৰাইভাৰৰ আজি আনন্দৰ অন্ত নাই। তাৰ ভাবী ভাৰ্য্যা আৰু ভাবী শাহুৱেকক সি আজি পূজা দেখুৱাবগৈ। তাৰ কিমান আনন্দ! তাৰ উপৰি তাৰ প্ৰতিদ্বন্দ্বী বলোৰামক সি আজি বাৰুকৈয়ে উপহাস কৰিবলৈ সুবিধা পালে। আজি সি বলোৰামক দেখুৱাই দিলে যে উমা আৰু তাৰ ভাগ্যত নাই;ড্ৰাইভাৰৰ ভাগ্যত হে। ইয়াৰ কাৰণে, এই সুযোগ দিয়াৰ কাৰণে ড্ৰাইভাৰে বীৰেনক পেটে পেটে শতবাৰ প্ৰণাম কৰিলে। বোধহয় তাৰ ভাগ্যলক্ষ্মী উদয় হৈছে। মনৰ আনন্দত লৰী বায়ুবেগে চলাই দিলে। আজি তাৰ মুখত এটা হিন্দী গানৰ কলি ফুটিছে।

ইফালে বলোৰামৰ মনত জুই জ্বলিছে। ঈৰ্ষাৰ জুই। ঈৰ্ষা, হিংসা, ক্ৰোধ, বিৰক্তি, ঘৃণা আদি সমস্ত দুষ্ট প্ৰবৃত্তিবোৰে যেন মনৰ উপৰিভাগলৈ উঠি আহিছে। এই দুৰ্ভাবনাবোৰে তাক এনেকৈ হেঁচি ধৰিলে যে সি আৰু একো কৰিব নোৱাৰা হ'ল; কেৱল শেতেলীত গৈ বাগৰ দিলে। তাতো তাৰ শান্তি নাই। আজি তাৰ কি হ'ল? হাতত বন নিসিজে;খাবলৈ ইচ্ছা নাযায়; কথা ক'বলৈ মন নাই। সি ভাবি ভাবি একো থিৰ কৰিব নোৱাৰে। বেচেৰাই যেন আজি কান্দি পেলাব এনে মন যায়। ড্ৰাইভাৰক সি কি কৰিব? সি তাক উপহাস কৰে, তাচ্চিল্য কৰে। সি কেনেকৈ সহ্য কৰিব? তাক

সি শিক্ষা দিব। যি মুখেৰে দুষ্ট ইঙ্গিত দিছিল, সেই মুখ সি ভাঙি দিব। সি ঠিক কৰে। এবা, ড্ৰাইভাৰক সি মাৰিব। কিন্তু পিচ মুহূৰ্ত্তে ভাবে নহয়, ড্ৰাইভাৰৰ গাত কি দোষ? দোষ উমাৰ। তাইৰ যদি সন্মতি নাথাকে তেন্তে কেনেকৈ সি ইমানলৈ আগবাঢ়িব পাৰে? তাইৰে কিবা ইঙ্গিত আছে মোক অপমান কৰাৰ। দোষ তাইৰহে। তাই যদি নাযায় তেন্তে সি কেনেকৈ নিব পাৰে? এই দুশ্চৰিত্ৰাৰ লগত পৰি মই লটিঘটি হৈ মৰিলো। তাইক মই ভাল শিকনি দিম যদি সুবিধা পাওঁ। ইমান বদমাচ এইজনী। তাইৰে এইবোৰ ষড়যন্ত্ৰ। বীৰেনক কৈ তায়ে এইবোৰ যোগাৰ কৰিছে। হায়। হায়। তাইক আজি মই পোৱাহেঁতেন। দাঁতকেইটা ভাঙি ড্ৰাইভাৰ গিৰিয়েকৰ মূৰত দিলোহেঁতেন। তাৰ খং গৈ উমাৰ ওপৰত উঠে। খঙে-ৰাগে সি বিচনাত ধৰফৰ চট্‌ফট কৰি থাকিল।

# পোন্ধৰ

আজি দুদিন হ'ল। বলোৰামৰ গা অসুখ যেন হ'ল। মন বিকাৰগ্ৰস্ত হ'লে শৰীৰো বিকাৰগ্ৰস্ত হৈ পৰে ই চিকিৎসা শাস্ত্ৰৰ কথা। মনৰ বিকাৰত তাৰ শৰীৰত বিকাৰ আৰম্ভ হ'ল। তাৰ গাত জ্বৰ উঠিল, চিন্তাজ্বৰ। ক্ৰমে ক্ৰমে তাৰ জ্বৰ বেছি হৈ আহিব ধৰিলে। অৰ্জ্জুনে গৰম পানী কৰি দি সোধে-

"গৰম পানী আনিছো ককাইদেউ খোৱা।" সি গৰম পানীৰ ঘটিটো কাষলৈ নি মাতে-"ওচৰলৈ আহচোন অৰ্জ্জুন।" অৰ্জ্জুন তাৰ বিচনাৰ ওচৰলৈ আহে। সি ভায়েকক সাৱটি ধৰি কয়- "তই ক'লৈকো নাযাবি অৰ্জ্জুন; মোৰ কাষতে থাকিবি।" বলোৰামৰ চকুলো আহে। তাৰ অবিহনে এই অৰ্জ্জুনৰ কি গতি হ'ব? যদি সি এই বেমাৰত মৰে তেন্তে কোনে অৰ্জ্জুনক চাব? মাক-পিতাক মৰিল; সিয়ে প্ৰতিপাল কৰিছিল; সি মৰিলে তাৰ কি গতি হ'ব? দুষ্ট ল'ৰা বুলি তাক কোনেও ভাল নাপায়, আনকি দেখিবকে নোৱাৰে। তেতিয়াহ'লে তাৰ যে কি অৱস্থা কৰে কোনে জানে। সংসাৰত তাৰ কোনো নাই। মোমায়েকহঁত মৰিছে । মাতুল বংশতো কোনো নাই, কোনে তাক প্ৰতিপালন কৰিব? মহাজনহঁতেতো তেতিয়া মজাহে পাব। তাক খেদি মাটিখিনি দখলকৰিব-মটৰ গেৰেজ কৰিব। হায়! হায়! মোৰ এনে অঘাইত ভাইৰ মোৰ অবিহনে বাটৰ কুকুৰৰ দৰে ইয়াৰ লাথি, তাৰ চৰ খাওঁতে জনম যাব। হয়তো সি কাৰোবাৰ চাকৰ হ'ব লাগিব। লোকৰ তিৰোতাৰ মেখেলা ধুই জীৱন কটাব লাগিব। হয়তো তাক কোনোবাই খিয়ালতে মাৰি পেলাব আৰু নদীত উটাই দিব; তাৰ খবৰকে নল'ব কোনেও। এনেবোৰ দুশ্চিন্তাই আহি বলোৰামৰ মূৰ গৰম কৰি তুলিলে। তাৰ চকুলো আহিল। বেমাৰৰ সময়ত মানুহৰ মন বৰ দুৰ্ব্বল হৈ পৰে আৰু এনেবোৰ নিঃসহায় চিন্তাই মনত ঠাই লয়। বেমাৰীৰ দুৰ্ব্বল মনত এইবোৰ চিন্তা প্ৰবল হয়। ককায়েকৰ চকুলো দেখি অৰ্জ্জুনৰো চকুলো আহিল। তাৰ ভয় হ'ল কিজানি তাৰ ককায়েকৰ কিবা হয়। তাৰ বৰ ভয় লাগে। ককায়েকৰ মুখলৈ চাই কান্দি কান্দি কয়- "তই নাকান্দিবি ককাইদেউ; তই ভাল হবি। তোৰ জ্বৰ ভাল হৈ যাব।" তাৰ কান্দোন দেখি বলোৰামে তাৰ মূৰটো পিহি পিহি কয়- "মই যদি মৰো তেন্তে তই কি কৰিবি অৰ্জ্জুন।" বলোৰামৰ এনে নিদাৰুণ প্ৰশ্নত অৰ্জ্জুনৰ গা শিয়ৰি উঠে। সি উচুপি উচুপি কয়- "তই কিয় তেনেখন কৰ ককাইদেউ? মোৰ বৰ দুখ লাগে। তই কিয় কান্দ?"

"মই কিয় কান্দো? মই নাকান্দিম? মই মৰিলে তোৰ কি গতি হ'ব? কোনে তোক প্ৰতিপালন কৰিব? কোনোৱে তোক দেখিব নোৱাৰে। মই নহ'লে তোক মাৰিকাটি কোনোৱাই পুতি থব, লোকে গমকে নাপাব। উহ্! ঈশ্বৰ! সৰুতে আইবোপা মৰি গ'ল। এতিয়া মই মৰিলে তোৰ কি গতি হ'ব! হায়! হায়!" বলোৰামে হুক হুককৈ কান্দি উঠে। তাৰ কান্দোনত অৰ্জ্জুনো ফেঁকুৰি উঠে। জ্বৰ বেছিকৈ উঠিলে মানুহ বৰ আবেগপ্ৰৱণ হয়। বলোৰামৰ জ্বৰ বেছিকৈ আহিছে। মূৰত জ্বৰ উঠিবৰ উপক্ৰম হৈছে। অৰ্জ্জুনে একো নাজানে। সি ককায়েকৰ এনে নিকৰুণ আচৰণ দেখি ফেকুৰি ফেকুৰি কলে- "তই ভাল হবি ককাইদেউ; মই ডাক্তৰক লৈ আহো। তই নাকান্দিবি, মই তৎক্ষণাৎ ডাক্তৰক মাতি আনিম।" সি যাবলৈ উদ্যত হয়। বলোৰামে বাধা দি কয়- "তই যাব নালাগে অৰ্জ্জুন । মোক অকলে এৰি গ'লে মোক পানী কোনে দিব? তই নাযাবি। মোৰ কাষতে থাক।"

"নহয় ককাইদেউ, মই ডাক্তৰক লৈ তৎক্ষণাৎ ফিৰি আহিম।" এনেকৈ কৈ কান্দি কাতি সি ডাক্তৰৰ ঘৰ বুলি দৌৰ দিলে।

একে দৌৰে গৈ সি ডাক্তৰৰ ঘৰ পালে। ডাক্তৰে তেতিয়া ঔষধ বান্ধি আছে। সমুখৰ চিয়াৰখনত মহাজন উপবিষ্ট । ডাঙৰ বোৱাৰীয়েকৰ অসুখ, ঔষধ নিবলৈ আহিছে। ডাক্তৰক অপেক্ষা কৰি ওচৰতে কেইজনমান মানুহে থিয় হৈ আছে। মহাজনে কৈছে- "শুনিছা ডাক্তৰ বোপা; মোৰ ডাঙৰ বোৱাৰীজনী বৰ বেমাৰী। আজি বোলে পেটৰ অসুখ, কালি বোলে মূৰৰ অসুখ, বাৰটা মাহত তেৰটা বেমাৰ। সৰুজনী কিন্তু তেনে নহয়। অৱশ্যে সেই জনীয়ে সৰুসুৰা বেমাৰক সিমান কথা যেন নেদেখে। সেই জনী বজা নহ'লে বৰ লক্ষ্মী ছোৱালী আছিল। এই জনী বৰ বেমাৰী।" বিৰক্তিভাৱে কয় মহাজনে। ডাক্তৰে হাঁহি কয়- "যদি ভাবী বোৱাৰীজনী অৰ্থাৎ বীৰেনৰ জনীও বেমাৰী হয়, কি কৰিব?" মহাজনে এটা কাহ্ মাৰি উঠি কয়- "তেনেহ'লে বৰ মস্কিল হ'ব। তেনে-নহব লাগে । অৱশ্যে সেইজনীও ক্ষীণ-বেমাৰী যেন দেখি। তাৰ কপালত যি আছে।"

"আগেয়ে ঠিক কৰি পিচত কপালক দোষিলে কি হব?"

"হওঁ বুলি হ'বনে আৰু কৰো বুলি কৰিবানে?"

"হলেও বিয়াৰ আগতে চাই চিতি ল'ব লাগে। আগ গুৰি চোৱাৰ অৰ্থ হ'ল, বংশত কিবা বেমাৰ আজাৰ আছেনে নাই তাকে চোৱা। ছোৱালী চোৱা মানে স্বাস্থ্য, ৰূপ-গুণ আদি পৰীক্ষা কৰি চোৱা । গতিকে আগেয়ে চাইচিতি লোৱা ভাল।" "অৱশ্যে পিচে সেইবোৰ যি'হয় হ'ব, এতিয়া ব'লা আমাৰ ঘৰলৈ , বোৱাৰী জনী চাই আহিবা

ব'লা।"

এনেতে ডাক্তৰৰ পিচফালে থিয় হৈ অৰ্জ্জুনে মাত লগালে- "ডাক্তৰ বাবু, আমাৰ ককাইদেউৰ বৰ জ্বৰ উঠিছে, আপুনি এতিয়াই গৈ চাই আহিব লাগে।" তাৰ কণ্ঠস্বৰত কান্দোনৰ সুৰ। তাৰ এনে অস্বাভাবিক পৰিবৰ্ত্তন দেখি ডাক্তৰ, মহাজন আৰু আন মানুহবিলাক আচৰিত হয়। অঘাইত দুষ্ট অৰ্জ্জুনে দুখ কৰি কান্দিব পাৰে বুলি তেওঁলোকে ধাৰণাই কৰিব নোৱাৰে । ডাক্তৰে ঔষধৰ পুৰীয়া এটা বান্ধি পিচমুখ দি অৰ্জ্জুনক সুধিলে -"কি হৈছে ।"

"ককাইদেউৰ বৰ জ্বৰ উঠিছে ডাক্তৰ বাবু, আপুনি এতিয়াই ব'লক।" তাৰ কাতৰ অনুৰোধ শুনি ডাক্তৰ স্তম্ভিত হৈ গ'ল। ঔষধ পুৰীয়া মহাজনৰ হাতত দি কলে- "আপুনি গৈ এই ঔষধ পালি বোৱাৰীয়েকক খুৱাই দিয়কগৈ, মই বলোৰ তাৰ পৰা বাহিৰে বাহিৰে আপোনাৰ তালৈ যাম। বেচেৰা বেমাৰ নোহোৱা ল'ৰা, বেমাৰত পৰিলে দিগদাৰ।" ডাক্তৰৰ কথা শুনি মহাজনে অৰ্জ্জুনক ইতিকিং কৰি সুধিলে ।।কিহে মহাবীৰ অৰ্জ্জুন, ভীমৰ বেমাৰ সঁচানে? ক'ব নোৱাৰিছো। আজি আকৌ কোন কুৰুক্ষেত্ৰলৈ ওলাইছ । বলোৰ বেমাৰ নে তোমাৰ কিবা কাম হাচিল কৰিব ওলাইছ বোপা মহাধনুৰ্দ্ধৰ? এই নিমাষিত ডাক্তৰ জনেনো কি জগৰ লগালে?" তেওঁৰ এই উপহাস- মিশ্ৰিত প্ৰশ্নত মানুহবিলাকৰ বৰ হাঁহি উঠিল। ডাক্তৰে পুনৰ প্ৰশ্ন কৰিলে- "তই সঁচা কৈছনে?" অৰ্জ্জুনে কান্দেনামুৱা হৈ উত্তৰ দিলে-"সঁচা কৈছো ডাক্তৰ বাবু, মই কাবৌ কৰিছো পলম নকৰিব ব'লক ।" তাৰ প্ৰাৰ্থনা শুনি মহাজনে হাঁহি হাঁহি , কাহি কাহি ক'ব ধৰিলে-"মিছা, মিছা, ফাকি, ইয়াৰ এইবোৰ বজ্জাতি কৰাৰ মতলব।"

মহাজনৰ এনে কথা শুনি অৰ্জ্জুনৰ খং উঠিল। সি মহাজনৰ ফালে ঘোপা কৰি চালে। তাৰ পিচত ডাক্তৰক আকৌ অনুৰোধ কৰি ক'লে--

"ব'লক ডাক্তৰবাবু, সোনকালে ব'লক।'

অৰ্জুনৰ নিৰ্ভীক অথচ ৰঙাচকু দেখি মহাজনৰ পেটে পেটে বৰ খং উঠিল। এই অকণমান ল'ৰা এটা, তাৰে ইমান পৰাক্ৰম। সি মোকে চকু ৰঙায়। এতিয়াৰ পৰাই সি মোক ভয় নকৰে। শাওৰা দুপতীয়া নৌহওঁতে যখিনীয়ে বাহ ললে। দেখা যাব ইয়াক-- মহাজনৰ মনৰ ভাব তেনে ৰকমৰ। তাৰ পিছত ধমক দি কলে- "ৰহ, ৰহ, তোৰ কথামতে ডাক্তৰে যাবনে? আজি দুদিন আগে সি মোৰ মাল আনিছে আৰু আজিয়ে তাৰ টান জ্বৰ হ'ল? মিছা কথা।"

"মিছা নহয়। পৰহিৰ পৰাই গা অসুখ আছিল ,আজি বৰকৈ জ্বৰ উঠিছে।" সি নিৰ্ভয়ে উত্তৰ দিয়ে।

"বাৰু যাব। পিচে আগেয়ে আমাৰ তালৈ গৈ বেমাৰী চাই আহি বাহিৰে বাহিৰে তহঁতৰ তালৈ যাব।"

"নহয়; আগেয়ে ককাইদেউক চাই আহি বাহিৰে বাহিৰে আপোনালোকৰ তালৈ যাব।"

"ধেৎ। ওলোটা প্ৰশ্ন কৰিছে আকৌ।" মহাজনে খং কৰি ডবিয়াই দিয়ে অৰ্জ্জুনক। তাৰ পিচত ডাক্তৰক কঠোৰভাবে কয়- 'তুমি আগেয়ে আমাৰ তালৈ ব'লা। পিচত য'লৈ ইচ্ছা তলৈ যাবা।"

মহাজনৰ কথাৰ উগ্ৰতা দেখি ডাক্তৰৰ ভয় লাগিল। জানোচা মহাজনে বেয়া পায়, খং কৰে? মহাজনৰ কথা শুনি ডাক্তৰে ইতস্ততঃ কৈ ৰ'ল। এনেতে মহাজনে পুনৰ দৃঢ়ভাবে ক'লে—

"ব'লা ডাক্তৰ; পলম কৰিব নালাগে।"

মহাজনৰ গতি বিধি লক্ষ্য কৰি ডাক্তৰে গহীনভাবে ক'লে—

"বাৰু বলক। তাৰ পিচত অৰ্জ্জুনৰ ফালে চাই কলে— "তই যা, অৰ্জ্জুন, মই মহাজনৰ ঘৰৰ পৰা আহি বাহিৰে বাহিৰে তহঁতৰ তাত সোমাম।"

মানুহবিলাকক কলে-"আপোনালোকে অলপ বহক, মই তৎক্ষণাৎ আহিম।" ডাক্তৰ যাবলৈ ওলাল।

তাকে দেখি অৰ্জ্জুনে কাবৌ কৰি ক'ব ধৰিলে -"মই কাবৌ কৰিছো ডাক্তৰবাবু, আগেয়ে আমাৰ ঘৰলৈ ব'লক; নহ'লে মোৰ ককাইদেউ মৰিব।" তাৰ তেনে কাকুতি দেখি মহাজনে ধমক দিলে-"মনে মনে থাক বজ্জাত। বাৰে বাৰে একে কথাকে কৈ আছে। যা, তই ঘৰলৈ যা।" "মই যে যাব লাগে আপুনি নাযায় কিয়?" সি তেওঁৰ ফালে চাই স্পষ্ট উত্তৰ দিয়ে- মহাজনৰ খং বেছিকৈ উঠে। খং কৰি ডাবি মাৰি দিয়ে- "আঁতৰহ বজ্জাত্ , মুখে মুখে উত্তৰ কৰিব আহিছে। অৰ্জ্জুনৰো আৰু ধৈৰ্য্য নৰ'ল; সিয়ো খং কৰি ধমক দিলে-"বাৰু চাওচোন, ডাক্তৰে কাৰ ঘৰলৈ যায় আগেয়ে।" তাৰ বৰ বাঢ়াবাঢ়ি যেন অনুমান কৰিলে ডাক্তৰে। মহাজনক অপমান কৰাত তেওঁৰ খং উঠিল। ধমক দি কলে-" চুপ। মই নাযাওঁ তহঁতৰ তালৈ। দুষ্ট ল'ৰা ক'ৰবাৰ।"

"মই দুষ্ট ল'ৰা দেখি আমাৰ বেমাৰী নাচায়?"

"নাচাও।"

"ডাক্তৰ—! খঙত উগ্ৰমূৰ্ত্তি হৈ অৰ্জ্জুনে ডাক্তৰৰ ফালে চায়। তাৰ মূৰ্ত্তি দেখি ওচৰৰ মানুহবিলাকৰ চূৰ্ত্তি হেৰাল। ডাক্তৰৰো ভয় লাগি গ'ল। মহাজনে থমকি ৰল। অলপ আতৰলৈ গৈ অৰ্জ্জুনে পেটলুঙৰ মোনাৰ পৰা তাৰ ৰবৰৰ ফান্দখন উলিয়াই

শিলগুটি জুৰি ললে। তাকে দেখি সকলোৱে ভয় খাই গ'ল। অৱস্থা বেয়া জানি মহজনে হাত দাঙি বাধা কৰিলে-" হা হা কি কৰ অৰ্জ্জুন ? নামাৰিবি।" মানুহ বিলাকেও মানা কৰিলে। কিন্তু কোনেও তাৰ ওচৰলৈ গৈ তাক জব্দ কৰিবলৈ সাহস নকৰিলে। কেৱল "হা, হা, নামাৰিবি, নামাৰিবি" কৰিবহে ধৰিলে। অৰ্জ্জুনৰ এনে এটা ভয়াবহ অৱস্থা দেখি সাহসী ডাক্তৰৰো বুকু লৰি গ'ল। ক'ব নোৱাৰি, এই মুহূৰ্ত্তেই হয়তো সি আঘাত কৰি পেলাব। ইয়াৰ অসাধ্য একো নাই। তাকে ভাবি তাৰ ফালে চাই নৰম সুৰত কলে—" নামাৰিবিচোন তোৰ গুলি। মই যাম বাৰু।" ডাক্তৰৰ কথা শুনি সি দূৰৈত ঠিয় হৈ ৰ'ল। ফান্দ কিন্তু সাজু। সি দূৰৈৰ পৰাই ক'লে—"তেনেহ'লে আগেয়ে আমাৰ তালৈ যাব লাগিব।"

"যাব, বোপা, যাব ইমান অধৈৰ্য্য হৈছ কিয় ? ৰহচোন, অলপ উশাহ্ ল'। তইঁতৰ তালৈকেই যাব।' আমাৰ তাত যাব নালাগে, তথাপি তই তোৰ গুলী নামাৰিবি।" মহাজন অৱস্থা বুজি ব্যৱস্থা কৰা লোক। তাৰ এনে ৰুদ্ৰমূৰ্ত্তি দেখি কথা নৰম কৰি আনিলে। বৰ বেছি গোলমাল কৰিলে অইনক ঔষধ দিয়া ডাক্তৰকে এতিয়াই ঔষধ দিব লগা অৱস্থা হ'ব। সেই দেখি সময় থাকোতে ব্যৱস্থা কৰিলে। মহাজনৰ এনে হঠাৎ পৰিবৰ্ত্তন আৰু ডাক্তৰৰ এনে অকস্মাত নৰম কথা শুনি অৰ্জ্জুন অলপ শান্ত হৈ থিয় হৈ ৰ'ল। মানুহবিলাকে পেটে পেটে হাঁহিলে যদিও মুখ ফুটাই একো নকলে। বাস্তৱতে ডাক্তৰ আৰু মহাজন লাজত পৰিল। তথাপি উপায় নাই। দুষ্টৰ লগত কাজিয়া কৰি লাভ নাই।

ডাক্তৰে লৰালৰি কৰি বেগটোত ঔষধ ভৰাই লৈ ওলাল। তেওঁৰ লগত মহাজনো উঠিল। তেওঁলোকে যোৱাত মানুহবিলাকে ফিচিঙা ফিচিঙিকৈ হাঁহিব ধৰিলে। কোনোজনে ক'লে - "বৰ লাজ পালে।" কোনোৱে ক'লে -"লাজপোৱাৰ কথাহে কৈছা; সি বেটা যি অঘাইত, এতিয়াই ডাক্তৰক আঘাত কৰি হাহাকাৰ লগাই দিলেহেঁতেন।" "এৰা পায় এনে দুষ্ট ল'ৰাৰ লগত লাজ-কাজ কি আছে?" তথাপি কোনোমতে আপদটো আঁতৰিল; ৰক্ষা পৰিলো। নহ'লে আমাৰো বা কি গতি কৰিলেহেঁতেন তাৰ খং উঠিলে। আমি এনেয়ে বেমাৰী মানুহ।" এজন বেমাৰীয়ে কয়। এনেদৰে তেওঁলোকৰ মাজত কথা-বতৰা চলি থাকিল।

বাটলৈ ডাক্তৰ, মহাজন আৰু অৰ্জ্জুন ওলাই আহিল। ডাক্তৰ আৰু মহাজন আগে আগে, অৰ্জ্জুন পিচে পিচে। মহাজনে ডাক্তৰক এৰি ঘৰলৈ যাবৰ বাবে বেলেগ বাট ল'লে। এনেতে অৰ্জ্জুনে পিছৰ পৰা গৰ্জি উঠিল- "কালি ছাগলীৰ ঠেং আৰু আমৰ কলম দিয়া পুলি খতম্ হ'ব।" তাৰ সাৱধান বাণী শুনি মহাজনৰ ভয় হ'ল। একো

অসম্ভৱ নহয় ইয়াৰ। সি যি দুৰ্দ্দান্ত ল'ৰা; ছাগলী কেইজনীৰ ঠেং খোৰা কৰিব আৰু বাগানৰ আমৰ কলমবোৰ কাটি পেলাব। তাৰ কথা আৰু কামৰ মিল আছে। তাৰ শিষ্য পৱনৰ অত্যাচাৰতে মহাজন লটিঘটি; তাতে আকৌ গুৰুদেৱ অৰ্জ্জুন লগ হ'লে সৰ্ব্বনাশ। তাকে চিন্তা কৰি মহাজন ফিৰি আহিল আৰু হাঁহি মাৰি নৰম সুৰত ক'লে-

"তই ইমান খং কৰিছ কিয় অৰ্জ্জুন ? মই নাযাম বুলি ভাবিছ নেকি? মই ঘৰৰ পৰা ডাঙৰ বৌৱেৰাৰ ঔষধ খিনি দি আহিম বুলি ভাবিছিলো। ঘৰৰ পৰা আহিলে নহ'ব জানো?"

"ডাক্তৰক কোনে পইচা দিব?" অৰ্জ্জুনে দূৰৈৰ পৰাই কয়।

"অ' তই ডাক্তৰৰ ভিজিটৰ কথা ভাবিছ। বাৰু, ভয় নাই, মই দিম ।" তাক সান্ত্বনা দিয়ে আৰু ডাক্তৰৰ ফালে চাই হাঁহি মাৰি কয়- "দেখিলানে ডাক্তৰ বোপা, তাৰ কথা? ভিজিট মই দিব লাগে।"

"ডাক্তৰে হাঁহি মাৰি কয় অৰ্জ্জুনক-"মহাজনে মোক কিয় ভিজিট দিব অৰ্জ্জুন? তোৰ ককায়েৰাৰ চিকিৎসা কৰিলে তেওঁ কিয় টকা দিব?"

"কিয় নিদিব? আমাৰ ককাইদেউৰ টকাবোৰ যে তেওঁৰ দোকানত জমা আছে? তেওঁ নিদিলে আমি ক'ত পাম?"

মহাজনে কথাষাৰ বুজিলে। ই বেটা কম বুদ্ধিমান নহয়। মোৰ তাত ককায়েকে টকা জমা থোৱা কথাৰো খবৰ ৰাখিছে । গতিকে বেছি তেৰা-বেকা নকৰি চিধাচিধি যোৱাই ভাল। তাকে ভাবি কৃত্ৰিম হাঁহি এটা মাৰি মহাজনে ক'লে-"অ' তই টকাৰ কাৰণে ভয় কৰিছ? ব'ল বাৰু মই গৈছো।" তেওঁ ফিৰি আহিল। ডাক্তৰে ক'লে-

"আপুনি আহিব নালাগে। টকাৰ বাবে ভাবিব নালাগে। মই বলোৰামৰ টকা নলওঁ।"

"মহাজনে অৰ্জ্জুনক শুনাকৈ ডাক্তৰক কয়- "টকাৰ কাৰণে মই যোৱাৰ দৰ্কাৰ নাই- বেমাৰীৰ কাৰণেহে যাম। বলোৰ বেমাৰ হ'লে মোৰে লোকচান। ইহঁতৰ কাৰণেই মই কিমান টকা পইচা নষ্ট কৰিছো। ইহঁত দুয়ো মোৰ ল'ৰাৰ দৰে। সেই দেখিহে ইমান আবদাৰ ধৰে। বলোৰামৰ বেমাৰ হ'লে মই নোযোৱাকৈ থাকিব পাৰোনে? মই অৰ্জ্জুনৰ কথা মিছা বুলিয়ে ভাবিছিলো। বলা ডাক্তৰ বোপা, একেলগে যাওঁ; আহ অৰ্জ্জুন, আগতে তহঁতৰ ঘৰলৈকেই যাওঁ ।" এইবুলি কৈ মহাজনে ডাক্তৰৰ কাষ পালে আৰু বলোহঁতৰ ঘৰলৈ বুলি খোজ ল'লে।

আগে আগে ডাক্তৰ আৰু মহাজন; পিছত অৰ্জ্জুনে গহীন, নিতাল, নীৰৱভাৱে খোজ লৈছে।

তিনিওজন আহি বলোইঁতৰ ঘৰ পালে। ঘৰ সোমাই যেতিয়া বলোৰ বিচনাৰ কাষ পালে তেতিয়া বলোৰ অৱস্থা সঙ্কটাপন্ন । জ্বৰ বৰ বেছিকৈ উঠিছে। মূৰত জ্বৰ উঠিছে। বোধহয় আগেয়ে প্ৰলাপ বকিছিল,। এতিয়া প্ৰায় অচেতন অৱস্থা। চকুদুটা ৰঙা পৰি আছে। মানুহজন মৰা মানুহৰ দৰে থৰ হৈ চিত হৈ শুই আছে। ডাক্তৰে গৈ তাৰ হাতত ধৰি নাৰী পৰীক্ষা কৰিলে। নাৰীৰ গতি অতি ক্ষীণ-বৰ বেয়া অৱস্থা। থাৰমোমিটাৰ কাষলতিৰ তলত দি উত্তাপ পৰীক্ষা কৰি দেখিলে যে তেতিয়াও তাপ আছে । ডাক্তৰে তৎক্ষণাৎ কিবা ঔষধ উলিয়াই তাক খাবলৈ দিলে; কিন্তু বলোই ঔষধ খাব চাৰি মুখ মেলিবই নোৱাৰা হৈছে। ডাক্তৰে জোৰ কৰি মুখ মেলিব নোৱাৰাত মহাজনে ক'লে-"হেৰ অৰ্জ্জুন, যা সোনকালে গৈ এখন কটাৰী লৈ আন।" অৰ্জ্জুনে তৎক্ষণাৎ তাৰ লগত থকা ছুৰিখন দিলে। মহাজনে বলোৰ মুখেৰে কটাৰীখন ভৰাই দি দাঁত দুপাৰি মেলি ধৰিলে-

"ডাক্তৰ বোপা, দিয়া, ঔষধ খিনি মুখেৰে ঢালি দিয়া।" মহাজনে ডাক্তৰক নিৰ্দ্দেশ দিয়ে। ডাক্তৰে ঔষধখিনি ঢালি দিয়ে। বলোই ঘটক্‌কৈ এটা ঘোট গিলিলে। অৰ্জ্জুনে আনি এগিলাচ পানী দিলে। ডাক্তৰে তাৰো অলপ ঢালি দিলে। ঔষধ আৰু পানী খাই কিছুসময় পিছত বলোৰ অলপ তত্ আহিল। সি এবাৰ ভালকৈ চকুমেলি চাই এওঁলোকক দেখা পালে। পানী দিবলৈ অৰ্জ্জুনক ইঙ্গিত দিলে। সি ককায়েকৰ মুখত আৰু অলপ পানী ঢালি দিলে। পানী খাই ডিঙিৰ অলপ আঁত অহাত বলোই খেহ্‌খেহিয়া মাতেৰে ক'লে- "ডাক্তৰবাবু আহিছে?"

"তুমি কথা নকবা। মনে মনে থাকা"– ডাক্তৰে কথা ক'বলৈ মানা কৰি দিয়ে। এনেতে অৰ্জ্জুনে দুখন পীৰা আনি দিয়ে। ডাক্তৰ আৰু মহাজন দুয়ো পীৰাত বহে। ডাক্তৰে বেগৰ পৰা কিবাকিবি ঔষধ উলিয়াই ল'লে আৰু কেতিয়া কেনেকৈ খুৱাব লাগিব অৰ্জ্জুনক বুজাই দিলে। বলোই ক্ষীণকণ্ঠেৰে মহাজনক ক'লে– "জেঠা, আপুনি আহিছে? মই আপোনাক মাতিবলৈ পঠাম বুলি ভাবিছিলো।" মহাজনে অভিমানৰ সুৰত ক'লে-"তইনো তোৰ বেমাৰ হ'লে আমাক কিয় খবৰ দিবি। আমিতো তোৰ কোনো নহওঁ। ইমান জ্বৰ;বেমাৰ হৈছে, তেনেস্থলত আমাক খবৰটোকে দিব নালাগেনে? মাত এষাৰ দিবলৈকে ইয়াত এজন মানুহ নাই; তেনে অৱস্থাত এই এধানিমান ল'ৰা অৰ্জুনটোক লগত লৈ বহি আছ। যদি আজি আমি আহি নাপাওঁ তেন্তে তোৰ কি সৰ্ব্বনাশ হ'লহেঁতেন তাক ঈশ্বৰেহে জানে। এটা খবৰ দি আমাৰ কোনো এজনক লৈ আহিলে কি হ'লহেঁতেন? তাকে নকৰি দুয়ো ভীম-অৰ্জ্জুন হৈ অকলে অকলে ৰখি আছ। অৱশ্যে আমাকনো তই কিয় খবৰ দিবি? আমি তোৰ

কিবা আপোন বুলি তই ভাবনে?"

মহাজনৰ অভিমান বুজি বলোই লাহে লাহে ক'লে -"মোৰ ভু ল হৈছে জেঠা; মই কিন্তু ইমান হ'ব বুলি ভবা নাছিলো। আজি আপোনালোক নহা হ'লে মোৰ আধ্যাই পৰিলহেঁতেন।" তাৰ পিছত অৰ্জ্জুনক আদেশ দিয়ে- "অৰ্জ্জুন, জেঠাক তামোল দে।"

অৰ্জ্জুনে মহাজনৰ সমস্ত কাম আৰু কথা দেখি শুনি আছিল। ককায়েকৰ প্ৰতি দেখুৱা দৰদ আৰু আগোনভাবে মহাজনৰ প্ৰতি তাৰ মুৰ নত কৰি আনিলে। মহাজনৰ চালাকি সি ধৰিব নোৱাৰিলে। অলপ আগতে কৰা ব্যৱহাৰৰ কথা মনত পৰি জেঠায়েকৰ প্ৰতি তাৰ লাজ লাজ ভাব হ'ল। ছিঃ এনেহেন এজন আপোন আৰু মঙ্গলকামী মানুহক অলপ আগতে সি কি দুৰ্ব্বব্যৱহাৰ কৰিছে' ভাবিলে তাৰ লজ্জাত নাক কোঁচ খাই আহে। বুদ্ধিমান মহাজনে নজৰ কৰিছে। তাৰ দুৰ্ব্বলতাৰ সন্ধেদ পাই তেওঁ তাক হাত কৰি ভবিষ্যতে বশ কৰিবলৈ আৰু নিজে তাৰ দৌৰাত্ম্যৰ পৰা ৰক্ষা পৰিবলৈ বুলি চিন্তা কৰি লাহেকৈ মৰমৰ সুৰত ক'লে- "বোপা, অৰ্জ্জুন, তামোল পিছতো খাম, আগেয়ে হাত ধুবলৈ ডাক্তৰক পানী দে।" মহাজনৰ নিৰ্দ্দেশ পাই নিতান্ত নিৰীহ ল'ৰাৰ দৰে সি গৈ পানী আনি ডাক্তৰক হাত ধুবলৈ দিলে। তাৰ পিছত তামোলৰ বটাখন আনি মহাজনৰ আগত থলে। মহাজনে এটা তামোল কাটি এখন নিজেই খালে আৰু আনখন ডাক্তৰক দিলে। ডাক্তৰেও তামোল খালে। বলোৰাম তেতিয়া বহুত সুস্থ হৈছে। ডাক্তৰক মহাজনে সুধিলে—

"ডাক্তৰ বোপা, জ্বৰ কেনে দেখিলা?"

"জ্বৰ বহুত আছে। কেনেৰকমৰ জ্বৰ হয় ধৰিব পৰা নাই।

দুই-চাৰি দিন চাব লাগিব।"

তাৰ পিছত অৰ্জ্জুনক ক'লে "তই সাৱধানে থাকিবি অৰ্জ্জুন। কলৈকো নাযাবি। মই বুজাই দিয়া মতে ঔষধ খুৱাবি। কিবা হ'লে মোক খবৰ দিবি। পথ্যৰ কথা মই পিছত বুজাই দিম।"

বলোৰামে ক'লে- "আপুনি আহি থাকিব ডাক্তৰবাবু। দেখিছেই নহয় মোৰ অৱস্থা। জেঠায়ো আহি খবৰ ল'ব। অ' অৰ্জ্জুন, গাৰুৰ তলৰ পৰা টকা উলিয়াই ডাক্তৰবাবুক দি দে।" অৰ্জ্জুনে, ককায়েকৰ আদেশ পাই টকা আনিব যাব ধৰিছিল এনেতে মহাজনে ক'লে- "তোৰ টকা দিব নালাগে। ময়ে দোকানৰ পৰা দিম। অ বোপা অৰ্জ্জুন, তই গৈ বাৰ্লি, চাগু যি পথ্য লাগে দোকানৰ পৰা লৈ আহিবি। এতিয়া আমি উঠোহে বোপা। ডাক্তৰক মই দোকানৰ পৰা টকা দিম। আমাৰ ডাঙৰ বৌৱেৰাৰো অসুখ, তাৰে কাৰণে ডাক্তৰক নিব লাগে। আমি এতিয়া যাওঁ। পাৰিলে গধূলি এপাক আহিম। ব'লা

ডাক্তৰ বোপা।" বলোৰামক বুজাই কৈ ডাক্তৰক লগতে লৈ যায় মহাজনে। ডাক্তৰে হাতত বেগটো লৈ বাহিৰ হৈ আহে। বলোৰামে কথমপি এটা নমস্কাৰ কৰে। অৰ্জ্জুনে লাজ লাজ ভাবে ডাক্তৰ আৰু মহাজনৰ ফালে চায়।

ডাক্তৰক লৈ আহি মাজবাট পোৱাত মহাজনে কয়- "দেখিলা ডাক্তৰ বোপা, তাৰকাণ্ড? বেমাৰ হৈ মৰে তথাপি খবৰ নিদিয়ে। ইফালে সি যাক আপোন বুলি ভাবে সিহঁতৰ হ'লে খবৰেই নাই। কেতিয়াবা মৰি থাকিব বাপেকে।"

"ল'ৰা দুজন বৰ নিৰাশ্ৰয়। দেখিলে দুখ লাগে।"

"নিৰাশ্ৰয় হ'লে কি হ'ব? আশ্ৰয় তোমাক মোকহে লাগে, ইহঁতক নালাগে নহয়। ইহঁত দুয়ো ভীম-অৰ্জ্জুন। মই আগেয়ে কৈছিলো বোলো তহঁত দুয়ো মোৰ দোকানতে থাক। তহঁতৰো আশ্ৰয় হলো মই আৰু আমাৰো আশ্ৰয় হলি তহঁত। পিচে সি কি কৈছিল জানা? কৈছিল যে মৰিলেও পিতৃভেটি এৰি লোকৰ তলত বহতীয়া নহওঁ।"

"আপুনি একো বেয়া কথা কোৱা নাছিল। তেতিয়াহ'লে সিহঁতৰ ভালেই হ'লহেঁতেন।"

"সিহঁতক বুদ্ধি দিছে বোপা, কুবুদ্ধি দিছে। কৈছে, যদি তই তেওঁলোকৰ তাঁলে যাব তেন্তে তোৰ মাটিত মহাজনে আনি মটৰ গেৰেজ বনাব আৰু মাটিখিনি যিহেতু নীলামত ডাকি ৰাখিছে, সেইবাবে এতিয়া তই দখল এৰি দিলে তেওঁলোকে দখল কৰিব। তাৰ বাবেই তেনে উপকাৰ কৰিব ওলাইছে।"

"কোনে কৈছে?" ডাক্তৰে ব্যগ্ৰতাৰে প্ৰশ্ন কৰে।

"কোনে আৰু ক'ব -ঘৰ বৈৰী বিভীষণে।"

"তাৰ মানে আপোনাৰ ভাই মধুনাথে?"

"তেনে আৰু কোন হ'ব? মধুনাথ নাম নহৈ তাৰ নাম বিষনাথ হোৱা হ'লেহে ভাল আছিল।"

"বাৰু, মাটিখিনি তেন্তে তাৰ নহয়?"

"নহয়। তাৰ বাপেকে মোৰ পৰা টকা দুশ নিছিল। আজি প্ৰায় বহু বছৰ হ'ল। সেই টকা সুতে-মূলে শেষত ছশ চল্লিশ টকা হয়। মই টকা সাধোতে সি দিব নোৱাৰি কেৱল দলিল বদলাই দিয়ে। আগৰ বছৰৰ সুতকে চলিত বছৰত মূল ধৰি লিখি দিয়ে। এনেকৈ চক্ৰবৃদ্ধি হাৰে ছয়শৰো অধিক টকা হোৱাত হঠাতে এদিন সি মৰিল। তেতিয়া কোনে দলিল বদলাই দিব? মই মোকৰ্দ্দমা কৰিলো, মোৰ টকা ডিক্ৰী হ'ল। মাটি-বাৰী নিলামত গ'ল। মাক-পুতেকহঁতৰ কষ্ট হ'ব বুলি ভাবি কৌশল কৰি গণেশ ঠিকাদাৰৰ পৰা মাটিখিনি লৈ ললো। এই বাবেও মই ঠিকাদাৰৰ ওচৰত নগদ তিনিশ টকা ভৰিলো।

তেতিয়াৰ পৰা মাটিবাৰী মোৰ নামত। এতিয়া মাকো মৰিল। গতিকে সিহঁতে নিশ্চয় ক'ৰবাত এডৰা মাটিবাৰী কিনি থাকিবই লাগিব। তাকে নকৰি সিহঁতে মোৰ মাটিৰ দখল এৰি নিদিয়া হৈছে। সিহঁতক বোলে কোনোৱাই কৈছে যে দখল এৰি নিদিলে খেদিব নোৱাৰে; যিহেতু তোৰ সেইটো পিতৃভেটি। দহ বছৰ একেৰাহে থাকিলে বোলে মাটি খিনি পায়। সিহঁতৰ আজি তেৰবছৰ হ'ল। সেই দেখি কোনো বদমাচৰ উচট নি পাই সিহঁতে দখল এৰি নিদিয়া হৈছে। যোৱা বেলি মই তাক কৈছিলো- তোৰ সমুখখন জঙ্গল পৰি আছে; মই মটৰ গেৰেজ বান্ধো; মোৰো সুবিধা হয় আৰু তোৰো সুবিধা হ'ব। ঠাই ডোখৰো ধুনীয়া হ'ব আৰু তই এজন লগ পাবি-ড্ৰাইভাৰক। কিন্তু সি মান্তি নহ'ল এই মধুনাথৰ কথা শুনি। সেই দেখি ময়ো এতিয়া আইনৰ আশ্ৰয় লম। মই দখল উচ্ছেদৰ মোকৰ্দ্দমা কৰিম।"

"আপোনাৰ ভায়েক মধুনাথৰ লগত আপোনাৰ কাজিয়া নেকি?"

"ভাই হ'লে ঠাই ঠাই। কিন্তু আমাৰ ভাই অকল ঠাই ঠায়ে নহয়- একেবাৰে পৰম শত্ৰু-বালি সুগ্ৰীৱহে যেন। সি মোক বৰ হিংসা কৰে। একে ভাই, সগৰ্ভী ভাই হৈ সি মোৰ শত্ৰুতা আচৰণ কৰে। একো লগাভগা নোহোৱা বলোৰাম তাৰ মিত্ৰ আৰু মই সগভী ভাই হৈ শত্ৰু। কিমান দুখৰ কথা!"

"বলোৰাম আপোনালোকৰ ভাগী নহয়?"

"মুঠেই নহয়। হ'লেনো সি ছোৱালী দিবলৈ ওলায়নে?"

"কাৰ ছোৱালী?"

"মধুনাথৰ?"

"মধুনাথৰ ছোৱালীজনী দেখো আপোনাৰ ড্ৰাইভাৰেহে বিয়া কৰাব বুলি শুনিছিলো?"

"চেষ্টা কৰিছো। নাজানো কি হয়। মধুনাথৰ ইচ্ছা কিন্তু বলোৰামৰ তাত দিয়া- হে।"

"তেনেহ'লে বুজিলো, বলোইঁত আপোনালোকৰ সম্পৰ্কীয় নহয়।"

"সম্পৰ্কীয় হ'বৰ চেষ্টাহে কৰিছে।"

"তেন্তে কেনেকৈ এওঁলোকৰ মাজত মিল হ'ল?"

"বলোৰ বাপেক আৰু মধুনাথ দুয়ো বৰ বন্ধু আছিল।"

"কেনে?"

"দুয়ো একে লগ আছিল। সেই যে আমাৰ ভূঁইত গৰুক পানী খুওৱা পুখুৰীটো আছে সেই মাটিডৰা বলোৰ বাপেকে মধুনাথক দান কৰি দিয়ে আৰু আমি লগে থাকোতেই মধুনাথে তাতে পুখুৰীটো খান্দে। এই পুখুৰীটোক লৈ এতিয়া আমাৰ মাজত কাজিয়া চলি আছে। বেলেগ নোহোৱাতে পোৱা মাটি ; গতিকে ময়ো ভাগ পাব লাগে।

দান সূত্রে পালে বুলি সি অকলে পাব নে? সমূহীয়া পৰিয়ালৰ সমূহীয়া সম্পত্তিৰ ভাগ মই নাপাম? মই সুদাই নেৰিম।"

কথাবোৰ শুনি ডাক্তৰে চিন্তা কৰিব ধৰিলে। এনেতে দুয়ো আহি দোকান পালে। দোকান পায়ে মহাজনে ক'লে -"দোকান পালো ডাক্তৰ বোপা, আহা, বহাহি।" মহাজনে ডাক্তৰক চিয়াৰ আঙুলিয়াই দিয়ে। ডাক্তৰ বহে। মহাজন গাদীত বহে।

কিছুপৰ পিছত ডাক্তৰ ঘৰৰ ভিতৰলৈ গৈ বেমাৰী চাই আহিল। বেমাৰ বিশেষ নাই, কেৱল মূৰৰ বিষ। বোৱাৰীয়েক শহুৰেকৰ বৰ আদৰুৱা। সাধাৰণ বেমাৰকে শহুৰেকৰ আগত বৰ বেছি দেখুৱায়। শহুৰেকেও সৰিয়হটোকে বেল যেন দেখে। তেওঁ জানে কেনেকৈ শহুৰেকৰ পৰা মৰম আদায় কৰিব লাগে। ডাক্তৰে চাইচিতি কিবা-কিবি ঔষধ দিলে আৰু ক'লে "একো ভয় নাই, এতিয়াই বিষ নাইকিয়া হৈ যাব।" এনেকৈ কৈ ডাক্তৰ পুনৰ দোকানলৈ আহিল।

বলোৰামৰ কাহিনীটো মহাজনৰ মুখে শুনি ডাক্তৰৰ স্বাভাবিক অনুকম্পা হ'ল বলোৰামৰ প্ৰতি। বেচেৰা গাড়োৱানজনৰ অৱস্থা ভিতৰে-বাহিৰে বৰ শোচনীয়। তাৰ মাটি-বাৰী ঘৰ-ভেটি সকলো বিক্ৰি হৈ গৈছে। এতিয়া তাৰ সম্বল মাত্ৰ বলদ দুটা আৰু তাৰ বলিষ্ঠ কৰ্ম্মঠ হাত দুখন। তাৰ বাহিৰে অন্য সম্পত্তি আৰু তাৰ সংসাৰত নাই। যিবা এজন ভায়েক আছে, সিও দুষ্ট, অঘাইত। বেচেৰাৰ প্ৰতি পুতৌ হয়।

ডাক্তৰৰ পুতৌ জন্মে বলোৰামৰ প্ৰতি। এই ঘাটমাউৰা গাড়োৱান জনৰ তলে তলে সৰ্ব্বনাশ হৈ আছে। ডাক্তৰৰ সহানুভূতি হয়। তেওঁ হঠাৎ গহীন হৈ পৰে। মহাজনে সুধিলে-

"বেমাৰী কেনে দেখিলা ডাক্তৰ বোপা?"

"ভালেই দেখিলো। বেমাৰ বিশেষ টান বিধৰ নহয়। মূৰৰ সাধাৰণ বিষ। ঔষধ দিছো। ভাল হৈ যাব।"

"তেন্তে ধৰা তোমাৰ প্ৰাপ্য। মহাজনে এখন পাঁচটকীয়া আৰু এখন এটকীয়া নোট আগবঢ়াই দিয়ে ডাক্তৰলৈ। ডাক্তৰে টকা ছয়টা হাতত লৈ ক'লে "টকা বেছি দিলে দেখো?"

"আমাৰ আৰু বলোৰামৰ মুঠতে দুয়ো ঘৰৰ ভিতৰত ছয় টকা দিলো। বলোৰামৰ বাবে পাঁচ টকা আৰু আমাৰ বাবে এক টকা দিলো। নহ'বনে ডাক্তৰ বোপা?" মহাজনে ব্যৱসায়ৰ হাঁহি মাৰি কয়।

"কোনো কথা নাই। পিছে এই পাঁচ টকা নিয়ক; বলোৰামৰ টকা মই নলওঁ বেচেৰা বৰ গৰীব।" ডাক্তৰে টকা পাঁচটা মহাজনক ঘূৰাই দিয়ে। তাকে দেখি মহাজনে কৈ

উঠে-"নহয় ডাক্তৰ বোপা, সি মুঠেই গৰীব নহয়. তাৰ গাড়ীৰ ভাৰাৰ টকাবোৰ দোকানতে জমা আছে। বৰ্ত্তমানো তাৰ আঠশমান টকা জমা আছে। ইমানবোৰ টকা থকাৰ কাৰণেইতো সি বিয়া কৰাবলৈ ওলাইছে। তুমি তাক দুখীয়া বুলি মিছাকৈ ভাবিছা। লোৱা টকাকেইটা।

"নালাগে, যাওক । তাৰ টকা মই পিছতো নিম। মই এতিয়া উঠো, বহু পলম হ'ল; বেমাৰীবিলাকে বৰ আমনি পাইছে চাগৈ।"

ডাক্তৰে কথাখিনি কৈ হাতত বেগটো লৈ যাবলৈ ওলাল। মহাজনে অলপ বিৰক্ত হৈ ক'লে- "যোৱা তেন্তে, মোৰো কাম আছে। কথা হৈ থাকিবৰ সময় নাই।"

ডাক্তৰ উঠি আহে। বাটত তেওঁৰ চিন্তা হয় মহাজনৰ ব্যৱহাৰৰ প্ৰতি। কি সাংঘাতিক লোক এই মহাজন। তলে তলে সকলোবোৰ আত্মসাৎ কৰি এতিয়া ভাল মিত্ৰজন হৈছে গাড়োৱানজনৰ। সি বুজিব পৰা নাই? সেইবাবেই তেওঁৰ দোকানতে সি টকা জমা থৈছে। বলোৰামৰ জমা টকাৰ পৰা পাঁচ টকাও দিবলৈ ৰাজি কিন্তু নিজৰ বেলিকা? এটকা যাচে! দুটা টকাওনো দিব নালাগেনে? কি মাৰাত্মক লোক। মোক দিয়া বুলি কৈ গাড়োৱানৰ নামত কিমান বা লিখি থয় তেওঁৰ খাতাত কোনে জানে। ঔষধ, পথ্য,ভিজিট আদিৰ নামত কিমান টকা লিখি থয় তাৰ কি হিচাপ আছে। শেষত বেচেৰা গাড়োৱানৰ জমা টকাখিনিৰ ভিকাচন মৰিব। চিঃ কি মানুহ এওঁ!

এনেবোৰ চিন্তাই আহি ডাক্তৰৰ মগজত খুন্দিয়াব ধৰে। বলোৰামৰ কথা ভাবি তাৰ প্ৰতি সহানুভূতি জাগে ডাক্তৰৰ। ভাবি ভাবি আহি তেওঁ ঘৰ পায়। ঘৰ পাই দেখে যে বেমাৰীবিলাকে বৰ অধৈৰ্য্য হৈ পৰিছে। তেওঁ খৰধৰ কৰি আহি ঔষধ দিবলৈ ধৰে।

# ষোল্ল

পূজা চাই ফিৰি আহিল উমাহঁত। গুৱাহাটীৰ নানা ঠাইৰ নানা সৌন্দৰ্য্য দেখি উমা অভিভূতা হৈ গৈছিল। অফিচ-আদালত, হাইকোৰ্ট বিল্ডিং, চিনেমা হল, দীঘলীপুখুৰী, নৱগ্ৰহ পাহাৰ, উমানন্দ, উৰ্ব্বশী, বাটাৰ বৰ্কচপ, হস্পিতেল, কলেজ, খেলপথাৰ, জালুকবাৰীৰ বিশ্ববিদ্যালয়ৰ অট্টালিকাবোৰ, ব্ৰহ্মপুত্ৰৰ ওপৰৰ দলং আদি চাই তাই একেবাৰে মুগ্ধ হৈ গৈছিল। কি সুন্দৰ এই নগৰ। তাইৰ ইচ্ছা হয় যেন তাই সদায় ইয়াত বাস কৰিব। তাইতো নাজানে এই বাহিৰ সুন্দৰ চহৰৰ ভিতৰখন কেনে কুৎসিৎ। বাহ্যিক আড়ম্বৰ দেখুৱাই ভিতৰি ভিতৰি প্ৰতাৰণা কৰা প্ৰকৃতিৰ নগৰীয়া মানুহবোৰ দেখিলে পিছত যে তাইৰ ঘৃণা উপজিব এই কথা তাই আজি কিদৰে বুজিব? নগৰীয়া জীৱনৰ বিৰম্বনাৰ সোৱাদতো তাই আৰু পোৱা নাই। এই জাকজমক সুন্দৰ, শুৱনি অট্টালিকাবোৰৰ ভিতৰত যে কিমান অন্যায়, অধৰ্ম্ম, অত্যাচাৰ, ব্যাভিচাৰ চলিব ধৰিছে তাৰ গম তাই বাৰু পাব কেনেকৈ? এই কৃত্ৰিম সৌন্দৰ্যৰ অন্তৰালত বিষাক্ত ব্যাভিচাৰ বিদ্যমান। এই পাপে নগৰবাসীৰ অন্তৰ, মন আৰু আত্মা কলুষিত কৰিব ধৰিছে। বাহ্যিক আৱৰণ দেখি ভোল যাবলৈ তাই সুবিধা পালে কিন্তু ভিতৰৰ কদৰ্য্য ৰূপ দেখাৰ সৌভাগ্য বা দুৰ্ভাগ্য তাইৰ নহ'ল।

এনে ভাবে বাহ্যিক ৰং ৰূপত হৈ-চৈৰ মাজেৰে এ সপ্তাহ অতিবাহিত কৰি যেতিয়া তাই আহি নিজ গাঁওখনি পালে; দেখিলে তাত চহৰৰ সেই কলৰব নাই , মুখৰতা নাই, -আছে নিস্তব্ধতা, আছে মাথো নিৰ্জনতা। মাকহঁতৰ লগত আহি তাই ঘৰ পালে। সৰু বৌৱেকে মৰম কৰি বহুতো কাপোৰ তাইক কিনি দিছিল; তাই সেইবোৰ লৈ আহিল। বীৰেনে তাইৰ কাণত পিন্ধিবৰ বাবে সোণৰ এযোৰ দুল উপহাৰ দিলে। সৰু বৌয়েক আৰু সৰু ককায়েকৰ মৰমে তাইৰ মাতৃহীন মলিন অন্তৰখনি উজ্বল কৰি তুলিলে। তাইৰ এনে আনন্দমুখৰ চেহেৰা দেখি মাকৰ পেটে পেটে ঈৰ্ষা উপজিল। অৱশ্যে তেওঁক আৰু তেওঁৰ ল'ৰা-ছোৱালীকো যে যথেষ্ট দিছে এই কথা তেওঁ অস্বীকাৰ কৰিব নোৱাৰে।

ঘৰ পাই তাই কাপোৰ সলাই উঠিছেহে মাত্ৰ, এনেতে অৰ্জ্জুনে আহি খবৰ দিলে যে ককায়েকৰ জ্বৰ। আজি কেবাদিনো হ'ল। ককায়েকে ভুল বকে। প্ৰলাপ বকে।

ডাক্তৰে কিবা ম্যাদি জ্বৰ বুলি হেনো কৈছে। অৰ্জ্জুনে যেতিয়া পবনৰ আগত এনেকৈ কবলৈ ধৰিছে, তেতিয়া উমাই ককায়েকে দিয়া দুলযোৰ কাণত পিন্ধি কেনে শুৱনি হৈছে তাকে চাবলৈ ডাঙৰ আয়নাখনৰ সমুখত থিয় হৈ চাবলৈ ধৰিছে। অৰ্জুনৰ কথা কাণত পৰি তাই সহা কৰ্ণীয়া হৈ অলপ থিয় হ'ল আৰু তাৰ গোটেই কথাখিনি শুনি ললে। তাৰ কথা শুনি তাইৰ অন্তৰৰ সমস্ত আনন্দ যেন পলকতে চূৰমাৰ হৈ গল। তাইৰ মন অধীৰ হৈ উঠিল। বলোক চাবলৈ তাইৰ প্ৰবল হেপাহ জন্মিল। কিন্তু যায় কেনেকৈ? ইফালে বলোই তাইক দেখিব নোৱাৰা হৈছে, আনফালে তাই যোৱা কথা মাকে জানিলে তাইৰ আৰু ৰক্ষা নহ'ব। মহা সংকটত পৰিল উমা। তাই অৰ্জ্জুনক নিজৰ কোঠালৈ মাতি নি সুধিলে-

"ককায়েৰাৰ কি হৈছে অৰ্জ্জুন?"

"জ্বৰ হৈছে বাইদেউ।"

"কোনে চিকিৎসা কৰিছে?"

" ডাক্তৰে।"

"ঔষধ পথ্য কোনে খুৱায়?"

"মই খুৱাওঁ, আৰু তহঁতৰ খুৰায়ো গৈ খুৱায়।"

"আমাৰ পিতাই যায় নেকি?" বৰ উৎস্যুকেৰে সোধে তাই।

"দিনে দিনে যায়। ৰাতি হ'লে ফিৰি আহে। এই কেইদিন দেখো খুৰাই আমাৰ তাতেই আছে ; ৰাতি ভাত খাবৰ সময়তহে ফিৰি আহে। আজি বকিব ধৰিছে। খুৰা নগলে মোৰ বৰ ভয় লাগে বাইদেউ । খুৰা ক'লৈ গ'ল? মই তেওঁক নিবলৈ আহিছো।" তাৰ মাতত উদ্বিগ্নতা। উমাৰ ধমনিত তেজৰ গতি খৰ হোৱা যেন অনুমান হয়। তাই তাৰ ওচৰলৈ আহি উদ্বিগ্নতাৰেই কয়- "বাৰু মই এতিয়াই পিতাক পঠাই দিম।" এনেকৈ কৈ তাই পিতাকক চাবলৈ ধৰে। তাইৰ দুখ লাগিছে যদিও এটা সান্ত্বনা আছে যে পিতাকে বলোৰ শুশ্ৰূষা কৰিছেগৈ। তাইৰ ভাল লাগে। সি যিকি নহওক পিতাকে বলোক ভাল পায়। এই চিন্তাই তাইৰ বুকখনি যেন আনন্দেৰে পুৰ কৰি তুলিলে। এনেতে অৰ্জ্জুনে মাত লগালে -। "তুমি নোযোৱা নেকি বাইদেউ? ককাইদেৱে সদায় তোমাৰ কথা কৈ বকি থাকে-"

এইবাৰ তাইৰ আৰু ধৈৰ্য্য নৰ'ল। দুই চকুৰে দুধাৰী চকুলো বৈ পৰিল। উমাৰ চকুত চকুলো দেখি অৰ্জ্জুনে ভয় খালে। কিয় কান্দে উমাই? সি কিবা দুখ লগা কথা ক'লে নেকি? সি ভাবে । কিবা জগৰ লগোৱা কথা কোৱা বুলি ভাবি সি তাইৰ মুখলৈ চাই ৰয়। উমাই তাৰ ওচৰলৈ আহি মূৰত ধৰি পিহি পিহি কয়- "মই যাম অৰ্জ্জুন। তই গৈ ককায়েৰাক কবি যে বাইদেউ গুৱাহাটীৰ পৰা আজিহে আহি পাইছে। গধূলিৰ আগে আগে আহিব।"

"তুমি গ'লে ভাল হ'ব বাইদেউ; বাৰ্লিখিনিও তুমি তৈয়াৰ কৰি দিব পাৰিবা। আজি কাঞ্চন পেহীয়ো অহা নাই।"

কাঞ্চন পেহীৰ নাম শুনি উমাৰ গা শিয়ঁৰি উঠিল। সেই কাঞ্চন পেহী? তায়ে তাইৰ চৰিত্ৰত কলঙ্ক আনিছে । তাইৰ কথা মনত পৰাৰ লগে লগে উমাৰ মন কোঁচ খাই গ'ল। কিছুপৰ নিটাল মাৰি তাই পুনৰ সুধিলে-

"কাঞ্চন পেহী তহঁতৰ তালৈ যায়?"

"নিতৌ যায় আৰু ককাইদেউক পথ্যপাতি খুৱায়। কাঞ্চন পেহী নহ'লে আমাৰ বৰ দিগদাৰ হ'লহেঁতেন। ককাইদেউৰ কানি কাপোৰবোৰো পেহীয়ে ধুই দিয়ে। মোক ভাত ৰান্ধি দিয়ে। ককাইদেউক পথ্য তৈয়াৰ কৰি খুৱায় আৰু ৰাতি হ'লে মোৰ লগত ৰখি থাকে। বুঢ়ী মানুহ! থৰকবৰক্ কৰি কাম কৰি ভাগৰ লাগি ফোপাই থাকে আৰু কাঁহে। পেহীৰো গা বেয়া হ'ব যেন পাইছো।"

অৰ্জ্জুনৰ কথা শুনি উমা স্তম্ভিত হৈ যায়। কাঞ্চন পেহীয়ে বলোৰামৰবেমাৰত ইমান খাটিছে! তাইৰ মনৰ গতি সলনি হয়। যি বলোৰামক তাই ইমান ভাল পায় সেই ভাল পোৱাৰ পাত্ৰজনক পেহীয়ে বিপদৰ সময়ত এনেদৰে শুশ্ৰূষা কৰিছে। তাইৰ অন্তৰৰ ভয় আৰু ঘৃণাৰ ভাব ক্ৰমে আতঁৰি গ'ল। পেহীয়ে তেন্তে বলোৰামক মৰম কৰে, ভাল পায়? যদি সেয়ে হয় তেন্তে সেয়ে যথেষ্ট তাইৰ বাবে। তাইৰ বদনাম কৰক তাত আপত্তি নাই, যদি পেহীয়ে বলোৰামক ভাল পায়, মৰম কৰে। এনে ভাব পৰিবৰ্ত্তন দেখি অৰ্জ্জুনে ক'লে "তেন্তে মই এতিয়া যাওঁ বাইদেউ; খুৰাদেউক যাবলৈ কবা।"

"বাৰু, ৰাতি হ'লে কোন থাকে বেমাৰীৰ লগত?"

"কোন আৰু থাকিব? আমাৰতো নিজা মামা নাই; হাতীৰ মাউত ধৰম মামা থাকে। ৰাতি ৰাতি সদায় তেওঁ আহি ককাইদেউক ৰখে। ধৰম মামা নহ'লে জানো মই ৰাতি অকলে থাকিব পাৰো?"

"বৰ ভাল পালো।" উমাই শলাগে।

ধৰম মহাজনৰ হাতীৰ মাউত। বলোহঁতৰ একো সম্পৰ্কীয় নহয়। এনেয়ে বলোহঁতে তেওঁক মামা বুলি মাতে। ধৰম মানুহজন সঁচাকৈয়ে ধৰমেই। মানুহৰ বিপদ আপদ হ'লে ধৰমে নিজক বিপন্ন কৰি হ'লেও সহায় কৰে। সহজ সৰল পৰোপকাৰী ধৰমক মানুহে সাক্ষাৎ ধৰ্ম্মৰাজ যেন দেখে আৰু মৰম চেনেহ কৰে। আগৰজনী ঘৈণীয়েক মৰাত এতিয়া এজনী ধেমনী আনিছে-মানে বাঁৰী তিৰোতা এগৰাকী চপাই আনিছে। তাইৰ লগত প্ৰথম পক্ষৰ এজনী ছোৱালী আহিছে। নিৰাশ্ৰয়া বিধবা গৰাকীয়ে স্ব-ইচ্ছাৰেই অহা দেখি ধৰমে একো আপত্তি নকৰিলে। ধৰমে ক'লে -"তুমি যদি থাকিবলৈ ইচ্ছা কৰা তেন্তে আহা। মোৰ ঘৰখনত কোনো নাই- ভাইহঁত বেলেগ হৈ গৈছে। তুমি কিন্তু মোৰ লগত কষ্ট পাবা,কাৰণ মই হাতীৰ মাউত মানুহ; হাতীৰ লগতে ঘুৰি ফুৰিব লাগে। মাজে সময়ে তুমি দিগদাৰ পাবা। মই হাতীৰ লগত চিকাৰলৈ গ'লে তুমি অকলে থাকিব লাগিব। ভয় কৰা নেকি?"

"একো ভয় নকৰো। ওচৰত ইমান মানুহ আছে, কিহৰ ভয় কৰিম? মানুহ থাকিলে ভয় লাগেনে?"

"মানুহ থাকিলেতো ভয় লাগে। মানুহকতো ভয় হয়। অইন জন্তুৰ এটা নিয়ম আছে, ধৰ্ম্ম আছে, কিন্তু এই পথালিচকুৰা মানুহৰ একো নিয়ম নীতি নাই; কোনো ধৰ্ম্মাধৰ্ম্ম নাই । নিজৰ য'ত সুবিধা হয় মানুহে তাকে কৰে। সেয়ে মানুহৰ নিয়ম, ধৰ্ম্ম। মানুহৰ ভিতৰৰ ধৰ্ম্ম নিজৰ সুবিধাৰ কাৰণে কৰা ধৰ্ম্ম -আচল ধৰ্ম্ম নাই।"

"মই মানুহক ভয় নকৰো।"

"এৰা জেতুকীবায়েও মানুহক ভয় নকৰে। পিচে জেতুকীবায়ে মানুহক বিশেষকৈ ডেকা মানুহক ভেড়া কৰিব পাৰে; তুমি পাৰিবা জানো?"

"মোকনো তুমি জেতুকীৰ লগতহে তুলনা কৰিলানে? জেতুকীৰ দৰে হোৱা হ'লে পৰৰ ঘৰলৈ নাহি ঘৰলৈকে পৰক আনিলোহেঁতেন। তুমি মোক তেনে কথা কিয় কোৱা?

যদি তোমাৰ ৰাখিবলৈ ইচ্ছা নাই , তেন্তে মই যামগৈ। বৌইতে গালি পাৰি থাকে বাবেহে আই-ভাইৰ ঘৰত থাকিবৰ মন নাই।" তাইৰ চকুৰে দুধাৰী চকুলো বৈ আহে। তাই আৰু ক'ব নোৱাৰিলে। জেতুকীৰ লগত তুলনা দি চৰিত্ৰহীনা বুলি ক'বৰ ভয়ত তাইৰ অন্তৰ কান্দি উঠিল। তাইৰ অন্তৰৰ বেদনা বুজি ধৰমে কাষলৈ আহি মৰমেৰে কলে-"তুমি মানুহজনী বৰ হোজা; অলপ কিবা কলেই কান্দি পেলোৱা। মই জানো তোমাক জেতুকীৰ লগত তুলনা কৰিছো? আহা তুমি নাকান্দিবা। আজিৰ পৰা এই গৃহস্থী তোমাৰ। চাও, ছোৱালীজনীক দিয়াচোন।" সি তাইৰ কোলাৰ পৰা ছোৱালীজনীক আনি নিজে কোলত লয়। তাৰ পিছত কয়- "যোৱাচোন একাপ চাহ কৰি আনাগৈ। ন-কইনাৰ হাতে প্ৰথমে চাহকে খাই লওগৈ।" তাৰ এনে সোহাগভৰা আদেশত তাইৰ অন্তৰত আনন্দ লাগিল। কান্দোনৰ পৰিবৰ্ত্তে হাঁহি বিৰিঙিল। তাই পেটে পেটে খুচি হৈ গৈ চাহ কৰিব ধৰে। কিছুপৰ পিছত চাহ কৰি আনি তাৰ আগত দি, ছোৱালীজনীক তাৰ কোলাৰ পৰা নিজৰ কোলালৈ নিবলৈ বুলি কয়-"চাহ খোৱা, ছোৱালীজনীক মোক দিয়া।" সি হাঁহি উত্তৰ দিয়ে-"চাহ কাপ ভেটি দি ছোৱালীজনী সৰকাব খুজিছা নেকি?" সি হাঁহে।

"ইচ্ কি কথানো কয়। " তায়ো হাঁহে।

সি ছোৱালীজনীক কোলাত লৈয়ে চাহ খাবলৈ ধৰে। কাষতে থিয় হৈ থাকে ঘৈণীয়েক। চাহ খাই খাই ঠাট্টা কৰি সি কয়-

"ভালেই হ'ল। তোমাৰ মৰদ মৰিল আৰু মোৰো তিৰি মৰিল। এতিয়া তুমি যদি বিধবা, মই তেন্তে কি? তুমি হলা বিধবা তিৰোতা আৰু মই হলো বিধবামতা। গতিকে দুয়ো লগ হৈ দুয়োৰো বিধবা দোষ দুটা কটাকটি কৰি কেৱল তিৰোতা-মতা হৈ থাকো। তুমি কেনে দেখা?" তাৰ ৰগৰ শুনি তাইৰ হাঁহি উঠে। হাঁহি হাঁহি ক'লে-

"হাতীৰ লগত থাকি হাতী হৈ যোৱা বুলিহে ভাবিছিলো, পিছে হাতী হোৱা নাই, মানুহ হৈয়ে আছে দেখিছো।"

"ইমান দিন মানুহ হৈয়ে আছিলো; আজিৰ পৰাহে হাতী হ'ম।"

"কেনেকৈ?"

"তুমি মাউত হ'লে। হাতীৰ মাউত মই, মোৰ মাউত হ'লা তুমি। গতিকে মই আজিৰ পৰা হাতী হ'লো।"

"তিৰোতা পুৰুষৰ মাউত নেকি?"

"এৰা । হাতীৰ দৰে উঠ বুলিলে উঠে আৰু বহ বুলিলে বহে তেন্তে পুৰুষবোৰ তিৰোতাৰ হাতী নহেনো কি? বিয়া কৰাই ঘৈণী অনা মানে মাউত অনা আৰু বিয়া কৰোৱা মানে হাতী হোৱা ।

তাৰ ব্যঙ্গ উক্তিত ঘৈণীয়েকৰ বৰ হাঁহি উঠিল। ক'লে -"চুপতি মাৰিব নালাগে, মোৰ ছোৱালীজনীক মোক দিয়া; তাইক পিয়াহ খুৱাব লাগে।" হাঁহি মাৰি সি উত্তৰ দিয়ে- "আজিৰ পৰা এইজনী ছোৱালী অকল তোমাৰে নহয়- মোৰো ভাগ হ'ল। অকল তোমাৰ বুলিয়ে নকবা।"

এনেভাবে তাৰ দ্বিতীয় সংসাৰ আৰম্ভ হৈছে। অৱশ্যে ভাগ্য ভাল দ্বিতীয় পক্ষৰ হ'লেও ঘৈণীয়েকজনী ভালেই পালে।

ধৰমক সকলোৱে আদৰ মৰম কৰে। মহাজনেও নিজৰ মানুহৰ দৰে যেন ভাবি হাতীটো চমজাই দিছে। মানুহৰ বিপদ-আপদে সি এনেকৈ সহায় সাৰথি হয়। সি অহা বুলি শুনি উমাৰ বৰ ভাল লাগিল। সাহ হ'ল যে ৰাতি আৰু অৰ্জ্জুনহঁত অকলশৰীয়া নহয়— আশ্ৰয় আছে।

এনেতে উমাৰ পিতাক আহি পালে। পিতাক অহা দেখি উমাই বাহিৰ ওলাই আহি অৰ্জ্জুনক দেখুৱাই দিলে- " ই মোক নিবলৈ আহিছে পিতা। ককায়েকৰ বোলে। জ্বৰ মই এবাৰ যামনে?"

পিতাকে জীয়েকৰ প্ৰশ্ন শুনি এবাৰ জীয়েকৰ ফালে চালে আৰু এবাৰ অৰ্জ্জুনৰ ফালে চালে। তেওঁ জানে যে উমা আৰু বলোৰ ভিতৰত খুব মিল আছে। বেমাৰৰ ভিতৰত বলোই প্ৰলাপ বকিছিল আৰু যোৱা পৰহি সি প্ৰলাপতে কৈ উঠিছিল-"উমা তই মোক পাহৰি গলি? ড্ৰাইভাৰৰ টকা দেখি মোক এৰিলি? তই এনেকৈ ঠগিলি কিয়? তাৰপিছত অলপ তলকা মাৰি আকৌ ক'লে -"ড্ৰাইভাৰ, তোক মই সুদাই নেৰো। তই মোৰ কলিজাত কামোৰ মাৰিছ। তোক মই........। " দাঁত চিপি কৰমৰাই উঠে। মাউতে হেঁচি ধৰে। সি ক্ৰমে দুৰ্ব্বল হৈ আহে। অচেতন হৈ আহে। বহুত পানী ঢলাৰ পিছতহে চুৰ্ত্তি আহিল। এইবোৰ কাণ্ড দেখি মধুনাথে মূৰে-কপালে হাত দিছিল। মাউতেও বৰ বেজাৰ কৰিছিল। এনে অৱস্থাত জীয়েকে এনে প্ৰশ্ন কৰাত তেওঁ একো উত্তৰ বিচাৰি নাপালে। এনেভাবে ইতস্ততঃ কৰি থাকোতে জীয়েকে আকৌ বৰ কাতৰ সুৰেৰে অনুৰোধ কৰিলে-

"গধূলিৰ আগে আগে ঘূৰি আহিম। যামনে পিতা?"

জীয়েকৰ কাতৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি পিতাকে ক'লে-

"যা তেন্তে। কিন্তু গধূলিৰ আগে আগে ফিৰি আহিবি আই। ৰাতি হ'লে মই যাম। এতিয়া ময়ো ককাইদেউৰ তাৰ পৰা আহোঁগে।" এনেকৈ কৈ তেওঁ এবাৰ জীয়েকৰ ফালে চাই ভিতৰলৈ সোমাই যায়।

পিতাকৰ অনুমতি পাই উমাৰ বৰ আনন্দ লাগিল। তাই যাবৰ বাবে খৰধৰ কৰিলে। অৰ্জ্জুনক ক'লে- "তই যা অৰ্জ্জুন; ককায়েৰাক কিবা লাগিব পাৰে। মই পিছতে গৈছো যা।"

তাইৰ কথামতে অৰ্জ্জুন বেগাই যায়।

তাই নিজৰ কোঠালিত সোমাই কাপোৰ কানি পিন্ধিব ধৰিলে। কাপোৰ কানি পিন্ধি সাইলাস অপ্চৰীজনী যেন ধুনীয়াজনী হৈ উমা ওলাই আহিল। তাইৰ এনে ৰূপসজ্জা দেখি মাকে নজৰ কৰিলে। বাহিৰলৈ ওলাই আহি মাকে সুধিলে-"কলৈ যাবলৈ ওলাইছ উমা?"

"বলোককাইৰ বোলে বৰ টান জ্বৰ। অৰ্জ্জুনে মোক নিব আহিছিল। পিতাই যাবলৈ কৈছে।"

বলোৰামৰ তালৈ যাবলৈ ওলোৱা শুনি মাকে মুখখন এপাচিমান বহল কৰি কৈ উঠিল-"বলোৰ জ্বৰ হৈছে,তই ঔষধ দিবলৈ যাব নেকি? এনে বেজনো তই কোন দিনৰ পৰা হলি? বলোৰ জ্বৰ হৈছে; খবৰ ল'ব লাগে। আমি নাই? পিতাৰ আছে, মাৰ আছে; এনেস্থলত তই গাভৰু ছোৱালীজনীনো কিয় যাব লগা হ'ল। এনে নিলাজ ছোৱালীও থাকেনে? এইমাত্ৰ আহি পাইছ গুৱাহাটীৰ প ৰা ফুৰি ফুৰি। ফুৰাৰ ইচ্ছা পলোৱা নাইনে? তেনেহ'লে পথাৰে পথাৰে বিহুমাৰি ফুৰ গৈ বেটী নিলাজী।"

মাকৰ এনে কটুকথা শুনি তাই বজ্ৰপৰা মানুহৰ দৰে থিয় হৈ ৰ'ল। একো কবলৈ নোবাৰিলে। পেটে পেটে তাইৰ অতিপাত খং উঠিল। মূৰটো যেন আচন্দ্ৰাই কৰি আনিব ধৰিলে। কিছুপৰ পিচত তাই খঙতে উত্তৰ দিলে- "বেমাৰীৰ খবৰ লবলৈ যাওতে বিহুমাৰিবলৈ যোৱা হ'লনে? ইমান কথা বকিব লাগিলনে? নাযাও মই ক'লৈকো।" তাই উচাৎ মাৰি গৈ ঘৰ সোমাল। আজি হঠাতে উমাৰ ইমান খং উঠা দেখি মাক স্তম্ভিত হৈ গ'ল। কথাবাৰ ভাল নহ'ল বুলি বুজিব পাৰিলে। সেই দেখি অলপপৰ পিচতে তাইৰ কোঠাৰ দুৱাৰ মুখলৈ আহি নৰম সুৰত ক'লে-"মই চাও ভালক, আৰু তই চাব খালক? মই কিবা এনেয়ে কৈছোনে। তালৈ গ'লে ড্ৰাইভাৰে বেয়া পাব ভাবিহে তেনেকৈ মানা কৰিছো।"

ড্ৰাইভাৰে বেয়া পাব বুলি কোৱাত উমাৰ খং দুগুনে চৰিল। "ড্ৰাইভাৰে বেয়া পাব। পাওক ড্ৰাইভাৰে বেয়া; তাৰ ভাল পোৱা, বেয়া পোৱাৰ লগত মোৰ কি সম্বন্ধ?"

"কি সম্বন্ধ? সম্বন্ধ আজি হোৱা নাই; দুদিন পিচত হ'ব। তেতিয়াহে বুজি বি তাৰ ভাল পোৱা বেয়া পোৱাৰ লগত তোৰ সম্বন্ধ আছেনে নাই।"

"যেতিয়া হয় তেতিয়া হ'ব, সেই বুলি এতিয়াৰ পৰাই মই লোকৰ মন যোগনীয়াৰ হৈ থাকিব নোৱাৰো। তেনে কথা মোক নকবি—।" তাইৰ খং দেখি মাকে ভয় পালে জানোচা ইয়াৰ বাবে খং কৰি তাই ড্ৰাইভাৰক কিবা অপমানে কৰে? তাই তেনে কৰিবও পাৰে কাৰণ বীৰেন ঘৰতে আছে। যদি বীৰেনৰ আগত ড্ৰাইভাৰৰ কথা লগায়? ভয়ত মাহীমাকে তাইক আৰু নবকিলে। ইফালে উমাই কাপোৰ সলাই পেলালে। তাকে দেখি মাহীমাকে ক'লে-"ইমাননো খং কৰিব নাগেনে মোৰ আই ; যাবলৈ খুজিছ যা, সোনকালে আহিবি। গধূলি হ'লেই। ইফালে গাৰ ভাগৰ মৰাই নাই।"

উমাই গোমোঠা মুখ কৰি উত্তৰ দিলে- "নাযাও ক'লৈকো।"

"খং নকৰিবি। যা, সোনকালে আহ গৈ।" মাহীমাকে অনুৰোধৰ সুৰত কয়।

"নালাগে ;তোৰ ড্ৰাইভাৰকে আগেয়ে সুধি আহ্ গৈ মোক যাবলৈ দিয়ে নে নিদিয়ে।" উমাই উপহাসমিশ্ৰিতসুৰে উত্তৰ দিয়ে। খঙৰ বেগত তাচ্চিল্য কৰি কয়। মাহীমাকেসেমেনা-সেমেনি কৰি দুই এখোজ পিচুৱাই গ'ল; বুজিলে আজি কথা বিষম! এই নিমাতীজনীৰ আজি মুখ ফুটিছে যেতিয়া কথা গুৰুতৰ হ'ব। পেটে পেটে তেওঁ ভয় পালে। সেই দেখি নৰম সুৰত পুনৰ ক'লে- "ড্ৰাইভাৰক সুধিহে যাবিনে? মোক খং কৰি ক'ব নালাগে যা। সোনকালে আহগৈ। ৰন্ধা বঢ়াৰ যোগাৰ কৰিব লাগিব।"

এনেকৈ অনুৰোধৰ সুৰত নৰমভাৱত কথাখিনি কৈ তেওঁ ভিতৰ সোমাল। উমাৰ কিন্তু খং নপলাল। তাই খঙতে গৈ বিচনাত বাগৰ দিলে।

ইফালে অৰ্জ্জুনে গৈ বলোৰ আগত খবৰ দিলে যে উমাহঁত আহিছে-

"ককাইদেউ, উমা বাইদেউহঁত পূজা চাই আহিছে। খুৰা ঘৰত নাই ; আহিলে আহিবলৈ কৈ আহিছো। উমা বাইদেউ এতিয়াই আহি পাব।"

উমা অহা খবৰ শুনি বলোই বৰ ব্যগ্ৰহৈ সুধিলে-"উমা আহিছে অৰ্জ্জুন?"

"হয়; আহিছে ককাইদেউ।"

"এতিয়াই ইয়ালৈ আহিব বুলি কৈছেনে?"

"এতিয়াই আহিবলৈ ওলাইছে।"

"মিছা কথা অৰ্জ্জুন; উমা ইয়ালৈ নাহে।"

"মোৰ আগতে যে আহিম বুলি ক'লে ককাইদেউ?"

"নাহে, কেতিয়াও আহিব নোৱাৰে। ড্ৰাইভাৰে তাইক কিয় আহিবলৈ দিব? তাই কেতিয়াও আহিব নোৱাৰে।"

"উমা বাইদেউ আহিব, ড্ৰাইভাৰে কেনেকৈ ৰাখিব? উমা-বাইদেউৰ ওপৰত ড্ৰাইভাৰৰ কি স্বত্ব আছে?"

"স্বত্ব আছে অৰ্জ্জ্ুন; সম্পূৰ্ণ অধিকাৰ আছে। সেই বাবেইতো তাই আহিব নোৱাৰে।"

"নহয়; আহিব, আপুনি চাই থাকক ককাইদেউ, এতিয়াই বাইদেউ আহি ওলাব।"

সি ককায়েকক এনেকৈ নদি কৈ বাহিৰলৈ যায়গৈ কিজানি উমা আহিলেই। বাটলৈ গৈ সি গল মেলি মেলি চায়-খুকুৰীয়াই খুকুৰীয়াই চায়।

উমা আহিব বুলি শুনি বলোৰামৰ মনটো যে কেনে কেনে লাগিল। তাৰ মৰমৰ উমা আহিব-তাৰ গাত হাত বুলাই দিব, আদৰ কৰিব, তাৰ বেমাৰী শৰীৰ দেখি দুখ কৰিব, নধৰ নপৰ কৰি ইবিধ সিবিধ কৰি দিব, পথ্য খুৱাব , নাখালে পীড়াপীড়ি কৰিব মৰমৰ সুৰত। গাৰ কানিকাপোৰবোৰ ভালকৈ জাপি দি মূৰ শিতানত বহি মূৰ পিহি সুধিব- কিমান দিনৰ পৰা জ্বৰ হ'ল? উহ! একেবাৰে শুকাই খীণাই গ'ল। এতিয়া গা কেনে পাইছা? আই ঔ দেহি! এই বেমাৰী এৰি থৈ মই পূজা চাবলৈ গৈছিলো ! তাইৰ মৰমত অভিমান কৰি সি ক'ব - "মোৰ কোনো নাই ;মই ঘাটমাউৰা। মোৰ কোনো আপোনো নাই; নহলেনো আজি ইমান দিনে এজন মানুহো নাপাওনে মাত এষাৰি দিবলৈ? মই অকলশৰীয়া হতভগা জীউ!" সি এনেকৈ কৈ ওলোতা মুখ দিব। তাই আৰু সহিব নোৱাৰি অভিমান কৰা বুলি বুজি পাই গাতধৰি বাগৰ সলাই দিব আৰু নিজৰ কোলালৈ মূৰটো আনি কোলাত লৈ মৰমতে গালত হাত বুলাই ক'ব- আই ঔ মোৰ বুকুৰ জীউটি! তাৰ পিচত সি নামাতিলে তাৰ ফালে সজল চকুৰে চাই ক'ব- ইমান অভিমান? মই জানো জ্বৰ হোৱা খবৰ পাইছিলো? মই যোৱাৰ পিচত কি হৈছে, কেনেকৈ জানিম? এনেকৈ বিনাদোষত খং কৰিলে মই জানো অন্তৰত দুখ নাপাও? মোৰ জানো ব্যথা নালাগে?" তাৰ অন্তৰত এনেবোৰ আবেগময় চিন্তা প্ৰবাহিত হয়। তাইৰ এনে আবেগমিশ্ৰিত বাণীত তাৰ হৃদয় শাত পৰি যাব। সি তাইৰ ধুনীয়া মৰম লগা, মায়াসনা মুখখনলৈ একেথৰে চাই থাকিব। তাই তেতিয়া ক'ব– " আই ঔ, মোৰ দেহিঔ! তুমি মোক কিয় এনেদৰে পাগলী কৰি মাৰা?" তাৰ পিচত সি তাইৰ ফালে চাই মিচিককৈ হাঁহি মাৰি দিব। তেতিয়া তাই তাক চেপি ধৰিব, সাবটি ধৰিব, জোৰেৰে– আৰু জোৰেৰে।

এনেবোৰ চিন্তাই তাৰ মানোজগতত খেলা কৰে। বেমাৰী শৰীৰত মন বৰ

আবেগপ্ৰৱণ আৰু কল্পনাবিলাসী হৈ উঠে। সুখাভিলাষী মনে কল্পনাৰে সাজি লয় সুখ-আনন্দৰ একোখনি নন্দন কানন। কিন্তু এই কল্পনাৰ কাৰেং ঘৰ যেতিয়া বাস্তৱত পৰিণত নহয় তেতেয়া আহি পৰে অভিমান আৰু সেই অভিমানৰো আৱদাৰ ধৰিব নোৱাৰিলে অভিমানে গৈ পৰিণত হয় ক্ৰোধত। সেইবাবেই বেমাৰীবিলাকৰ অভিমান বেচি আৰু অতি সোনকালে খং উঠাৰ কাৰণো এয়ে।

উমাক কেন্দ্ৰ কৰি বলোৰামৰ মনত যেন ইন্দ্ৰজাল ৰচনা হ'ল;তাৰ ফলত উমাৰ প্ৰতি থকা ঘৃণা, সন্দেহ আদি সকলোবোৰ কুভাব বলোৰামৰ মনৰ পৰা নাইকিয়া হৈ গ'ল। আজি যেন হঠাতে উমা আহি তাৰ অন্তৰত দেৱী প্ৰতিমা হৈ বহিল। এই দেৱীৰ দৰশন যেন তাৰ চিৰকাম্য আছিল। উমাৰ চিন্তাত তাৰ মন আকুল হৈ উঠিল।

উমা- দৰশনৰ প্ৰবল আকাঙ্খাই তাক আতুৰ কৰি তুলিলে। সময় যিমানে অতিবাহিত হয়, মনৰ হেপাহৰ প্ৰবলতা তিমানে প্ৰবল হৈ আহে। সি ঘনে ঘনে চকুমেলি দুৱাৰমুখলৈ চায় কিজানি উমা আহি পালেই! উচপিচ কৰি ইবাগৰ সিবাগৰ কৰে সি। বাটলৈ কাণ পাতে কিজানি তাই অহা কিবা শব্দ পায়। চোতাললৈ খুকুৰীয়াই চায় কিজানি তাই আহিছে। অধীৰ অপেক্ষা । তাৰ মনৰ মাজত উমাৰ উপস্থিতি কামনা অতি ক্ষীপ্ৰ। কিন্তু বাহিৰত তাৰ চিন মোকামেই নাই। লাহে লাহে গধূলি হৈ আহিল তথাপি উমাৰ দেখাদেখি নাই।

বলোৰ মনত নানা চিন্তাই ভুমুকি মাৰিলে। উমা কিয় নাহিল? অৰ্জ্জুনে মিছা কথা ক'লে নেকি? নাই , সি কেতিয়াও মিছা নকয়। সি দুষ্ট, কিন্তু মিছলীয়া নহয়। তেন্তে তাইৰ কিবা হ'ল নেকি? মাকে বাধা দিলে নেকি? পিতাকে কিবা ক'লে নেকি? কিয় আহি পোৱা নাই তাই? মনৰ এই উগুল-থুগুল ভাব দমাব নোৱাৰি অৰ্জ্জুনক মাতি আনি সুধিলে- "কতা অৰ্জ্জুন, উমা যে এতিয়াও আহি নাপালে? তোৰ আগত আহিব বুলি কোৱা নাছিল নেকি?"

"আহিম বুলি কৈছিল ককাইদেউ, কানি কাপোৰ পিন্ধিবও ধৰিছিল।"

"তেন্তে এতিয়াও আহি নাপালে কিয়?"

"ক'ব নোৱাৰো ককাইদেউ।"

"গধূলি হ'ল। তই অলপ আগবাঢ়ি চাই আহ গৈ।"

"বাৰু।" সি বাটে বাটে উমাক চাই চাই উমাহঁতৰ ঘৰমুখে গৈ থাকে।

ইফালে গধূলিৰ আগে আগে ড্ৰাইভাৰ আহি উপস্থিত উমাহঁতৰ ঘৰত। উমাৰ মাহীমাকে ড্ৰাইভাৰক বাৰান্দাতে এখন পীৰা দিলে বহিবলৈ। ড্ৰাইভাৰ বহিল। উমাৰ মাকে মজিয়াত বহি শেৱালিক গাখীৰ খুৱাই আছে। দুৱাৰখন মেলি ড্ৰাইভাৰৰ

সমুখাসমুখীকৈ বহি মেল কৰিব ধৰিছে। সি ক'লে--

"মই সিদিনা আপোনালোকক গুৱাহাটীত থৈ আহি পোনে পোনে শিলৰ কুৱেৰী লৈ যাব লগা হ'ল। আজিহে আহি পলো। আহিয়ে মই মহাজনক কৈছিলো যে লৰীখন লৈ মই গুৱাহাটীলৈ যামগৈ আৰু সৰু বৌইঁতক আনিম। সৌভাগ্যবশতঃ মই যাবলগা নহ'ল, আপোনালোকে নিজেই আহিল। ভালেই হ'ল।"

"এৰা আহিলো বোপা ;সেই টাউন চহৰ ঠাইত কেনেকৈ বেছি দিন থাকিব? থাকিবৰতো মনেই; চাবৰো মন; পিচে খৰচ-পাতিৰ কথাহে টান। বীৰেনবোপাৰ বহুত খৰচ কৰিলো। লোকৰ ধন খৰচ কৰি ভাল নালাগে। সেই দেখি গুচি আহিলো। বীৰেনে হ'লে কেইদিনমান ৰাখি আৰু কিবাকিবি দেখুৱাৰ মন কৰিছিল, পিচে ময়ে সন্মত নহলো, কাৰণ ইফালে তাৰ টকা খৰচ হয় আৰু আনফালে মোৰ ঘৰখনত কোনো নাই, পিতাকৰ কষ্ট হয়; সাতে পাঁচে ভাবি গুণি চাই গুচি আহিলো।"

"ভালেই কৰিলে। পিচে জীয়েক ক'লৈ গ'ল? আহিছেনে নাই?"

"নাহিনো ক'ত থাকিব বোপা? লগৰ মাল লগতে আনিছো।" তাৰ পিচত উমাক মাতে- "উমা, আহচোন, অলপ চাহ পানীকে কৰি দেহি। ড্ৰাইভাৰ বোপাও আহিছে।"

উমাই তাইৰ কোঠালিৰ পৰা উত্তৰ দিয়ে- "মই নোৱাৰো" মাকে তাইৰ খং উঠা গম পাইছে, গতিকে নৰমসুৰত আকৌ কয়–

"গধূলিও হ'ল। চাকি জ্বলাব লাগে। চাকিগছকে জ্বলাই দে আহি আই। ভোকো লাগিছে; ভাগৰো লাগিছে। কোনো ৰকমে ভাত দুটা সোনকালে ৰান্ধিব পাৰিলে ৰক্ষা পৰো।"

এইবাৰ উমাই একো উত্তৰ নিদিলে। উঠি আহি চাকি জ্বলাবৰ দিহা কৰিলে। এন্ধাৰ হৈ আহিছে। তাই ড্ৰাইভাৰৰ আগেৰে ওলাই গ'ল। তাকে দেখি ড্ৰাইভাৰে এটা মিচিকিয়া হাঁহি মাৰি সুধিলে–

"গুৱাহাটীনো কেনে দেখিলা?"

উমাই তাৰ প্ৰশ্নৰ একো উত্তৰ নিদি ভিতৰ সোমাল। ভিতৰত গৈ চাকি জ্বলাব ধৰিলে। একো উত্তৰ নিদিয়াত ড্ৰাইভাৰ বৰ লাজত পৰিল। মাকে কথাটো ধৰিব পাৰিলে যে বেচেৰা বৰ অপ্ৰস্তুত হৈছে। সেই দেখি কথাৰ গতি বদলাবৰ কাৰণে কৈ উঠিল–

" তাইৰ বৰ ভাগৰ লাগিছে বোপা ; কথা কবলৈ মন কৰা নাই। নমতা নুবুলাকৈ শুই আছে। বহুত ঘূৰিফুৰি আহিছে নহয়, তাতে মটৰৰ জোকাৰণি সহ্য কৰিব নোৱাৰা ছোৱালী, গতিকে বৰ দুৰ্ব্বল হৈ পৰিছে। মূৰটো বেয়া লাগিছে।"

ড্ৰাইভাৰে নিজৰ লজ্জা ঢাকিবৰ সুবিধা পাই ৰক্ষা পৰা যেন পালে আৰু এটা স্বস্তিৰ নিশ্বাস পেলালে। ক'লে– " অৱশ্যে হ'বই। ৰেলে-মটৰে নুফুৰা মানুহে এদিন ফুৰিলে তেনে হয়েই। বাৰু কোনো কথা নাই, ভাগৰ পলুৱাই লওক, পিচতো কথা হ'ব পাৰিম।"

"এৰা বোপা। পিচে পৰেও কথা বতৰা হ'ব পাৰিবা। আজি তাইক একো নুসুধাই ভাল।"

" বাৰু, মই এতিয়া উঠোঁহে? খবৰ লবলৈহে আহিছিলো।"

কলৈ যোৱা তৎক্ষণাৎ ? বহা, মই চাহ কৰোঁ, এঢোক খাই যোৱা; আজি বহুদিনা দেখা শুনা নাই।"

তেওঁৰ মৰম সনা কথাত তাৰ অন্তৰ শাত পৰি গ'ল। সি বহি ৰ'ল।

এনে সময়তে অৰ্জ্জুনে আহি উপস্থিত হ'ল আৰু উমাৰ কোঠালিত উমাক এবাৰ নিৰীক্ষণ কৰি দেখা নাপাই ভিতৰলৈ যাব ধৰোতে বাৰান্দাতে বহি কথাপাতি থকা ড্ৰাইভাৰক দেখা পালে। ড্ৰাইভাৰ আৰু উমাৰ মাকক কথাপাতি থকা দেখি সি তালৈ আৰু নগ'ল। তেওঁলোকে দেখা নোপোৱাকৈ সি মনে মনে ঘৰলৈ ফিৰি গ'ল।

সি ভাবিলে যে উমাই কোনোবা ফালেৰে সিহঁতৰ তালৈকেই গ'ল। নহলে ঘৰত থাকিলহেঁতেন। সি দৌৰি গৈ ঘৰ উঠিল।

ঘৰপাই সি দেখিলে যে কাঞ্চন পেহীয়ে আহি চাকি জ্বলাব ধৰিছে। ঘৰদুৱাৰ পৰিষ্কাৰ কৰি বেমাৰীৰ পথ্য তৈয়াৰ কৰিব ধৰিছে। অৰ্জ্জুনক দেখি কাঞ্চন পেহীয়ে ধমক দিলে-"চুৰাখোৰা গোলাম, মূৰবগৰা দুষ্ট! তইনো গধূলি পৰখিনিতহে বেমাৰীক এৰি যাব পাৰনে? ইমান গালি শপনি খায়ো তোৰ শিক্ষা নহ'ল। বোলো-

–কুকুৰৰ ঠেঙত গিয়ান থৈ আহিছ?

সি পেহীয়েকক একো নকয়। সি জানে যে মৰমতে পেহীয়েকে তেনেকৈ বকে সি ককায়েকৰ বিচনাৰ কাষলৈ গ'ল। তাক অহা দেখি ককায়েকে উদ্বিগ্ন হৈ সুধিলে- " কি হ'ল অৰ্জ্জুন ?"

সি এবাৰ ঘৰৰ চাৰিওফালে চাই ললে কিজানি উমা আহিছেই। পাকঘৰ, গোহালি ঘৰ, ডাঙৰঘৰ সকলোতে পাত পাতকৈ বিচাৰি আহিল। নাই। কতো নাই। উমা অহা নাই। সি বুজিলে উমা নিশ্চয় অহা নাই। তাৰ মুখ মলিন হৈ গ'ল। ধীৰে ধীৰে গৈ ককায়েকৰ আগত থিয় হৈ বৰ মলিন মুখেৰে ককায়েকৰ ফালে চাই উত্তৰ দিলে-- "বাইদেউ নাই।"

"উমা নাই?" বৰ উৎকণ্ঠাৰে সোধে বলোৰামে। বৰ মলিন বদনে উত্তৰ দিয়ে

অৰ্জ্জুনে— "নাই ককাইদেউ। আমাৰ ঘৰতো নাই আৰু পবনহঁতৰ ঘৰতো দেখা নাপালো।"

"তেন্তে কি দেখিলি? কোন আছে সিহঁতৰ ঘৰত?"

"খুৰীদেউ আছে আৰু ....।"

"আৰু কোন?"

"ড্ৰাইভাৰ...।"

"ড্ৰাইভাৰ?"

"হয় ককাইদেউ। খুৰীৰ লগত কথাপাতি বহি আছে। মই দেখা পায়ে গুচি আহিলো।"

বলোই এটা বিদ্ৰূপৰ হাঁহি মাৰিলে। "মই আগেয়ে তোক কৈছিলো নহয় যে তাইক ড্ৰাইভাৰে আহিব নিদিয়ে। এতিয়া বিশ্বাস কৰিলি?"

অৰ্জ্জুন তলমুৰা হৈ ৰল। বলোৰ এটা হুমুনিয়াহ আহিল। তাৰ সৰ্ব্বশৰীৰ যেন কণ্টকিত হৈ উঠিল। খুৰীয়েকৰ লগত কথা পাতি ড্ৰাইভাৰৰ আদেশ মতেই উমা নাহিল। উহ! এতিয়াৰ পৰাই সি নিজৰ ঘৈণীয়েকৰ দৰে ব্যৱহাৰ কৰিছে। ড্ৰাইভাৰৰ ওপৰত তাৰ ভয়ঙ্কৰ ঈৰ্ষা ওপজে। ঈৰ্ষাই ক্ৰমে ক্ৰোধত পৰিণত হয়। সি ক্ৰোধান্ধ হৈ পৰে। উমাৰ ওপৰত খং কৰে। কিয় তাই বাৰু তাৰ কথা শুনি, তাৰ আদেশ পালিবলৈ গ'ল? তাই নিজে তাৰ তিৰোতা বুলি মানি লৈছে নেকি? এতিয়াৰ পৰাই তাই তাৰ ঘৈণীয়েক বুলি মানি ল'লে? তেনেহ'লে কাঞ্চন পেহীৰ কথা মিছা নহয়; তাই নষ্ট হৈ গৈছে। তাইৰ চৰিত্ৰত কলঙ্ক পৰিছে। তাইৰ মন মজি গৈছে ড্ৰাইভাৰৰ প্ৰেমত। তাৰ তিক্‌চি বিক্‌চি খং উঠে! নালাগে উমা আহিব। সি তাইৰ মুখ নাচায়। লোকৰ তিৰোতাৰ মুখ চাই- পৰৰ তিৰোতাৰ সোহাগ লৈ তাৰ চৰিত্ৰত সি চেকা পেলাব নোখোজে। সি আৰু তাইক নামাতে- তাইৰ লগত কোনো সম্পৰ্ক নাৰাখে। দ্বিচ্চাৰিণী তাই। ক্ৰোধত উন্মত্ত হৈ পৰে সি। বিচনাত চট্‌ফট্‌ কৰিব ধৰে—ধৰফৰাব ধৰে। এবাৰ অৰ্জ্জুনক মাতে। সোধে কৰ্কশ সুৰত—

" তই মাতিছিলি নেকি?"

"মতা নাই ককাইদেউ।" ভয়ে ভয়ে উত্তৰ দিলে অৰ্জ্জুনে ।

"ভাল কৰিছ, নামাতিবি। উমাক তই নামাতিবি। সিহঁতৰ কাকো নামাতিবি।"

এনেতে কাঞ্চন পেহীয়ে বাৰ্লি তৈয়াৰ কৰি এটা বাটিতকৈ আনি দিয়ে বলোৰ আগত— "খা বোপা, এই পথ্য খিনি।"

বলোই একো প্ৰতিবাদ নকৰি বাটিটো আনি একে হোপাই খাই বাৰ্লি শেষ

কৰি বাটিটো কাষত থৈ দিয়ে। পেহীয়ে গামোচাখনেৰে তাৰ মুখখন মচি দি কয়- "বোপা, ঔষধ খাইছ নে?"

"খাইছো পেহী।"

"ডাক্তৰ আহিছিলনে অৰ্জ্জুন?"

"অহা নাই পেহী। এতিয়া আহিব হবলা।"

"মাউত আহিছেনে?"

"অহা নাই পেহী।"

"সিনো কিমান টোপনি খতি কৰিব? বেচেৰাই কেবাদিনো উজাগৰে থাকি ক্ষীণাই গৈছে। ৰাতি নাই টোপনি, ইফালে দিনত হাতীৰ ঘাঁহ কাটিব লাগে; তাৰ উপৰি আনফালে ঘৈণীয়েকৰ অসুখ। সিনো এটা মানুহে কেইডোখৰ হ'ব ?"

"ঘৈণীয়েকৰ কি অসুখ পেহী?"

"এহ্ আই! নকবি সেইবোৰ। তাইৰো প্ৰসবৰ সময়।"

"ইচ তেনেহ'লে সি ঘৰত নাথাকিলে বৰ বিপদ হ'ব পাৰে পেহী, তাৰ ঘৰতো কোনো নাই। তাক আহিবলৈ মানা কৰি দিবি পেহী।" বলোৰামে কয়।

"তোক ৰখে কোনে?"

"মোক ৰখিব নালাগে; মোৰ যি হয় হ'ব, সেই বুলি তাৰ এনে এটা বিপদত মই তাক বন্ধ কৰিব নোবাৰো। ইমান বিপদ সত্ত্বেও সি মোক একো কোবা নাই। সি বৰ দয়াশীল লোক পেহী।"

"সি বৰ ভাল ; বাচাৰ দয়া মৰম আছে। পিচে আজি কোন থাকিব? ময়ো ঘৰখন এৰি থাকিব নোবাৰো। কি কৰা যাব?"

"কি আৰু কৰিম পেহী! ঈশ্বৰে মোক নিঠৰুৱা কৰিছে যেতিয়া লগ ক'ত পাম? যি আছে কপালত সেয়ে হ'ব। অকলে থাকিম। অৰ্জ্জুনক লগত ৰাখিম। " বলোই বৰ দুঃখিতভাবে কয়।

"মহা মস্কিল হ'ল। কি কৰা যায়।"

এনেতে বাহিৰত মধুনাথৰ মাত শুনা গ'ল– "বোপা বলোৰাম!"

তেওঁৰ মাত শুনি বলোৰামে খেহখেহীয়া মাতেৰে উত্তৰ দিলে–

"আহক খুৰা।"

মধুনাথ ভিতৰ সোমাই যায়। বলোৰ বিচনাৰ কাষত বহি কয়-

"মই বাহিৰে বাহিৰে ডাক্তৰৰ তালৈ গলো। ডাক্তৰণীয়ে ক'লে তেওঁ হেনো মাউতৰ ঘৰলৈ গৈছে। মই মাউতৰ তালৈ গলো। তাত গৈ দেখিলো মাউতৰ

ঘৈণীয়েকৰ প্ৰসৱ বেদনা আৰম্ভ হৈছে। ডাক্তৰে কিবাকিবি ঔষধ দি আছে। মাউত ওচৰতে বহি আছে। সি মোক  ক'লে –"মই আজি ৰাতি বলোক ৰখিব নোৱাৰিম মামা, তুমিয়ে আজি ৰখিবা। তাৰ অৱস্থা দেখি মই সন্মতি দি আহিলো। আজি ৰাতি সি আহিব নোৱাৰে, ময়ে আহিব লাগিব।"

"তুমিনো ঘৰখন এৰি কেনেকৈ আহিবা।" কাঞ্চন পেহীয়ে সোধে।

"আজি আমাৰ উমাৰ মাকহঁত আহিছে। মই ঘৰত নাথাকিলেও চলিব।"

"উমাহঁত আহিছে নেকি?"

"হয়।"

"তেনেহলে পাৰিবা। পিচে ডাক্তৰে কি ক'লে?"

"ডাক্তৰে ক'লে বোলে মাউতৰ ঘৈণীয়েকৰ টান, তেওঁ আহিব নোৱাৰিব। সেইবাবে মোৰ হাতত এইখিনি ঔষধ দি পঠাইছে।" তেওঁ ঔষধখিনি পেহীৰ হাতত দিয়ে।

"মাউতৰো তেনে বিপদ হ'ল!" বলোৰামে দুখ কৰে।

কাঞ্চন পেহী পাকঘৰলৈ যায়। মধুনাথে সোধে বলোৰামক এই চেগতে– "আমাৰ উমা ঘৰলৈ গ'ল নেকি বোপা?"

"উমা? ক'তা? উমাতো মোৰ ইয়ালৈ অহা নাই ।"

"উমা অহা নাই?" আচৰিত যেন হৈ সোধে  মধুনাথে ।

"অহা নাই।"

"মোৰ আগত দেখো আহিম বুলি ক'লে আবেলিতে, নাহিল কিয়!"

" বোধ হয় কোনোবাই আহিবলৈ হাক দিছে।"

"কোনে হাক দিব? মই আহিবলৈ কৈছো নহয়! হাক দিওতা আৰু কোন আছে?"

"হাক নিদিলে নাহেনে? বোধহয় হাক দিওতা কোনোবা আছে আৰু উমায়ো তেওঁৰ কথা শুনে।" বলোই পৰোক্ষভাবে ড্ৰাইভাৰক ইঙ্গিত কৰে। মধুনাথে একৰকম বুজি উঠে। তেওঁ চিন্তান্বিতভাবে উত্তৰ দিয়ে–"কোনোবাই হাক দিলেও দেখো তাই মানা বিধৰ ছোৱালী নাছিল আগেয়ে।"

"আগেয়ে নাছিল, এতিয়া হ'ল। বাদ  দিয়ক খুৰা। উমা নহাৰ বাবে ভালেই হ'ল; কাৰণ মিছাকৈ এখন ঘৰুৱা কন্দল নালাগিল। তাইক মোৰ ইয়ালৈ আহিবলৈ ময়ো মানা কৰি দিম। তাই আৰু এতিয়া অইনৰ ঘৰলৈ যোৱাটো উচিত নহয়।"

তাৰ কথাত মধুনাথ নীৰৱ হ'ল। বলোৰামৰ যে  অভিমান জাগিছে তাৰ আভাস

পালে মধুনাথে। তেওঁ মনে মনে থাকি এই অপ্ৰিয় কথাষাৰ তল পেলাবৰ যত্ন কৰিলে। কিন্তু ভিতৰে ভিতৰে উমাৰ ওপৰত তেওঁৰ বৰ খং উঠিল। যদি তাই নাহেই তেন্তে মোক কৈছিল কিয়? মিছাকৈ মোক লাজত পেলাই মাৰিলে। মাকে বাধা দিলে নেকি? তাই মুখপুৰী কম নহয়। মুখখন লাউপাত কচুপাত। ছোৱালীজনীক মুঠেই দেখিব নোৱাৰে। নিজৰ মনতে গালি- গালাজ কৰি থাকিল মধুনাথে। কিছুপৰ নিতাল মাৰি থাকি মধুনাথে ক'লে— "বাৰু, এতিয়া মই যাওঁ বোপা, খাই বৈ আহিম। আজি ৰাতি ময়ে থাকিম।"

"নাহিলেও হ'ব খুৰা।"

"তুমি কিবা খং কৰিলা নেকি?"

"খং কৰিবলৈ মোৰ কি আছে খুৰা? খং কৰা নাই। অসুবিধা হ'লে আহিব নালাগে।"

"একো অসুবিধা নহয়। মই খাই বৈ ৰাতি আহিম। " এই বুলি কৈ মধুনাথ লাহে লাহে ঘৰমুৱা হয়।

মধুনাথ যোৱাত বলোৰ মনত এটা তাচ্চিল্যৰ হাঁহি ফুটি উঠিল। তলে তলে জীয়েকক আহিবলৈ মানা কৰি এতিয়া মোক ভালৰি বোলাবৰ বাবে সুন্দৰ কৰি কৈছে! মই সকলো বুজিছো। দেখা যাওক বাৰু। ড্ৰাইভাৰ! উমা! হুঃ! বাৰু ভালে হৈছে; তাইৰ মুখ দেখা পাপ। নাহি ভালেই কৰিছে।

এনেবোৰ অপ্ৰসাংগিক আৰু অপ্ৰিয় চিন্তাৰে তাৰ মগজ ভৰ্তি হৈ গৈছে।

এনেতে ঘৰৰ যাৱতীয় কাম বন সমাধা কৰি উঠি কাঞ্চন পেহীয়ে নিজৰ ঘৰলৈ যাবলৈ ওলায়। বলোৱামৰ ওচৰলৈ আহি কয়-

"মই এতিয়া যাওঁ কাম কাজবোৰ হ'ল। ৰাতি হ'লে আহিম।"

"ৰাতি আহিব নালাগে পেহী। মধুখুৰা আহিব।"

"মধুনাথ আহিব নেকি?"

"হয়।"

"তেন্তে মই নাহিলে হ'ব?"

"হ'ব পেহী।"

"তেন্তে এতিয়া মই যাওঁ?"

"যা।" বলোই কাঞ্চনক বিদায় দিয়ে। কাঞ্চন পহী যায়গৈ। কাঞ্চন পেহী যোৱাৰ পিছত বলোই আকৌ উমাৰ কথাকে চিন্তা কৰে। তাইৰ কথাকে পাগুলি থাকে মনতে।

ইফালে মধুনাথে ঘৰ পাই উমাক বিচাৰিলে। দেখিলে উমাই বিচনাত বাগৰি আছে। তেওঁ পোনে পোনে গৈ খং কৰি ক'লে—

"বলোইঁতৰ ঘৰলৈ যাওঁ বুলি তই কিয় নগলি?"

তাই একো উত্তৰ নিদিয়ে। তেওঁ আকৌ সোধে

"মাৰাই বাধা দিছে নেকি?"

তাই নীৰব।

এনেতে পিছফালৰ পৰা আহি ঘৈণীয়েকে মাত দি উঠে—

"হয় মই বাধা দিছো। গধূলি সময়ত গাভৰু ছোৱালীজনীক কিয় লোকৰ ঘৰলৈ যাবলৈ দিম? এনেয়ে নানা বদ্‌নাম হৈ আছে, এই সুযোগ পালে আৰু কিমান কি কয় লোকে তাৰ ঠিক নহ'ব। তাৰ উপৰি আজি দুখে ভাগৰে আহি পাইছে মাত্ৰ। মই কিয় যাব দিম? দৰ্কাৰ হ'লে কালি পুৱা যাব! এনেয়ে দুখে ভাগৰে আহিছে, তাতে আকৌ বেমাৰী শুশ্ৰূষা কৰিবলৈ পঠায়? অকলে কিয় যাব দিম? কালিপুৱা মা-জী দুয়ো একেলগে যাম। বলোৰ বেমাৰ হ'লে জানো মই খবৰ ল'ব নালাগে?"

বেচ বুদ্ধিমতী চতুৰা তিৰোতা। এনেহেন যুক্তিযুক্ত কথাশুনি মধুনাথ পাম যোৱা বলৰ দৰে ক্ৰমে কোঁচখাই গ'ল। এনেয়ে তেওঁ কিছুপৰিমাণে স্ত্ৰৈণ- ঘৈণীয়েকে যি কয় তাকে মানে, তাকে আকৌ এনে যুক্তিপূৰ্ণ উক্তি শুনি একেবাৰে শান্ত হৈ পৰিল। লাহেকৈ ক'লে "অবশ্যে কথাষাৰ মিছা নহয়। বাৰু অহাকালি ৰাতিপুৱা দুয়ো মা-জীয়েৰ গৈ খবৰ লৈ অহা ভাল হ'ব; নহলে বলোই খং কৰিব। লোকেও বেয়া বুলিব।"

"সেই কথা মোক বুজাব নালাগে। ব্যাসক বেদ শিকাব লাগেনে?" ঘৈণীয়েকে উত্তৰ দিয়ে। মধুনাথে অলপ সময় পিচত সোধে-- "ড্ৰাইভাৰ আহিছিল নেকি?"

ঘৈণীয়েকে তৎপৰাই উত্তৰ দিলে-- "আহিলে তোমাৰ সহ্য নহয় নেকি?"

"চিঃ তুমি যি পোৱা তাকে কোৱা। মই জানো আহিলে বয়া পাওঁ? মই সুধিছোহে আহিছেনে নাই।"

"মোৰ জনা আছে সকলোবোৰ। আগত একো নকয়,— পিচদিলেই বাপেক জীয়েকে মেল কৰে। ড্ৰাইভাৰৰ নাম শুনিলেই দুয়ো বাপেক জীয়েকে জুইত জাহ দিব খোজে। ঔ ৰাম! এনেও লোক নে?"

"তোমাৰ জীয়েৰাক বিয়া নিদিয়া নাই, তথাপি ল'ৰাজনক এনেকৈ দাঁতৰ শূল, চকুৰকুটা যেন দেখিব নালাগে। তোমাৰ ছোৱালী হাকিম, উকিলত দিয়াগৈ। তথাপি মিছাকৈ ল'ৰাজনৰ ওপৰত এনে কপটভাব নাৰাখিবা। ঐ ৰাম!"

"তুমি এইবোৰ কথা কৈছা কিয়? মই জানো তাক কোনোবা দিনা বেয়া ব্যৱহাৰ কৰিছো?"

"মই সকলো বুজো। ড্ৰাইভাৰৰ খবৰ কিয় লৈছা মই বুজিবৰ বাকী নাই। পিচে তুমি ভয় নকৰিবা, তোমাৰ ছোৱালীক ড্ৰাইভাৰে বাধা দিবলৈ নাহে তেহেলৈ তোমাৰ

ছোৱালী গাড়োৱানৰ তালৈকেই যাওক বা বঙালৰ তালৈকেই যাওক।"

এনেকৈ কৈ উচাৎ মাৰি গুচি যায় ঘৈণীয়েক। মধুনাথে এই কালিকা গোসাঁনীৰ দৰে প্ৰচণ্ডা ঘৈণীয়েকৰ ভমক দেখি ত্ৰাহি মধুসূদন স্মৰিলে। উমাই একো নামাতি পিছ মুখ দি ৰ'ল। মধুনাথে কথা বিসঙ্গতি দেখি পৱনক মাতা চুতা কৰি ওলাই আহিল-

"অ' পৱন! ক'লৈ গলি অ' তই।"

# সোতৰ

পিছদিনা দোকমোকালিতে উঠি বাহিবনথিনি কৰি উঠি উমাই পানী আনিবৰ বাবে নদীঘাটলৈ গ'ল। তাই গা পা ধুই পানী লৈ আহি দেখে যে মাহীমাকে কাপোৰ-কানি পিন্ধি ওলাই আছে। তাই অহা মাত্রে ক'লে-

"সোনকালে কানি-কাপোৰ পিন্ধি ওলা উমা। বলোৰামৰ খবৰ লৈ আহিব লাগে।

তাই গহীন হৈ উত্তৰ দিলে- "মই নাযাওঁ।" তাৰ পিছত পানীৰ কলহ লৈ পাক ঘৰৰ ভিতৰ সোমায়। মাকে পুনৰ কয়- "ইমান খং খন এৰচোন মোৰ আই। যোৱাকালি মই তোৰ ভালৰ কাৰণেই তেনে কৰিছিলো। তোৰ ভাল চাওঁতে বেয়াহে হ'ল নে?"

"মোৰ ভাল বেয়ানো কি আছে!" তাই নিৰ্বিকাৰ ভাবে উত্তৰ দিয়ে।

"ইমান অভিমান তোৰ?"

"মোৰ একো অভিমান নাই। মই এতিয়া যাব নোৱাৰো। ইমান দিনৰ কাপোৰখন তাঁতশালতে আছে; সেইখন আজি উলিয়াম।"

"তৎক্ষণাৎ আহিম আহ। " মাকে অনুৰোধ কৰে।

"নাই, মই নাযাওঁ।" তাই দৃঢ়তাৰে কয়। তাৰ পিছত তাই পানী দুনি ঠিক ঠাক কৰি থৈ কাপোৰ-কানি সলাই লয় আৰু তাঁতশালত বহে । মাকে বাহিৰত থিয় হৈয়ে ৰ'ল। আজি ৰাতিপুৱাতে তাঁতশালত বহাৰ উদ্দেশ্য বুজিবৰ বাকী নাথাকিল মাকৰ। তাইৰ এনে আঁকোৰগোজ ভাব, ব্যৱহাৰ দেখি মাকৰ খং উঠিল। ধমক্ মাৰি হাত দাঙি দাঙি ক'লে-"তোৰ ইমান বিকাৰ? বাৰু থাক। মই দেখিম এবাৰ তোক।"

এনেভাবে কৈ হাত দাঙি ভবিষ্যতৰ অমঙ্গলৰ ইঙ্গিত দি মাহীমাক হন্‌হনাই গুচি গ'ল বলোৰামৰ ঘৰ বুলি। কোলাত লৈ গ'ল জীয়েক শেৱালিক।

একে উশাহতে যেন তেওঁ বলোৰামৰ ঘৰ উঠিল। বলোইঁতৰ ঘৰ পাই লাহেকৈ বলো থকা ঘৰটিলৈ সোমাই গ'ল। তাৰ বিচনাৰ ওচৰলৈ গৈ লাহেকৈ মাত লগালে- "বোপা বলো, গা কেনে পাইছা বোপা? " তেওঁৰ কণ্ঠস্বৰ আৰু সম্বোধন শুনি বলোই আচৰিত মানিলে। সি যেন দিঠকতে সপোন দেখিলে। কি আচৰিত কথা যে উমাৰ

মাহীমাক আহিছে তাৰ খবৰ লবলৈ ? তেন্তে এওঁৰ মতি গতি গুৱাহাটীলৈ গৈ বদলিল নেকি? একো অন্য মতলব নাইতো? ভালৰি বোলাবৰ মনেৰে অহা নাইতো? সতীয়া জীয়েকক ড্ৰাইভাৰলৈ দি তাৰ লগত বেয়া হ'বৰ ভয়ত তাৰ মন ভাল লগাবলৈ অহা বুলি সি ধৰি ললে। কিন্তু মনৰ ভাব গোপন কৰি ৰাখি সি ক'লে—

"অ খুৰী, আহিছে, আহক বহক। খুৰা বোধহয় ৰাতিপুৱাহে গ'ল যেন পালো। ওৰে ৰাতিবৰ কষ্ট খালে মই মহাপাপীৰ লগত।"

খুৰীয়েকে ওচৰৰ পীৰাখনত বহি কব ধৰিলে- "কিনো কষ্ট আছে বোপা, বেমাৰ আজাৰত এনেকৈ সহায় নকৰিলে ভাল অৱস্থাত মানুহৰ আশ্ৰয় লাগেনে? একো কষ্ট নাপায়। তেওঁ এতিয়াহে গৈছে। তেওঁ যোৱা দেখিতো মই আহিলো বোলো খবৰটোও লৈ আহো আৰু নিজ চকুৰে এবাৰ বোপাক চায়ো আহো। তোমাৰ বেমাৰ হোৱা আমিতো নাজানো।"

"আপোনালোক যোৱাৰ পিচৰপৰাই মোৰ জ্বৰ। আপোনালোকৰ খুৰাই দিনত হলে ইবিধ-সিবিধ কৰি দি যায়। লগত কাঞ্চন পেহীও থাকে। ৰাতি হ'লে মাউত ককাই আহি ৰখে।"

"বৰ সুখ পালো বোপা। অকলশৰীয়া মানুহৰ এনেকৈ সহায় সাৰথি নহ'লে হ'ব কেনেকৈ? পিছে ডাক্তৰ আহিছেনে?"

"ডাক্তৰ আজি অহা নাই; ঔষধ দিছে।"

" গা কেনে পাইছা বোপা?"

"কালিৰ পৰা অলপ ভাল পাইছো"

"ডাক্তৰে কি জ্বৰ বুলি কৈছে?"

"কিবা ম্যাদি জ্বৰ বুলি কৈছে। কিবা হেনো পেৰাটাইফয়দ ।"

"অ' ম্যদি জ্বৰ। ই বৰ জুলুম কৰে বোপা, সাৱধানে চলিবা। নিয়মিত ভাবে ঔষধ পথ্য খাবা।' ম্যাদ উকলি গলে জ্বৰ ভাল হৈ যাব। ভয় নকৰিবা।"

"একো ভয় নাই কৰা খুৰী। বাৰু, আপোনালোক যোৱাকালি আহি পালে?"

"হয় বোপা।"

এনেভাবে বহু সময় মেল কৰি উঠি পবনৰ মাকে ক'লে-"বেলি হ'ল, এতিয়া

উমাক পঠাই দিম। এতিয়া উঠোহে বোপা, ভাত ৰান্ধিব লাগে।”

“ভাল খুড়ী।”

পৱনৰ মাক গুচি যায়। তেওঁ যোৱাৰ পিচত বলোই ভাবিব ধৰে- মাকেও দেখো তাইক আহিবলৈ কলে? বুজা গ'ল এওঁৰ অমত নাই। তেন্তে তাই নাহে কিয়? মাক বাপেকৰ কোনো বাধা নাই। বোধহয় ড্ৰাইভাৰৰ বাধাৰ বাবেই তাই নাহে। তাইৰ ওপৰত তাৰ বৰ খং উঠে। ইমান সোনকালে তাই তাক পাহৰিলে? উহ্ কি আচৰিত তিৰোতাৰ মন! সি ভাবি ভাবি অস্থিৰ হৈ পৰে।

ঘৰলৈ আহি পৱনৰ মাকে দেখে যে উমাই তাঁতশালত বহি মাকোটো আগত থৈ গালত হাত দি কিবা ভাবি আছে। অনুমান হয় তাইৰ বৰ দুখ লাগিছে। বলোক চাবলৈ নাপাই তাই চ্ত বত্ কৰি আছে। কি কৰিছে, কি খাইছে, ঔষধ পথ্য কোনে কেনেকৈ দিছে, এইবোৰ চিন্তা কৰি তাই ভাবি আছে। তাইৰ এনে অৱস্থা দেখি মাকে চোতালৰ পৰাই মাত লগালে- “উমা, আহ, চাউল পাত ধুই দে আহি, ভাত ৰান্ধিব লাগে। তাঁতশালত বহি গালে-মুখে হাত দি থাকিলে কাপোৰ বোৱা নহয়। আপোনা আপুনি কাপোৰ নোলায়।”

হঠাতে মাকৰ মাত শুনি তাই উচপ খাই উঠাৰ দৰে চমকি উঠিল। খৰধৰ কৰি মাকোটো লৈ দুইবাৰমান মাকো মাৰি, কেইখেৰমান কাপোৰ বই উঠি তাই শাল সামৰি থৈ উঠি গ'ল। নীৰৱে গৈ পাকঘৰ সোমাল। পাকঘৰত গৈ চাউলপাত ধুই দি আঞ্জাপাচলি যোগাৰ কৰি দিলে।

উমাৰ এনে হাৱভাৱ দেখি মাহীমাকৰ বৰ ভাল নালাগিল। ঘৰখনত এটা নহয় এটা গোলমাল হৈয়ে থাকে। ঘৰৰ শান্তি অব্যাহত হৈ নৰয়। মাকৰ বেয়া লাগে। লোকৰ আগত এইবোৰ কথা কৈ সান্ত্বনা লভিবলৈও তৃতীয় ব্যক্তি এজন নাই অৰ্থাৎ তেওঁৰ এনে এজন মানুহ নাই যিজনৰ আগত এইবোৰ কথা কৈ এটা সমৰ্থন লাভ কৰিব পাৰে নাইবা উপদেশ লাভ কৰি ঘৰুৱা শান্তি ফিৰাই আনিব পাৰে। গুৱাহাটীৰ পৰা আনন্দ কৰি আহি ঘৰত তৎক্ষণাৎ নিৰানন্দত কাল যাপন কৰিব লগা হোৱাত তেওঁৰ মনত আঘাত লাগিছে। ভাত ৰান্ধি তেওঁ তাকে ভাবে। এবাৰ তাৰে মাজতে ভাবে-যদি বীৰেন বোপা এই ফালে আহিলহেঁতেন তেন্তে তাৰ আগত কৈয়ে অলপ সান্ত্বনা লভিব

পাৰিলোহেঁতেন। সিও নাহে। কি কৰা যায়! এবাৰ পবনক পঠাব নেকি? তেওঁ চিন্তা কৰে। আবেলিলৈ যেনেতেনে এবাৰ মাতি আনিব । মুঠৰ ওপৰত তেওঁক আজি এনে এজন মানুহৰ দৰ্কাৰ হৈ পৰিছে, যিজনে এই আন্তৰিক মনোবেদনা উপশম কৰিব পাৰে। ভাত ৰান্ধি তেওঁ তাকেই ভাবে।

উমাৰ গোমোঠা মুখখন দেখি তেওঁ সহ্য কৰিব নোৱাৰে। এইটো মানৱ প্ৰকৃতি। এজনৰ মনৰ বিষক্ৰিয়াই আনজনৰ মনো বিষাক্ত কৰি তোলে।

দুপৰীয়া খাই বৈ উঠি মাকে পাকঘৰ মচিছে আৰু উমাই আহি তাঁতশালত বহিছে। আজি তাই হাতৰ পৰা কাম এৰা নাই, কাৰণ কাম এৰিলেই চিন্তাই আহি হেঁচি ধৰে। মনৰ বিকাৰ মনতে লৈ অবিচ্ছেদ্যভাবে কাম কৰি আছে, তাই যেন যন্ত্ৰহে এটি।

বেলি পৰাৰ লগে লগে বীৰেন আহি উপস্থিত হ'ল পবনহঁতৰ ঘৰত। বীৰেণ অহাত পবনৰ মাকে আনন্দতে হাঁহি মাৰি ক'লে—

"মই তোমাক মাতিবলৈ পবনক পঠাম বুলি ভাবিছিলো বোপা। তুমি আহি ভালেই কৰিলা।"

"কিয় খুৰী?"

"কালি যি আহিলো, তোমাক আৰু দেখা নাই। মনটো ভাল লগা নাই। ইমানদিনে গুৱাহাটীত কিমান কি দেখুৱালা অথচ আজি তৎক্ষণাৎ তোমাক দেখিবৰে নোহোৱা হ'ল। তোমাক নেদেখিলে ভাল নালাগে বোপা।"

"মই কিবা-কিবি কামৰ কাৰণে আহিব পৰা নাছিলো খুৰী । কিবা সকাম আছে নেকি?"

"একো নাই, এনেয়ে। বাৰু বহাচোন বোপা।" খুৰীয়েকে পীৰা দিয়ে, বীৰেন বহে। খুৰীয়েকে কয়- "তুমি বলোৰামৰ খবৰ লৈছানে?"

"খবৰ লবলৈ যাম বুলিহে ভাবিছো। জ্বৰ বুলি শুনিলো। পেৰাটাইফয়দ বুলি ক'লে । আপুনি গৈছিল নেকি?"

"হয় ; মই পুৱা এবাৰ গৈছিলো।"

"জ্বৰ কেনে দেখিলে?"

পবনৰ মাকে উমাক শুনা শুনাকৈ ডাঙৰ ডাঙৰকৈ ক'ব ধৰিলে–

"জ্বৰ বৰ টান বোপা,ক'ব পৰা নাই বেচেৰা ল'ৰাজনৰ কি কৰে ঈশ্বৰে। আজি বোলে কেবাদিনো হ'ল। ম্যাদি জ্বৰ। ঔষধ, পথ্য খুওৱাৰ একো পৰিপাটি নাই ; শুশ্রূষা কৰা মানুহ নাই। বেচেৰাৰ সেই দপ্‌দপীয়া চেহেৰাটো একেবাৰে বেয়া হৈ গৈছে। দেখিলে দুখ লাগে। কি মানুহকি হৈ গৈছে। ভীমহেন বলোৰাম আজি শুকাই খীণাই বুঢ়া শগুন যেন হৈছে। দেখি মোৰ বৰ বেয়া লাগিল বোপা, বেচেৰা বৰ নিৰাশ্রয়।"

মাকৰ কথাবোৰ উমাৰ কাণত পৰে। তাই তাঁতশালত বহি মাকোটো ঠিয় কৰি লৈ ওঠত লগাই একান্তমনে মাকৰ কথা শুনি থাকে। বলোৰ এনে টাননৰিয়া আৰু সঙ্কটজনক অৱস্থাৰ কথা শুনি তাইৰ মনটো ধৰফৰাব ধৰে। কি কৰিব তাই। এতিয়াই গৈ এবাৰ চাই আহিব নেকি? উহ কোনে বা কি শুশ্রূষা কৰিছে, কোনে বা কেনেকৈ ঔষধ পথ্য খুৱাইছে তাৰ একো ঠিক নাই। তাই মাকৰ ওপৰত অভিমান কৰি এবাৰো খবৰ নোলোৱাটো বৰ অন্যায় আৰু হৃদয়হীনতাৰ কথা হোৱা বুলি উপলব্ধি কৰে। তাই নিজকে দোষী সাব্যস্ত কৰে। নীৰৱ হৈ পুনৰ মাকৰ কথালৈ কাণপাতে। মাকে বীৰেনৰ আগত বলোৰ সকলো বিৱৰণ বিবৰি বিবৰি কয়। তেওঁ শেষত বৰ দুখ কৰি কয় -"ভগৱানেহে জানে বোপা, ল'ৰাজনৰ অদৃষ্টত কি আছে? অৱস্থা দেখি মোৰ চকুলো আহিছে । বাচিলেহে বাচা।"

বীৰেনে বৰ ব্যগ্ৰহৈ সোধে– "বৰ বেয়া অৱস্থা হৈছে?"

"হয় বোপা, তাৰ অৱস্থা বৰ বেয়াৰ ফালে গৈছে।"

"তেনেহ'লে মই গৈ এবাৰ চাই আহো। কিবা এটা ব্যৱস্থা কৰিব লাগিব। দৰ্কাৰ হ'লে গুৱাহাটীলৈ লৈ যাব লাগিব নহ'লে গুৱাহাটীৰ পৰা ডাক্তৰ আনিব লাগিব। মই বাৰু যাওৱেই ।" তাৰ পিচত সোধে–

"উমা কলৈ গ'ল খুৰী?

"তাই তাঁতশালত।"

"উমাই খবৰ ল'বৰ বাবে গৈছিলনে নাই?"

"নাই যোৱা বোপা, তাই মোৰ ওপৰত খং কৰি যোৱা নাই।"

"কিহৰ বাবে খং কৰিলে?"

"যোৱাকালি গধূলি তাই যাও বুলিছিল। মই বোলো দুখে ভাগৰে আহিছে, তাতে আকৌ গধূলিও হ'ল; এনেস্থলত তাই গাভৰু ছোৱালীজনীনো কিয় অকলে যাব লাগে? কালিপুৱা মোৰ লগত যাব, মই লৈ যাম। সেইবাবে মানা কৰিলো। মই তেনেকৈ বাধা কৰাত তাই খং কৰিলে। আজিপুৱা মই মতাত তাই নগ'ল। এতিয়া খং কৰি তাঁতশালত বহি আছে। ইয়ো জানো খং কৰা কথানে বোপা? মোক সতীয়া মাক বুলি ভাবি লোকে অনাদৰ কৰা বুলি বদনাম কৰিব পাৰে কিন্তু মই তাইক কেতিয়াও অনাদৰ নকৰো। তাইৰ ভালৰ বাবেহে মই কৈছিলো। পিছে সতীয়া মাকৰ কথা তাই বিশ্বাস কৰিব কিয়? হাজাৰ হওক বোলে—

নিজৰ মা, মলয়া বা

সতীয়া মা, বিচনীৰ বা।

মই বিচনীৰ বাৰ দৰেহে। তাইনো মোৰ কথা বেয়া বুলি নলব কিয়? মোৰে কপাল বেয়া বোপা, মই অমৃত দিলেও গৰল হয়।"

এনেকৈ কৈ তেওঁ দুখ প্ৰকাশ কৰে। বীৰেনে বুজিলে যে দুয়ো মাক-জীয়েকৰ কিবা দন লাগিছে। এই কাজিয়া ভাঙি দিব লাগিল। তাকে ভাবি ক'লে-" বাৰু ময়ে তাইক লগত লৈ যাম।"

বীৰেন উঠি আহিল- পোনে পোনে তাঁতশাললৈ গৈ উমাক দেখি হাঁহি মাৰি ক'লে— "হেৰ পাগলী, ইয়াতে বোলে খং কৰি বহি আছ ? কিয়? ব'ল এবাৰ মোৰ লগত, বলোককাইৰ খবৰ লৈ আহো।"

বীৰেনক দেখি তাই জোৰ কৰি হাঁহিবলৈ চেষ্টা কৰি ক'লে—

"কোনে কলে মই খং কৰি বহি থকা বুলি সৰু ককাইদেউ?"

বীৰেন পিছে পিছে খুৰীয়েক আহিছিল; বীৰেনে খুৰীয়েকক আঙুলিয়াই দেখুৱাই কয়-"কোনে ক'ব লাগে পাগলী? মই সকলো কথা জানো। ব'ল এতিয়া, উঠ।"

মাকক দেখি উমাই নীৰবে তলমুৰা হৈ ৰ'ল। বীৰেনে ক'লে—

'নামাত যে? ব'ল, উঠ।"

"মই নাযাওঁ সৰু ককাইদেউ।" তাই গহীনাই উত্তৰ দিয়ে। তাইৰ অভিমান ইমানলৈ নভঙা দেখি মাহীমাকে নিজকে নিজে গালিপাৰা চুতা কৰি ক'বলৈ ধৰিলে- "মোৰে কপাল বেয়া। কাৰোবাৰ হিত চিন্তিলে বিপৰীতহে হয়। গধূলি বেলিকা গৰু-ম'হ, মানুহ-কুকুৰে ঘাটবাট ভৰি থাকে। ভালোকপতি মই এইবোৰৰ পৰা বিপদ হ'ব

বুলি বাধা কৰিলো, তেনেস্থলত মোৰ ওপৰতে উঠিল খং। তাইৰ কোন নাই যে তাই অকলে যাব লগা হ'ল? মই আছো, তুমি আছা, সৰুবৌৱেক আছে, আনকি পিতাকেও লগত লৈ যাব পাৰে; তেনেস্থলত তাই গধূলি বেলিকা কিয় অকলে যাব লগা হ'ল? ভাল চালে বেয়া হয়। মোৰে কপাল বেয়া।"

বীৰেনে হাঁহি মাৰি কয়- "এতিয়াই উঠ পাগলী। ব'ল, দুয়ো এবাৰ ফুৰি আহো গৈ।"

বীৰেন উমাৰ ওচৰ চাপে। উমাই হাঁহো নাহাঁহোকৈ কয় "মই নাযাওঁ সৰু ককাইদেউ। তুমি যোৱাগৈ।"

"ধেৎ পাগলী ! উঠ। ব'ল যাবই লাগিব।" বীৰেনে উমাৰ হাতৰ পৰা মাকোটো কাঢ়ি আনে। তাইৰ হাতখনত ধৰি টানমাৰি তুলি আনে। উমা লাজ আৰু আনন্দত ৰঙা পৰি উঠে। তাইৰ ৰংচুৱা গালখনত লাহেকৈ এটি চৰমাৰি দি কয় বীৰেনে—

"খুৰীৰ ওপৰত খং কৰিছ পাগলী? মই থাকোঁতে তোৰ বাৰু খং কিমান বেলি ৰয় দেখিম নহয়।" তাইক আদৰ কৰি টানমাৰি তুলি আনি লৈ যায় বীৰেনে আৰু তাইৰ কোঠালিৰ ভিতৰত সোমাই পৰে দুয়ো। এইবাৰ খুৰীয়েকৰ মন পাতল পৰিল। সি যি কি নহওক, তাইৰ খং মাৰ গ'ল। এটা মিচিকিয়া হাঁহি মাৰি বীৰেনক কয় তেওঁ- - "চাহ তাহ খাই যোৱা বোপা, বেমাৰী ঘৰত একো খাব নোৱাৰা।" তাৰ পিচত উমাক সম্বোধন কৰি কয়- "অ' আই উমা! অলপ চাহ কৰচোন আই। ককায়েৰায়ো খাওক আৰু আমিও খাওঁ।"

এইবুলি কৈ তেওঁ ভিতৰ সোমায়। উমা আৰু বীৰেন উমাৰ কোঠাত সোমাই কিবাকিবি কথা হয়। বীৰেনে জোৰ কৰি কয় তাইক কাপোৰ-কানি পিন্ধি ওলাবলৈ। সৰুককায়েকৰ আদেশ উলঙ্ঘা কৰিব নোৱাৰি তাই কাপোৰ সলাবৰ বাধ্য হয়। বীৰেন ওলাই আহে। উমাই প্ৰসাধন কৰে। তেলপাউদাৰ ঘঁহি তাই সাজু হৈ লয়। বাহিৰত লাজ অনুভৱ কৰে যদিও অন্তৰে অন্তৰে তাইৰ আনন্দ লাগে। তাই বাহিৰলৈ ওলাই আহি মিচিকিয়া হাঁহি মাৰি কয়- "যাবলৈ লাজ লাগে সৰুককাইদেউ?"

"মোৰ লগত কিহৰ লাজ পাগলী? ব'ল সোনকালে।"

"ৰ'বা চাহ কৰো গৈ। তুমি অলপ বহা, চাহ খাই যাওঁ।" "যা তেন্তে, সোনকালে কৰগৈ বেছিপৰ থাকিব নোৱাৰো।"

তাই এটা মিচিকিয়া হাঁহি মাৰি ক'লে—"তেনেহ'লে যোৱা মোক এৰি গুচি যোৱা।"

"এৰা; তেনেহ'লে তই নোযোৱাকৈ খং কৰি থাকিব পাৰ?"

"ভালে হয় মোৰ।" তাৰ মুখলৈ চাই হাঁহি হাঁহি কয় তাই। সি হাঁহি মাৰি উঠি গৈ তাইৰ বেণীধাৰত ধৰি টান মাৰি কয়- "পাগলী বৰকৈ কথা ক'ব জনা হ'ল। ইমান কথা ক'ত শিকিলি?" কোনে তোক ইমান কথা শিকালে?"

উমাই মিচিক মিচিক হাঁহি বীৰেনৰ গাৰ কাষত থিয় হৈ মূৰটো হলাই মিহিকৈ কয়- "ইয়াতে শিকিলো আৰু সৰুককাইদেৱে শিকালে।"

তাইৰ দুষ্টালিত বীৰেনে খুচি হৈ গ'ল। ৰংমনে ক'লে—

"দুৰ পাগলী। যা তৎক্ষণাৎ চাহ কৰি আন গৈ" বীৰেনে হাঁহি মাৰি তাইৰ পিঠিত এটা চাপৰ মাৰি ঠেলি দিয়ে। উমাই হাঁহি হাঁহি চাহ কৰিবলৈ যায়।

বীৰেনৰ উপস্থিতিৰ বতাহজাকে যেন ঘৰখনৰ নিৰানন্দৰ ক'লামেঘ চপৰা আঁতৰ কৰি উৰাই নিলে। বায়ুৰ প্ৰচণ্ড আঘাতত যেনেকৈ ডাৱৰাচ্ছন্ন আকাশ নিৰ্ম্মল হৈ পৰে, ফৰকাল হৈ পৰে, তেনেকৈ বীৰেনৰ হাস্যমধুৰ ব্যৱহাৰ আৰু স্নেহৰ আতিশয্যত উমাৰ মন -আকাশৰ বেজাৰৰ ক'লামেঘ চপৰা আঁতৰি গৈ হৃদয় নিৰ্ম্মল হৈ পৰিল, অন্তৰ আনন্দময় হৈ উঠিল।

## ওঠৰ

চাহ খাই উঠি দুয়ো বলোহ'তৰ ঘৰ বুলি খোজ ল'লে। উমাৰ সাজপাৰ আৰু প্ৰসাধনে তাইৰ ৰূপ আজি চমক লগা বিধৰ কৰি তুলিছে। আজি আৰু উমাক সাধাৰণ গাঁৱলীয়া অল্পশিক্ষিতা ছোৱালী যেন নাপায়। গুৱাহাটীত এই কেইদিন থাকি আৰু সৰু বৌৱেক, সৰু ককায়েকৰ লগত ফুৰি চহৰীয়া ছোৱালীবোৰক দেখি শুনি তাইৰ ধৰণ-কৰণ যেন বদলিবৰ উপক্ৰম কৰিছে। পিন্ধা-উৰাৰ ধৰণো বদলিছে কিছু পৰিমাণে। বীৰেনে লক্ষ্য কৰিলে। তাই বৰ ধুনীয়াজনী হৈ বাটলৈ ওলাই আহিল। পিছে পিছে বীৰেণ। বীৰেণৰ পেচাব কৰিব লাগিল। সি অলপ আঁতৰি গৈ পেচাব কৰিব বহিল। উমা নঙলামুখত থিয় হৈ ৰ'ল। হেন সময়তে ড্ৰাইভাৰে লবীখনতকৈ এলবী শিল লৈ আহি সেইখিনি পালে। উমাক এনে অপ্চৰী বেশত দেখি সি থমকি ৰ'ল। তাইৰ সমুখতে গাড়ীখন ৰাখি এবাৰ তাইক হেঁপাহ পলুৱাই চাই ল'লে আৰু মিচিকিয়া হাঁহি মাৰি তাইৰ ফালে চাই ক'লে- "ক'লৈ যাবা তুমি?" গাড়ী ৰাখি তাইক মতা দেখি উমা ৰঙা-চিঙা পৰি উঠিল। লৰীৰ ওপৰত থকা কামকৰা মানুহ কেইজনে তাইলৈ একান্ত দৃষ্টিৰে চাই আছে। ড্ৰাইভাৰক দেখি আৰু তাৰ প্ৰশ্ন শুনি তাইৰ বৰ খং উঠিল। যাত্ৰাকালে লগ পালে তাকহে। তাইৰ বৰ বেয়া লাগিল। একো উত্তৰ নিদি তাই দুখোজমান পিচুৱাই গল। ড্ৰাইভাৰে বৰ ব্যগ্ৰ হৈ সুধিলে-"ক'লৈ যাবা ? নামাতা যে ?"

তাই পিচমুখ দি কৈ উঠিল–"যলৈকে নগলো, কি হ'ল?" তাইৰ এনে তাচ্ছিল্যপূৰ্ণ উত্তৰ শুনি গৰ্ব্ব কৰি কৈ উঠিল-"সুধিলে জগৰ লাগেনে? দুমাহ পিছত দেখা হ'ব কাৰ কিমান বাহাদুৰি।" তাৰ এনে হীন মন্তব্য শুনি তাইৰ বৰ খং উঠিল- "নিলাজ ক'ৰবাৰ লোকৰ ছোৱালীক বাটত জোকায়।" তাইৰ এনে অপমানসূচক কথা শুনি তাৰ বৰ খং উঠিল। তাৰ অধীনস্থ লোক আৰু হেণ্ডিমেনৰ সাক্ষাততে তাই তাক অপমান কৰিলে। সি খঙতে নামি আহিল আৰু তাইক কিবা কববৰবাবে আগবাঢ়ি আহিল। এনেতে পেচাব কৰা হ'লত বীৰেনে জোপোহাটোৰ আঁৰৰ পৰা ওলাই আহি মাত লগালে–

"উমা, আহ।"

বীৰেনৰ মাত শুনি আৰু তাক দূৰৈত দেখি ড্ৰাইভাৰে ভয়তে তৎক্ষণাৎ গৈ মটৰত উঠিল আৰু মটৰ ষ্টাৰ্ট দিলে। উমাক কিবা ক'ব চাৰি তাৰ জীউ যেন উৰি গ'ল। বীৰেনৰ ছাঁটোকে সি বাঘ যেন দেখে। তাৰ হাতত যাতে নপৰে তাৰ বাবে সি জোৰেৰে মটৰ চলাই দিলে। লৰী গৈ বহুদূৰ পালে। মটৰ যোৱাত ৰাস্তাৰ সিফালৰ পৰা আহি বীৰেনে উমাৰ ওচৰ চাপি আহি সুধিলে–

"কাৰ লৰী উমা?"

তাই তাৰ মুখলৈ চাই ধমক দি ক'লে-"নিজৰ বস্তুকো চিনিব নোৱাৰা? ঘৰৰ কোনফালে কি হৈছে তাৰ খবৰ নাই। ভোলানাথ হৈ চলিলেই হ'ল। কলেজত পঢ়িলে বুলি নিজৰ ঘৰৰ বস্তুবোৰকো চিনিব নালাগেনে?"

হাঁহি মাৰি বীৰেনে কয় "এৰা, পঢ়া অৱস্থাত ঘৰৰ বস্তু চিনিবৰ দৰ্কাৰ নাই, কিতাপবোৰ চিনিলেই হ'ব। বুঢ়ালোকৰে কথা আছে- পঢ়ায়, পঢ়ে, কৰে পাণ- এই তিনি নিচিন্তে আন। গতিকে আন চিন্তাৰ দৰ্কাৰ নাই।"

"তেনেহ'লে আনৰ খবৰ ৰাখি কি হ'ব? বাদ দিয়া।"

"বাৰু, আমাৰ লৰী যদি ইয়াত ৰাখিছিল কিয়?"

"কিয় ৰাখিছিল নাজানানে?"

"জানিলে সোধোনে?"

"কেনেকৈ জানিবা। বীৰা জপাই দি ওজাই নজনা ভাও ধৰেই। ব'লা এতিয়া।" তাই খোজ লয়। বীৰেনে তাইৰ কাষে কাষে যায়। দুয়ো নীৰৱে খোজ কাঢ়ি গৈ থাকে। উমাৰ এনে উপমা আৰু তুলনা দিয়া কথা শুনি বীৰেনে উমাৰ মুখলৈ কেৰাহিকৈ চাই ভাবিব ধৰিলে তাই কিয় বীৰা জপোৱা কথা ক'লে। দেখিলে, তাইৰ মুখ ৰঙা পৰি উঠিছে। এই ৰংচুৱা আভা কিন্তু লজ্জাজনিত বা আনন্দজনিত নহয়- ঘৃণা আৰু বিৰক্তিজনিত বুলিহে অনুমান কৰিলে। সি ভাবিব ধৰিলে কোন ওজাই বীৰা জপাই দিয়া বুলি ক'লে। তাৰমানে তাৰ বাপেকে ড্ৰাইভাৰক জপাই দিছে আৰু এতিয়া সি নেজানিলে কেনেকৈ হ'ব? এৰা, তাৰ বাপেকে ড্ৰাইভাৰক জপাইছে। তাৰ বৰ বেয়া লাগে। পিতাকৰ ওপৰত তাৰ খং উঠে। নাজানি নুশুনি এটা স্বাৰ্থৰ বশীভূত হৈ পিতাকে এটা বেয়া কাম কৰিবলৈ ওলাইছে। এই ক্ষেত্ৰত সি তেওঁক বিৰত কৰিব নোৱাৰে আনকি বাধা দিবৰো শক্তি নাই তাৰ। পিতাক যেনে একগুঁৱে লোক, এবাৰ যি কৰো বুলিছে তাক কৰিহে চাৰিব। পিতাকৰ কথা ভাবি তাৰ ভাল নালাগিল। তাৰ পিচত খং উঠিল এই ড্ৰাইভাৰজনৰ ওপৰতো। সি বদমাচে আহি কিয় লোকৰ ছোৱালীৰ বদনাম কৰে? তাক সাৱধান কৰি দিব যাতে এই ফালে আৰু নাহে। কিন্তু ভাব পৰিল উমাৰ মাক পিতাকলৈ। তেওঁলোকেতো উমাক তাৰ লগত বিয়া দিবলৈ ঠিকেই কৰিছে। এনে স্থলত মাজতে সি বিধি পথালি দিলে কথাটো বেয়া হ'ব। সি শুনিবলৈ পাইছে- এই কাৰণে বোলে খুৰাকক পিতাকে টকাও ধাৰলৈ দিছে। বিয়াৰ পিচত বোলে ড্ৰাইভাৰে সেই ধাৰ পৰিশোধ কৰিব। শহুৰেকৰ ধাৰ জোঁৱাইয়েকে সুজিব। ডাঙৰ বৌৱেকে এইবোৰ ভিতৰুৱা কথা তাৰ আগত কালি ৰাতি কৈছে। এই কথা শুনাৰ পৰা তাৰ

মন পিতাক, খুৰাক আৰু খুৰীয়েকৰ ওপৰত বিৰক্ত হৈ আছে, তাতে আজি ড্ৰাইভাৰে উমাইতৰ নঙলামুখত গাড়ী ৰখা দেখি তাৰ খং উঠিল। কিন্তু কি কৰিব, ভাবি পোৱা নাই। সন্ধিৰ বাঁহ বুদ্ধিৰেহে কাটিব পাৰি। এই কথা তাৰ জনা আছে। বলেৰে কোনো কাম নহয়। পিতাক, খুৰাক, খুৰীয়েক, ডাঙৰ বৌয়েক, আৰু ড্ৰাইভাৰ এই কেইজনৰ মেৰপেচ ভঙা কম কথা নহ'ব। সি নিৰুপায় হৈ পৰে এইবোৰ চিন্তা কৰি।

দুয়ো বহুদূৰ আগবাঢ়ে। কাৰো মুখত মাত নাই। নীৰৱ দুয়ো । বীৰেনৰ হঠাৎ এনে পৰিবৰ্ত্তন দেখি উমাই কাষ চাপি আহি ক'লে—

"খং কৰিলা সৰু ককাইদেউ?"

"নাই কৰা। কিয় খং কৰিম?"

"তেন্তে মাতিবলৈ এৰিলা কিয়?"

"ভাবিছো ?"

"কি ভাবিছা ?"

"বীৰাৰ কথাকে ভাবিছো।"

"বীৰাৰ কথা কি ভাবিছা?"

"ওজা লগাম নে নিজে খেদিম?"

"ওজা লগাব নালাগে, নিজেও খেদিব নালাগে। সময় হ'লে দেওভূত আপুনি আঁতৰিব। তুমি চিন্তা নকৰিবা।"

"হু!"

অলপ পৰ দুয়ো নীৰৱ। তাৰপিচত উমাই আৰু মৰম লগাকৈ কয়- "কি ভাবিছা?"

"তোৰ কথাকে ভাবিছো।"

"মোৰ কথা কি ভাবিছা? মই বৰ মুখ চোকা হোৱা বুলি ভাবিছা নহয়?" তাই তাৰ ফালে চায়।

সি তাইৰ ফালে চাই কয় "উমা, বাস্তবিক মই আচৰিত হৈ গৈছো যে তই ক'ৰপৰা কেনেকৈ এনেবোৰ কথা ক'ব পৰা হলি; কেনেকৈ এনে কথা চিন্তা কৰিব পৰা হলি।"

"বয়স হ'লে, ঠেকত পৰিলে মানুহে এনেবোৰ কথা আপোনা আপুনি শিকে সৰু ককাইদেউ, অইনে শিকাব নালাগে। এই কেইমাহৰ ভিতৰতে মই যিমান ঠেকত পৰিলো, যিমান বদ্‌নাম পালো আৰু যিমানবোৰ মানুহৰ পৰা নানা কথা শুনিলো তাৰ পৰাই মই এনেকৈ কথা ক'ব পৰা আৰু চিন্তা কৰিব পৰা হলো সৰুককাইদেউ,

মোক কোনেও শিকোৱা নাই। মানুহে মোক শিকোৱা নাই -সংসাৰখনে মোক বিপদত পেলাই শিকাইছে।"

সামান্য শিক্ষা পোৱা ছোৱালী এজনীৰ মুখত এনে জ্ঞানগৰ্ভ কথা শুনি বীৰেন স্তম্ভিত হৈ গ'ল। বাস্তৱিক সংসাৰত লিখা পঢ়া শিকাই অকল শিক্ষা নহয়; অকল কিতাপৰ জ্ঞানেই প্ৰকৃত জ্ঞান নহয়। সংসাৰৰ ঘাত প্ৰতিঘাততহে মানুহৰ জ্ঞান জন্মে। বিপদত পৰিলেহে মানুহে আচল শিক্ষা লাভ কৰিব পাৰে। জগতৰ ঘটনা প্ৰবাহে আমাক চিন্তা কৰিবলৈ শিকায়। দুনীয়াৰ যাতনাইহে মানুহক প্ৰকৃত শিক্ষিত কৰি তুলিব পাৰে; জ্ঞানী কৰি তোলে। সেই কাৰণেই বুঢ়া লোকে কয় যে জ্ঞান লাভ হয়- দেখি, শুনি আৰু পঢ়ি। অকল পুথিগত বিদ্যাৰে সম্পূৰ্ণ জ্ঞান লাভ নহয়।

উমাৰ ফালে এবাৰ চাই তাইৰ প্ৰতি দৰদত তাৰ হিয়া পমি যায়। তাইৰ হাতখন চপাই আনি মুঠিমাৰি ধৰি তাইৰ চকুলৈ মৰমসনা দৃষ্টিৰে চাই আবেগভৰে কয়-"উমা, মোৰ মৰমৰ ভনীটি। তোলৈ আজি মোৰ ইমান মৰম লাগিছে যে মই কেনেকৈ প্ৰকাশ কৰিম তাক ভাবি পোৱা নাই। তোৰ কথাই আজি মোক এটা ডাঙৰ সত্য শিকালে।"

"তাই মিচিকিকৈ হাঁহি মাৰি কলে-"মোক ঠাট্টা কৰিলা?"

"নহয় উমা, তোৰ কথাই মোক এটা ডাঙৰ সত্য শিকালে। অকল পুথিগত বিদ্যাই মানুহৰ যথেষ্ট নহয়, বৰং সংসাৰ বিদ্যালয়খনৰ পৰা আঘাতৰ জৰিয়তে পোৱা শিক্ষাইহে প্ৰকৃত শিক্ষা, আচল জ্ঞান। তই যে এই কম বয়সতে সংসাৰৰ নিকাৰ ভুঞ্জি জ্ঞান আহৰণ কৰিব ধৰিছ তাক মই আজি বেচ উপলব্ধি কৰিছো। আজি জানিছো, তই মোৰ উপযুক্ত ভনী। বোধহয় সেইবাবেই তোক মই ইমান ভাল পাওঁ।"

সি আবেগতে তাইৰ ফালে চাই চাই খোজকাঢ়ে। তাই তাৰ মুখলৈ চাই যেন মৰমতে পমি যায়। লাজ আৰু ভালপোৱাৰ মাজত পৰি তাই কয়-

"ব'লা সৰুককাইদেউ, বেগাই ব'লা; বহুত দেৰি হ'ল।"

"ব'ল বাৰু।" সি দৃষ্টি ফিৰাই আনি বেগাই খোজ লয়। অন্তৰত কিন্তু চিন্তাৰ ধুমুহা।

নীৰৱভাবে খোজকাঢ়ি আহি দুয়ো বলোহঁতৰ নঙলামুখ পায়।

বলোহতঁৰ নঙলামুখ পাই বীৰেন আগ হ'ল। উমাই পিছে পিছে গ'ল। তাই অতি সন্ত্ৰস্ত হৈ গৈছে কিজানি সেই টুটুকিনী বুঢ়ী কাঞ্চন পেহী তাতেই আছে। ইফালে সিফালে চাই কাকো কতো নেদেখি বীৰেনৰ পিচে পিচে গৈ বলোৰাম থকা ঘৰৰ দুৱাৰমুখ পালে গৈ। দুৱাৰমুখৰ পৰাই "বলোককাই" বুলি মাত দি বীৰেন ঘৰত সোমাল। পিছে পিছে সোমাল উমা। বীৰেনৰ মাত শুনি বলোই ইকাতি হৈ বাগৰ

সলালে আৰু ক'লে- "কোন?"

বিচনাৰ কাষত থিয় হৈ বীৰেনে উত্তৰ দিয়ে- "মই ককাই ।"

উমাই বীৰেণৰ পিছফালে থিয় হৈ ৰয়। বীৰেনক চিনিব পাৰি বলোৰামে এটা ক্ষীণ হাঁহি মাৰি কয়- "কোন? বীৰেন? কেতিয়া আহিলি ভাই?"

"যোৱা কালিয়ে আহিছো ককাই। আহিয়ে খবৰ পালো যে তোৰ জ্বৰ, কিন্তু কালি আৰু আহিবলৈ সুযোগ নাপালো। পিছে আজি গা কেনে পাইছ?"

"গা আৰু কেনে পাম ভাই, মই একো তত ধৰিবই পৰা নাই। জ্বৰো নেৰে আৰু একো খাবলৈও নোৱাৰো। ভগৱানেহে জানে মোৰ কি গতি হয়!"

"একো ভয় নকৰিবি ককাই । মই আহিছো। দৰ্কাৰ হ'লে তোক মই গুৱাহাটীলৈ লৈ যাম। মুঠতে তই ভয় নকৰিবি। ডাক্তৰ আজি আহিছিল নে নাই?"

পুৱাতে আহিছিল। ঔষধ দি গৈছে। কিমাননো ঔষধ খাম। বিৰক্তিয়ে লাগিছে ঔষধ খাই খাই।"

'নহয় 'ককাই , ঔষধ খাই থাকিবি, হেলা নকৰিবি।"

"খায়ে আছো। বাৰু বহ্ 'ভাই' তাতে বোধহয় এখন টুল আছে।"

"বাৰু বহিম।"

বীৰেন বহে। বীৰেন বহাত বলোই উমাক দেখা পায়। নতুন সাজপাৰত তাইক চিনিব নোৱাৰি বীৰেনক সোধে-" এওঁ কোন? মই চিনিব পৰা নাই। তোৰ লগত গুৱাহাটীৰ পৰা আহিছে নেকি ?"

"এইজনীক তই চিনা নাই?" বীৰেনে খিল খিলকৈ হাঁহে। বলোৰাম অপ্রস্তুত হৈ যায়। উমা অপ্রতিভ হৈ পৰে। বীৰেনে হাঁহি হাঁহি কয়— "তয়ো এজন মানুহ! এইজনী দেখো ।"

এই বুলি বীৰেনে কিবা ক'ব ধৰোঁতে উমাই এটা চিকুট মাৰি দিলে। উমাৰ ইঙ্গিত বুজি বীৰেনে কথাষাৰ ঘূৰাই ক'লে- "অৱশ্যে তই নাজান। এওঁ গুৱাহাটীৰ পৰা মোৰ লগত আহিছে।" বলোৰামৰ বেমাৰী চকুৰে উমাক চিনিব পৰা নাই। বলোৰ এনে অৱস্থা দেখি বীৰেনে তাৰ মন চাবৰ বাবে তেনে কৰিলে। বীৰেনে বুজিছে যে ইয়াৰ ভিতৰত নিশ্চয় কিবা কথা আছে নহ'লে উমাই চিকুটি নিদিলেহেঁতেন। গুৱাহাটীৰ পৰা অহা বুলি কোৱাত বলোই উমাক গুৱাহাটীৰ ছোৱালী বুলি ভাবি ক'লে—

'অনুগ্রহ কৰি বহক আমি গৰীব মানুহ, কি দিম বহিবলৈ! পীৰাখনতে বহক।"

বলোৰ কথাত বীৰেন আৰু উমাৰ পেটে পেটে বৰ হাঁহি উঠিল, কিন্তু ৰহস্যভেদ নকৰি মনে মনে ৰ'ল। বীৰেনে বলোক বহুত কথা সুধিলে। ঔষধ পথ্য কেনেকৈ

খাইছে, কোনে খুৱাইছে ইত্যাদি কথা সুধি আছে আৰু বলোৱে়া যথাযথ উত্তৰ দি আছে। শেষত মাউতৰ আৰু কাঞ্চন পেহীৰ কথা বলোৱামে বৰকৈ ক'লে; প্ৰশংসা কৰিলে। বীৰেনৰ পিতাক আৰু উমাৰ পিতাকৰো শলাগ ললে। এই চলতে উমাই বীৰেনৰ মূৰটো হ'লাই আনি কাণৰ কাষত ফুচ ফুচাই ক'লে—

"মোৰ কথা সোধাচোন, মোক খং কৰিছে নেকি?"

বীৰেনে বলোৱামক সুধিলে—"উমা আহিছিলনে ককাই?"

বলোই এটা উপহাসৰ হাঁহি মাৰি উত্তৰ দিলে-"উমা ? উমা কিয় আহিব?" লোকৰ তিৰোতাই আমাৰ খবৰ ল'ব কিয়?"

" লোকৰ তিৰোতা ? তেন্তে উমাৰ বিয়া হৈ গল নেকি? মইতো খবৰ পোৱা নাই?"

"হোৱা নাই। হ'ব। দুদিন আগ বা পিচ....।"

"বিয়া নহওঁতে লোকৰ তিৰোতা হ'লনে?"

"হবতো; নহলেনো এতিয়াৰ পৰাই হাক বাধা শুনেনে?"

"কাৰ হাক শুনিলে?"

"কাৰ হ'ব! যাৰ শুনিব লাগে তাৰ হাক শুনিছে। মাক পিতাকে আহিব কোৱা সত্বেও যে নাহিল তাৰ মানে কি বুজিম?"

"মাক পিতাকে আহিব দিয়া বুলি কেনেকৈ জানিলি!"

"কালি গধূলি পিতাকে ক'লে আৰু আজি পুৱা মাকে কলে।"

"মিছা কথা ককাই। তাইক কোনেও হাক দিয়া নাই । মাকে কিবা কোৱাৰ বাবেহে খং কৰি নাহিল। বোধহয় আজি আহিব।'

"আহিব নালাগে বুলি কবি, কাৰণ ড্ৰাইভাৰ যি ৰকম লোক, পিচত তাইৰ বৰ বিপদ হ'ব।"

এই কথা আৰু উমাই সহিব নোৱাৰিলে। তাইৰ উচ্পিচনি লাগিল উত্তৰ দিবলৈ। এবাৰ বীৰেনৰ মুখৰ ফালে চাই কিবা কওঁ বুলি ভাবিছিল। এনেতে বীৰেনে হাক দি চুপ হৈ ৰবৰ বাবে ইঙ্গিত দিলে। কোনোৰকমে নিজক দমাই তাই নিজৰ বদ্‌নাম শুনি থাকিল। বীৰেনে ক'লে—"তেনেহলে তহঁত দুয়োৰো কিবা কাজিয়া হৈছে নেকি ককাই?"

"একো কাজিয়া হোৱা নাই ভাই। মোৰ ধন নাই যেতিয়া মোৰ আপোনো কোনো নাই।" তাৰ এনে অভিমান আৰু মনোবেদনাত উমাৰ অন্তৰ কান্দি উঠিল। বীৰেনে ক'লে- "তাই ইমান সোনকালে তোক পাহৰি গ'ল। সৰুৰে পৰাই তহঁত দুটাৰ ইমান মিল। এতিয়া ইমান সোনকালে পাহৰিলেনে? মোৰ বিশ্বাস নহয়। তাইৰ কিবা বেলেগ কথা

থাকিব পাৰে।”

“একো বেলেগ কথা নাই ভাই; তাই মোক পাহৰিলে। ইমান দিনৰ মৰম একে দিনাই নদীত উটুৱাই দিছে। ড্ৰাইভাৰৰ টকা দেখি মোক পাহৰিলে।” এইবাৰ আৰু উমাই সহ্য কৰিব নোৱাৰিলে। তাই বহাৰ পৰা থিয় হৈ বলোৰ বিচনাৰ ওচৰলৈ আহি চকুলো মচি কলে- “কিয় তুমি মোক এনেকৈ কোৱা।” তাই আৰু একো কব নোৱাৰিলে। ফেকুৰি উঠিল। হঠাতে উমাৰ মাত বুজিব পাৰি আৰু সমুখত এনে ধুনীয়া সাজপাৰেৰে বিভূষিতা হৈ অহা দেখি অবাক হৈ গ'ল বলোৰাম। সি একান্ত দৃষ্টিৰে উমাৰ ফালে চাই ৰ'ল। হতবাক। মুখত কথা নাই। কেৱল আশ্চৰ্য্য ভাব এটা চকুমুখে পৰিস্ফুট হৈ উঠিল। কি আচৰিত। এইজনী গুৱাহাটীৰ পৰা অহা ছোৱালী নহয়? উমাহে? কি ৰহস্য। নিৰ্ব্বাকভাৱে উমাৰ ফালে চাই ৰ'ল। উমাই তাৰ গাত ধৰি ফেঁকুৰি উঠিল—“এনে কথা কোৱাতকৈ মোক মূৰত কোৱাই মাৰি পেলোৱা। উহ।” তাই তাৰ বিচনাত মূৰটো থৈ কান্দিব ধৰে। এইবাৰ বীৰেনে আৰু সহ্য কৰিব নোৱাৰিলে। ৰহস্য কৰোতে এতিয়া বিষাদ আৰম্ভ হ'ল। তাৰ মনত বেজাৰ আহিল। সি বৰ কৰুণভাৱে ক'লে—

“এইজনীয়ে উমা ককাই। তই তাইৰ মনত আৰু বেজাৰ নিদিবি।”

“উমা? এৰা উমা। হুঃ” সি 'হু' বুলি কৈ অভিমানত পিচমুখ দিলে। হঠাতে এনে এটা পৰিবেশ সৃষ্টি হব বুলি বীৰেনে ভবা নাছিল। তাৰ স্বভাৱকোমল মনটিত বেদনাবোধ হ'ল। এই দৃশ্য সি আৰু চাই থাকিব নোৱাৰা হ'ল। সি বাহিৰ ওলাই আহিল আৰু ক'লে—“তই খং নকৰিবি ককাই; উমাৰ গাত কোনো দোষ নাই। মই তোক পিছত বুজাই দিম।” এনেকৈ কৈ সি বাহিৰলৈ আহিল। সিহঁত দুটাৰ ভিতৰত বুজা পৰা হ'বৰ সুবিধা দিবৰ বাবেই সি আঁতৰি আহিল। এইবোৰ বিষয়ত বীৰেন বৰ অভিজ্ঞ। মানুহৰ অন্তৰৰাজ্যত উঠা-নমা কৰা ঢৌবোৰৰ সঠিক হিচাপ দিব পাৰে সি। সেইবাবেই তাৰ হৃদয় দৰদে ভৰা- অইনৰ দুখ ব্যথা বুজিব পাৰে।

বীৰেনে বাহিৰ ওলোৱাত উমাই ক'লে- “মোৰ গাত কোনো দোষ নাই। মই সকলো কথা কম। মোৰ কথা নুবুজি, নাজানি তুমি মোক খং কৰিছা। মোক খং নকৰিবা।”

“খং কৰিনো কি পাৰ পাম? লোকৰ মানুহক মই খং কৰিলে কি হ'ব?”

“লোকৰ তিৰোতা, লোকৰ মানুহ বুলি মোক নকবা। যদি তুমি মোক বেয়া পোৱা তেনেহ'লে মোৰ মৰণে গতি হ'ব।”

“মিছাকৈ আৰু মোক ফাকি দিলে কি হব? মই সকলো বুজিছো। পিচে ইয়ালৈ অহা শুনিলে ড্ৰাইভাৰে বেয়া পাব।”

"মই কালি নাহিলো আইৰ একাষাৰ কথাৰ কাৰণে; অথচ আজিও সেই আষাৰ কথা শুনিলো। ড্ৰাইভাৰে বেয়া পোৱা বাবে মই আহিব নালাগে? সেই কুকুৰে মোক খালে। তাক যে মই কি কৰিম।"

তাইৰ আজি হঠাতে এনে খং দেখি বলোৰামে তবধ মানিলে। তেন্তে তাই ড্ৰাইভাৰক ভাল নাপায়? তেন্তে জেতুকীবাইৰ ঘৰলৈ কিয় গৈছিল? তাৰ সুধিবলৈ মন যায়। সুধি পেলায়-"জেতুকীবাইৰ ঘৰলৈ গৈ লগ ধৰা আৰু কথা হোৱাটো কি? তিৰোতা- জাতিৰ বিশ্বাস নাই। ইহঁত দুমুখিয়া ডিঙাৰ -যিফালে আছে সেই ফালে মাছ লাগে।"

"জেতুকীয়ে মোক খালে। তাই হতচিৰি হোৱাইতিৰ বাবেই মোৰ ইমান খিনি হ'বলৈ পালে। ঈশ্বৰে তাইক এই পাপৰ পৰাচিত কেতিয়া কৰায় তাকেহে বাট চাই আছো।"

"শুনা কথাবোৰ জানো মিছা ?"

"সকলো মিছা। মানুহৰ কান বাগৰা কথা শুনি আচল ঘটনা নজনাকৈ মিছাকৈ বদনামবোৰ বিশ্বাস কৰিলে মই কি কৰিম? মোকতো এদিনো সোধা নাই। যদি মোক ভাল পালাহেঁতেন তেন্তে কিয় নুসুধিলাহেঁতেন। তাকে নকৰি মানুহৰ কথাকে বিশ্বাস কৰিলা। এদিনো বাৰু মোক লগ নধৰিলা কিয়?"

"মোৰ কি দৰ্কাৰ? পিচে ড্ৰাইভাৰক জানো ভাল পোৱা নাই?"

"ড্ৰাইভাৰতো দূৰৰ কথা, মই জানো আৰু অইনক ভাল পাব পাৰো?" তাইৰ কথা শুনি সি এইবাৰ তাইৰ মুখৰ ফালে চায়। তাই তাৰ চকুলৈ সজল আকুল দৃষ্টিৰে চাই থাকে। বলোৰামে তাৰ দুৰ্ব্বল হাতখন তাইৰ কান্ধত থৈ চকুলৈ চাই কয়- "তই মোক পাহৰা নাই?" তাই নিজৰ হাতখন তাৰ কপালত দি কপাল- মূৰ পিহি চুলিখিনি লিৰিকি বিদাৰি কয়- "মইজানো আৰু পাহৰিব পাৰিম?" তাৰ চকুলৈ চোৱাত তাইৰ চকুৰে দুফোটা চকুলো নিজৰি পৰে। এইবাৰ বলোৰ অন্তৰ আবেগত দ্ৰবীভূত হৈ গ'ল। এনেয়ে বেমাৰী শৰীৰ-মনবৰ আবেগপ্ৰৱণ হৈ পৰে, তাতে এনে এটা পৰিস্থিতিত তাৰ মন অতি আবেগ প্ৰবণ হৈ পৰিল। প্ৰাণৰ আপোন উমাৰ চকুত চকুলো দেখি তাৰ আবেগৰ বান দুগুণ কোবেৰে প্ৰবাহিত হৈ গ'ল। উমাৰ ডিঙিত সাবটি ধৰি তাইৰ মুখখন নিজৰ মুখৰ কাষলৈ টানি আনি ক'লে- "উমা, মোৰ মৰমৰ উমা। তোক মই কেনেকৈ পাহৰিম।" সি তাইক দুবাহুৰে আকোৱালি ধৰি থাকে। আবেগেৰে দুটি ডেকা-গাভৰুৰ অন্তৰ উপচি পৰিল। কিছুপৰ এনেভাবে থকাৰ পিচত তাৰ হাত শিথিল হৈ আহে। উমাই লাহে লাহে আঁতৰি আহে। তাই সৰু সৰুকৈ কয় "সৰু কৰাইদেউক

মাতো?” “উ” বুলি সি সন্মতি দিয়ে তাইক। উমাৰ পৰশত তাৰ ৰুগ্ন দেহত পুলকৰ সঞ্চাৰ হয়। পৰিতৃপ্তিৰ বিমল আনন্দ উপলব্ধি কৰিলে আজি বলোৰামে। নিৰ্ব্বাক, নিশ্চল শান্তভাবে পৰি ৰ'ল বলোৰাম। উমাই লাহে লাহে উঠি নিজৰ কানি-কাপোৰ সংযত কৰি লৈ বাহিৰলৈ যাবৰ বাবে সাজু হ'ল। তাই অলপ সন্দেহ কৰিছে জানোচা বীৰেণে এইবোৰ দেখিলে। কিন্তু ইফালে তাইৰ সন্দেহ কাৰ্য্যত পৰিণত হৈয়ে গৈছে। তাইক যেতিয়া গলত সাবটি ধৰে ঠিক সেই সময়ত উমাক মাতিবলৈ আহি বীৰেনে দুৱাৰ মুখ পায় আৰু সিহঁত দুটাৰ এনে মিলন দেখি সি একো নামাতি সিহঁতক নেদেখাকৈ আকৌ পিচুৱাই গৈ বাহিৰত থিয় হৈ ইফাল সিফাল কৰি ফুৰি থাকে। উমা আৰু বলোৰ পুনৰমিলন হোৱাত তাৰ মনত বৰ আনন্দ লাগে। এনেতে বাহিৰলৈ ওলাই আহি উমাই মাত দিয়ে- “সৰু ককাইদেউ, তুমি ইমান সময়ে কিয় বাহিৰত আছা? তুমি যাবা যাবা বুলি ইমান সময়ে মই ঘৰৰ ভিতৰতে অপেক্ষা কৰি আছিলো। মই ভাবিছিলো বোলো তুমি পেচাব কৰিবলৈ ওলাই গ'লা, পিচে ইমান সময় নোযোৱা দেখিহে ওলাই আহিলো।”

উমাৰ কথা শুনি বীৰেনৰ মনে মনে হাঁহি উঠিল। বেচ বুদ্ধিমতী ছোৱালী উমাজনী। বেচ বাগীমাৰি কথা ক'ব জানে। সি পেটে পেটে হাঁহিলে,-মই যাবলৈ ইচ্ছা কৰিছিলিনে মই নোসোমালে ৰক্ষা পৰা বুলিহে কামনা কৰিছিলি? সোমালে ভাল পালিহেঁতেন নে নোসোমোৱাত ভাল পাইছ?” এনেবোৰ চিন্তা কৰে বীৰেনে। বাস্তৱিক বয়স আৰু অৱস্থাই মানুহক বহুত শিকায়। কেতিয়া কেনেকৈ কি কৰিব লাগে তাক ভালকৈ শিকায়। এটা মিচিকিয়া হাঁহিমাৰি বীৰেণে কয়- “মই পেচাব কৰিবলৈকেই গৈছিলো। তাৰ পিচত পলম হোৱা বাবে তই বাহিৰলৈ আহিবি আহিবি বুলি ভাবি বাহিৰতে ৰখি আছো। বাৰু, যাওঁ ব'ল এতিয়া, তোৰ কথা-বতৰা শেষ হ'লনে?”

কথা-বতৰাৰ কথা কোৱাত তাইৰ বৰ লাজ লাগিল। গালমুখ ৰঙা পৰি উঠিল। কিন্তু ককায়েকে তাইৰ বিষয়ে একো গম নোপোৱা ভাবি সান্ত্বনা লভিলে। তাই কলে- “যাও ব'লা। পিচে ?”

তাই কবলৈ ইতস্ততঃ কৰে। বীৰেনে তাইৰ ওচৰ চাপি আহি সোধে-“কি?”

উমাই কওঁ নকওঁকৈ লাহেকৈ কয়-“অলপ পথ্য খুৱাব লাগিছিল। এতিয়া বোলে একো পথ্য খোৱা নাই।”

“তাৰমানে তই পথ্য তৈয়াৰ কৰিবি?”

“নহ'লে যে কোনো নাই।” তাই তাৰ মুখলৈ চাই মিচিকিয়া হাঁহি মাৰি কয়।

“পলম হ'ব যে ? মই ইয়াত এনেকৈ থিয় হৈ থাকিমনে? মই যাও; তই থাক।”

"সৰুককাইদেউ......।" তাই তাৰ মুখলৈ চাই মৰমলগাকৈ কয়। উমাৰ মৰমসনা কোমল মুখখনিয়ে বীৰেনক সদায় বশ কৰে। ভনীয়েকৰ অন্তৰত কিহৰ হেন্দোলনি উঠিছে তাক ভালকৈ উপলব্ধি কৰিছে বীৰেনে। সেইদেখি মিচিক্‌কৈ হাঁহি মাৰি তাইৰ গাৰ ওচৰলৈ গৈ মিহি গালখনত এটা চৰমাৰি দি কয়– "ধেৎ পাগলী, একো নুবুজে। যা সোনকালে কৰগৈ। মই এপাক ফুৰি আহোঁ। পিছত আহি লৈ যাম। সোনকালে কিন্তু কাম শেষ কৰিবি। পলম হ'লে সৰু বৌৱে মোক বকিব।'

"তৎক্ষণাৎ হ'ব সৰু ককাইদেউ। মই অলপ বাৰ্লি গৰম কৰি দিম।" এনেকৈ কৈ হাঁহি মাৰি তাই পাক ঘৰলৈ যায়। বীৰেনে বলোৰ ওচৰলৈ আহি তাক মাত দিয়ে আৰু অলপ পিছতে ঘুৰি আহিব বুলি কৈ গুচি যায়।

তেতিয়া গধূলি হৈ আহিছে। উমাই চাকি জ্বলাই দি গ'ল বলোৰ ৰুমত। ৰুমটো ভালকৈ সাৰি বস্তুবোৰ পৰিপাটি কৰি থৈ দিলে। তাৰ পিছত পাক ঘৰত গৈ বাৰ্লি গৰম কৰিব ধৰিলে। আনদিনা সেই সময়ত কাঞ্চন পেহী আহি এইবোৰ কৰি দি যায়। আজি তেওঁ আহিবপৰা নাই। দূৰৈৰ এঘৰ মানুহৰ নামলৈ গৈছে। আহি পোৱা নাই। অৰ্জ্জুনে বলদহাল আনিবৰ বাবে বেলি থাকোঁতেই গৈছে, এতিয়ালৈ ঘূৰি অহা নাই। বলদহালক কোনোবাই নি "খোৱাৰত" দি আহিছে। সি খালাচ কৰিবৰ বাবে পইচা নাপাই গধূলিলৈ বাট চাই আছে। গধূলি হ'লে মানুহ দুনুহ নোহোৱা হ'লে "পাউণ্ডৰ" বাঁহৰ গোঁজ উভালি বেৰভাঙি গৰু মোকোলোৱা তাৰ মতলব। কিন্তু বাঁহৰ গোঁজ জোকাৰি চাই উভালিব নোৱাৰি সেই চেষ্টা এৰি অন্য বুদ্ধি পাঙিছে। ওচৰৰ পথাৰতে ঘাঁহ খাই থকা আঠ-নজনীমান গাই গৰু সি খেদি আনিছে আৰু মহৰিজনক কৈছে খোৱাৰৰ দুৱাৰ মুকলি কৰি দিবলৈ, কাৰণ সি গৰুবোৰ খোৱাৰত দিব। ইমান গৰু একেলগে পাই মহৰিয়ে একো আপত্তি নকৰি সুমাই থ'লে। তাৰ বাবে তাক পইচা দিলে আৰু বলদ দুটাও খালাচ দিলে। গাঁৱৰ খোৱাৰবোৰত সদায় এনে ৰকমৰ কাণ্ড ঘটি থাকে। ল'ৰাবোৰে পইচাৰ দৰ্কাৰ হ'লে বিশেষকৈ লগ ভাত খাবৰ বেলিকা পথাৰৰ পৰা গৰু খেদি নি খোৱাৰত দিয়ে। মহৰিয়েও টকাৰ লোভত গৰুবোৰ বিনাবাক্য ব্যয়ে খোৱাৰত সোমাই থয়। দৰ্কাৰ হ'লে ৰচিদ দিয়ে, নহ'লে নিদিয়ে। এই কৰ্ম্ম কৰি অৰ্জ্জুন বীৰে গৰু খেদি আনি ঘৰ পালে। গৰুহাল বান্ধি থৈ পাকঘৰলৈ গৈ বাহিৰৰ পৰাই মাত লগালে-"পেহী, মোক এক ঘটি পানী দে ভৰি ধুবলৈ।" সি ভাবিছে যে আনদিনাৰ দৰে কাঞ্চন পেহী আহি আজিও পাক ঘৰত পথ্য ৰান্ধি আছে।

উমা বাৰ্লি পগাই থকাৰ কাৰণে প্ৰথমবাৰ তাৰ কথা নুশুনিলে। অৰ্জ্জুনে

পুনৰ মাতিলে-- "নামাত কিয় পেহী ? এক ঘটি পানী দে।"

এইবাৰ তাৰ মাত উমাৰ কাণত পৰিল। "পেহী" বুলি মতা শুনি তাইৰ হাঁহি উঠিল। বাৰ্লিখিনি বাটিটোত বাকি তাই চচ্‌পেনটো থব ধৰিছে মাত্ৰ, এনেতে খঙৰ বেগতে ভিতৰ সোমাই আহি কাঞ্চন পেহী বুলি ভাবি চচ্‌পেন থব ধৰা উমাক হালি থকা দেখি পিছফালৰ পৰা ধমক দি ক'লে- "হেৰ বুঢ়ী, মাতিলে নুশুন নেকি কালেৰী বুঢ়ী? এক ঘটি যে পানী দিবলৈ কৈছো শুনা নাই নেকি?" উমাই চচপেনটো থৈ ইমুখ দি তাৰ ফালে চালে আৰু থিয় হৈ তাৰ মুখামুখি হৈ হঁহি মাৰি দিলে। সি আচৰিত হৈ তাইৰ মুখলৈ চাই ৰ'ল। ইমান ধুনীয়া ছোৱালী, এনে সাজ পাৰেৰে সৈতে সিহঁতৰ ঘৰত বাৰ্লি ৰান্ধিব ধৰিছে , ই কম ডাঙৰ কথা নহয়। সি প্ৰথমে চিনাই নাছিল। ভেবা লাগি উমাৰ ফালে চাই থকাত উমাই হাঁহি মাৰি ক'লে- "অৰ্জ্জুন, কি লাগে? পানী?"

সি এবাৰ ভালকৈ চাই লৈ উমাক চিনি পাই আচৰিত হৈ সুধিলে-

"উমা বাইদেউ নেকি?"

"তেন্তে কোন যেন পাইছ?"

"বাপ্‌ৰে বাপ। মই কাঞ্চন পেহী বুলি ভাবিছিলো।"

"সেই দেখিয়েতো বুঢ়ী মানুহ বাবে কাণেৰে নুশুনা হৈছো; মাতিম কেনেকৈ?"

"না ঃ মই জনাই নাছিলো, খং নকৰিবি বাইদেউ। কেতিয়া আহিছ?"

আনন্দত থৌকি বাথৌ হৈ সি উমাক খৰধৰকৈ সোধে। উমাই গহীন হৈ তাক মৰম কৰি কয়-"আবেলিতে আহিছো অৰ্জ্জুন। তই ইমান বেলি কলৈ গৈছিলি ?

"মই গৰুহাল আনিবলৈ গৈছিলো।"

"আনিলি?"

"আনিলো।"

"তেনেহলে এতিয়া যা, ভৰি ধুই আহগৈ" তাই তাক পানীৰ ঘটিটো আগবঢ়াই দিয়ে। সি আনন্দতে গৈ এঘটি পানী নি ভৰি ধুই আহে। উমাই ইতিমধ্যে চাহৰ কেটলি তুলি দি বাৰ্লিখিনি লৈ বলোৰামৰ ঘৰলৈ আহে। আহোতে অৰ্জ্জুনক কয়- অৰ্জ্জুন, মই চাহৰ কেটলিটো তুলি দি আহিছো, চাবিচোন।" তাইৰ আদেশমতে সি পাকঘৰলৈ গৈ চাহৰ কেটলিৰ তলত জুই দিব ধৰে। উমাই বাৰ্লিখিনি লৈ বলোৰামৰ ঘৰত প্ৰবেশ কৰে।

বাৰ্লিৰ বাটিটো বলোৰ কাষলৈ নি তাই মাত লগায়-"বাৰ্লিখিনি খোৱা ।" সি

ওলোটা মুখ কৰি শুই আছিল; তাইৰ মাত শুনি ইমুখ হৈ সুধিলে-"কোন? উমা? তই যোৱা নাই?"

"মই যাওঁ কেনেকৈ? ঘৰত যে কোনো নাই।"

"ৰাতি হ'ল , কেনেকৈ যাবি তেনেহ'লে?"

তাই ঠাট্টা কৰি ক'লে-'নগলে জানো বেয়া পোৱা।" তাইৰ হাতৰপৰা বাৰ্লিৰ বাটিটো লৈ গৈ সি মৰমতে কৈ উঠে-

"ঠাট্টা কৰিছ? তোৰ কথাৰ উত্তৰ দিবলৈ মোৰ বুধি আছেনে, মোক যে প্ৰশ্ন কৰিছ?"

"আই ঐ দেহি! মই যেন স্কুল কলেজত পঢ়া ছোৱালীহে যে কথা ক'বলৈ জানো।"

" তই নপঢ়িলেও বীৰেনৰ শিক্ষা পাই পঢ়া ছোৱালীৰ দৰে জনা হৈছ। তই বীৰেনৰহে ভনীয়েক -তোক কথাত কোনে পাৰিব? পিচে বীৰেন কলৈ গ'ল?" এনেকৈ প্ৰশ্ন কৰি বাৰ্লিখিনি খাই বাটিটো তাইৰ হাতত দিয়ে। তাই বাটিটো হাতত লৈ উত্তৰ দিয়ে-

"এতিয়াই মোক নিবৰ বাবে আহি পাব। এপাক ফুৰি আহিম বুলি ওলাই গৈছে।"

'সি বৰ ভাল ল'ৰা। সৰুৰ পৰাই তাৰ স্বভাব-চৰিত্ৰ, বুদ্ধি-কৌশল দেখি ডাঙৰ মানুহ হ'ব বুলি জানিছো। তাক মই বৰ ভাল পাওঁ। এতিয়া ইমান লেখাপঢ়া কৰিও আমি মুৰুখ মানুহৰ লগত কথা পাতে; আমাৰ খবৰ লয়, লগ হয়; বিপদত মাত দিয়ে, সহায় কৰে। তাক মই কি দিম!"

"কিনো দিব লাগে? সৰুককাইদেউ তেনেকুৱা অহংকাৰী লোক নহয় আৰু কাৰো পৰা একো নিবিচাৰেও। তেওঁৰ মন বৰ ডাঙৰ।"

"এৰা, তাৰ মনটো বৰ ডাঙৰ। বাৰু , সি আহিলে একাপ চাহ কৰি দিব পাৰিবিনে? মোৰ চাঙৰ বাঁহৰ গৰ-ডালৰ ভিতৰত পইচা আছে। হাত সুমাই দিলেই পাবি। তাৰে পৰা পইচা নি দোকানৰ পৰা ভাল বিস্কুট আনি চাহ একাপ খুৱাই দে। অৰ্জ্জুনক দোকানলৈ পঠাই দে। সি আহিছেনে নাই?"

"আহিছে।"

"তেনেহ'লে যাবলৈ ক গৈ। সি তাইৰ ফালে চাই ৰয়। তাই তাৰ মুৰ শিতানত থকা বাঁহৰ ধাম ডালৰ ফুটাৰে হাত ভৰাই দিয়ে। বাঁহৰ ভিতৰত বহুত পইচা আছে। তাৰে কিবা লৈ তাই গুচি যায়। পাকঘৰত চাহৰ টৌকাত জাল

দি থকা অৰ্জ্জুনক মাতি আনি কয়- "অৰ্জ্জুন যাচোন তৎক্ষণাৎ গৈ দোকানৰ পৰা ভাল বিস্কুট লৈ আহগৈ।"

"কাৰ কাৰণে বাইদেউ?"

"তোক কিয় লাগে? বাৰু, মোৰ কাৰণে জানো তই একো আনিব নোখোজ?"

"ই -হ" বুলি লেনীয়া মাতেৰে সি তাইৰ কথাৰ প্ৰতিবাদ কৰে আৰু কয়- "তই বিস্কুট নাখাৰ, মই জানো। অইনৰ বাবে লাগে বোধকৰো।"

"বাৰু, অইনৰ বাবেই আনচোন।"

"কচোন বাইদেউ , কাৰবাবে লাগে?"

"নকওঁ মানে নেৰ নেকি? মোক তই একো দিব নোখোজ?"

"আই ঔ, মই বোলে একো দিব নোখোজো! মই তোক সকলো দিব পাৰো। তোৰ বাবে সকলো কৰিব পাৰো।"

"তেন্তে যাচোন, যদি সকলো দিব পাৰ আৰু সকলো কৰিব পাৰ তেন্তে বিস্কুটকে দে আৰু দোকানলৈকে যা।"

উমাৰ আদেশ পাই সি পইচা লৈ যায়। যাওঁতে হাঁহি উমাক কয়- "লগতে ৰসগোল্লাও আনিম নহয় নে বাইদেউ?"

তাৰ হাঁহি দেখি উমাই হাঁহি মাৰি কয়-"নানিবি দুষ্ট। মই ৰসগোল্লা নাখাওঁ।"

"ৰসগোল্লা নাখাই বিস্কুট নাখাৰ, মই জানো।" সি এনেকৈ কৈ দৌৰি যায়।

বীৰেনে ফুৰি আহি ইতিমধ্যে বলোইতৰ ঘৰ পায়। সি আহি উমাক মাত দিয়ে- "উমা আছে নে?"

"উমাই পাকঘৰৰ পৰা মাত লগায়--"সৰু ককাইদেউ, আহা।"

বীৰেন পাকঘৰলৈ সোমাই যায়। উমাই তাক এখন পীৰা আগবঢ়াই দিয়ে যেন নিজৰ ঘৰলৈহে অতিথি আহিছে। বীৰেনে বহে আৰু ৰগৰ কৰি কয়-"তোৰ ঘৰলৈ আহিলো যেতিয়া অতিথিক কিহেৰে সৎকাৰ কৰিবি এতিয়া?"

তাইৰ ঘৰ বুলি কোৱাত তাই লাজত পৰিল। কিন্তু পেটে পেটে ঈশ্বৰক খাটিলে যেন সৰু ককায়েকৰ কথা কাৰ্যত পৰিণত হয়। লাজত তাই ৰঙাচিঙা পৰি উঠিল। ইফালে জুইৰ ৰঙা পোহৰ, তাতে তাইৰ বগাগাল দুখনিলৈ তেজ আহি আৰু ৰঙা আৰু তেজাল কৰি তুলিছে।

বীৰেনে তাইৰ এই তেজাল মুখখনি দেখি তাইলৈ চাই ৰ'ল। তাইৰ লাজুকুৰিয়া মুখখনি মনোমোহা দেখা গৈছে। সি হাঁহি মাৰি ক'লে—

"পিছে অতিথিক অভ্যৰ্থনা··?"

উমাই ধমক দি কৈ উঠে-"মোৰ ঘৰ নেকি যে মোৰ অতিথি হ'লা?"

"এৰা । তই য'ত থাক, সেয়ে তোৰ ঘৰ আৰু মই য'লৈ যাওঁ তাতে মই অতিথি।"

"দুষ্টটো ! মনে মনে থাকা। শান্ত ল'ৰাজন হৈ বহি থাকাচোন; মুখেৰে নামাতিবা; মই যি কৰো কৰিম।"

"আচ্ছা।" সি পীৰাখনত বহি লয়। উমাই চাহ চেকিব ধৰে। চাহ চেকি থাকোঁতে তাইৰ ভাব হয়-মোৰ কথা কিবা গম পালে নেকি সৰুককাইদেৱে? কিবা দেখা পালে নেকি? বোধহয় একো দেখা নাই কাৰণ তেওঁ বাহিৰত আছিল। তেনেহ'লে এই ইঙ্গিতপূৰ্ণ ঠাট্টা কৰিলে কিয়? ক'ব নোৱাৰিছো; মোৰ কিবাকিবি দেখা পালে বোধহয় । যিহে চালাক লোক! চিঃ লাজ লাগে তেওঁৰ আগত ওলাবলৈ।

লাজ আৰু আনন্দত তাইৰ গালমুখ ৰঙা পৰি উঠে। এনেতে বিস্কুট লৈ আহি পাকঁঘৰৰ ভিতৰ সোমায় অৰ্জ্জুন। লক্ষ্যভেদী অহা মহাভাৰতৰ অৰ্জ্জুনৰ দৰে বীৰদৰ্পে আহি মাত লগালে-"বাইদেউ" তাৰ মাত শুনি বীৰেন আৰু উমা দুয়ো তাৰ ফালে চায়। সিহঁত দুটাৰ আগত হঠাতে আহি অৰ্জ্জুন থিয় হৈ বীৰেনক দেখি হতভম্ব গৈ গ'ল। সি ভবাই নাছিল যে বীৰেন সিহঁতৰ ঘৰলৈ আহিব। বীৰেণক সি ভালপায় যিমান ভয়ো কৰে তিমান। থত্ মত্ কৈ থিয় হৈ থকাত উমাই কয়-"থৰ হলি যে মহাবীৰ অৰ্জ্জুন? দে বিস্কুট দে?"

সি নমতাকৈ তলমুৰা হৈ তাইৰ হাতত বিস্কুট আৰু ৰসগোল্লাবিলাক দিলে। উমাই ৰসগোল্লা দেখি কৈ উঠিল-"ইচ্ ৰাম! তোক এইবোৰ কোনে আনিব দিছে অৰ্জ্জুন?"

"মই নিজে আনিছো।"

উমাই ৰসগোল্লাবোৰ থৈ ক'লে-"বহ ইয়াতে । চাহ খাবি।" এখন পীৰা দিলে উমাই। অৰ্জ্জুন বহিল বীৰেনৰ পিচত । বীৰেনে পিচমুখ দি তাৰফালে চাই সুধিলে-"কি অৰ্জ্জুন; আজিকালি তোৰ বন্দুকটো আছেনে নাই?"

সি নীৰৱ; তলমুৰ। উমাই দুয়োৰো আগত চাহৰ বাটি আৰু ৰসগোল্লা দিয়ে। কয়-"খোৱা ককাইদেউ। তয়ো খা অৰ্জ্জুন।"

বীৰেনে এঢোক চাহ খাই ল'লে। তাৰ পিছত ৰসগোল্লা এটা মুখত ভৰাই কয়-"যোগাৰ দেখিছো ডাঙৰেই।" তাৰ পিচত অৰ্জ্জুনক আকৌ সোধে -"নামাতা

দেখোন' তোৰ বন্দুক ক'ত ?"

অৰ্জ্জুনে তলমুৱা হৈ বহি থাকে। উমাই কয়-"চাহ খা অৰ্জ্জুন?"

সি চাহ খাবলৈ ধৰে। বীৰেনে আকৌ সোধে--"বন্দুক ক'ত অৰ্জ্জুন?" সি সোঁহাতেৰে বিস্কুট এখন লৈ মুখত ভৰায় আৰু বাওঁহাতেৰে পেটলুঙৰ মোনাৰ পৰা ৰবৰৰ ফান্দখন উলিয়াই দেখুৱায়। তাৰ কাণ্ড দেখি বীৰেন আৰু উমা দুয়ো হাঁহিব ধৰে।

"চাব্বাচ বীৰ তই অৰ্জ্জুন!" বীৰেণে তাৰ পিঠিত চপৰিয়াই দিয়ে। সি তলমুৱা হৈ ফিচ্ ফিচ্কৈ হাঁহিব ধৰে। তাৰফালে চাই উমাই মুখত কাপোৰ দি হাঁহিব ধৰে।

চাহ খাই উঠি দুয়ো ককায়েক্-ভনীয়েকে বলোৰ ঘৰলৈ আহে আৰু তাৰ বিচনাৰ কাষলৈ গৈ কিবাকিবি কথা কৈ দুয়ো বিদায় লয়। বীৰেনে বলোক শুনাকৈ উমাক আদেশ কৰে---"তই নিতৌ আহি কামবনখিনি কৰি দি যাবি উমা। বলোককাই অকলশৰীয়া মানুহ; অৰ্জ্জুনো ল'ৰা মানুহ ; গতিকে ঘৰখনৰ কামবন কৰি দি যাবি, বেমাৰীৰ ঔষধ-পথ্য যোগাৰ কৰি দিবি। বলোককাইৰ বেমাৰ ভাল নহয় মানে তোক ইয়াতে চাকৰি দিলো।"

তাৰ কথা শুনি বলো, উমা আৰু অৰ্জ্জুন তিনিও হাঁহিব ধৰে । উমাই হাঁহি মাৰি কয়-"তোমাৰ আদেশ মানিবই লাগিব। পিচে মোৰ চাকৰিৰ দৰমহা কি হ'ব নকলা দেখোন?"

"দৰমহা অবৈতনিক অৰ্থাৎ বিনা দৰমহাৰ চাকৰি।"

"বিনা দৰমহাত কিয় চাকৰি কৰিম?"

"চাকৰি " মানে 'কৰি চা' "কেনে ৰকম হয়। পিচত দৰমহা । তোৰ চাকৰি মানে 'চাহ কৰি' অৰ্থাৎ বেছি সময় তোৰ চাহ কৰোঁতেই যাব। গতিকে "দৰমহা কি পাবি ? চাহ কৰি খাবি।" তাৰ ৰগৰত গোটেইকেইজনে হাঁহি দিয়ে। বলোই হাঁহি কয়-"ককায়েক-ভনীয়েক একে সমান। দুয়োকো একে ঘৰতে জন্ম নিদিলে কিয়?"

"ভগবানৰ গোলমাল হৈ গ'ল ককাই, কাৰণ আগেয়ে মোৰ আইক মাৰি নিবলৈ যমক আদেশ দি পিচত মোৰ ভনীজনীক বাৰু কেনেকৈ জন্ম দিয়ে? গতিকে নিৰুপায় হৈ বেচেৰা ঈশ্বৰে খুৰীৰ গৰ্ভতে মোৰ ভনীজনীক জন্ম দিলে।"

তাৰ ব্যঙ্গ ৰচনাত সকলোটিয়ে আকৌ হাঁহিলে। উমাই হাঁহি-হাঁহি ক'লে-"ব'লা এতিয়া, ৰগৰ কৰি থাকিলে নচলে।"

"ব'ল বাৰু ।" উমাক এনেকৈ কৈ বলোক কয় আকৌ-"যাওঁ ককাই ।"

"নিশ্চয় ।"

তাৰ পিচত দুয়োৰো প্ৰস্থান। আনন্দভৰা অন্তৰ আৰু আবেগভৰা মন লৈ দুয়ো ঘৰলৈ ফিৰিল। তেতিয়া ৰাতি প্ৰায় আঠোটা । আকাশত অষ্টমীৰ জোনৰ মনোমহা জ্যোৎস্না।

*　　*　　*　　*

# উনৈশ

কিছুদিন পিচত বলোৰামৰ জ্বৰ ভাল হল। মাক আৰু ড্ৰাইভাৰৰ বাধা সত্বেও উমাই প্ৰায় নিতৌ আহি কাম-বন কৰি দি যায়। বীৰেনৰ আদেশ পাই তাই কাকো ভয় কৰা নাই। বীৰেনৰ হুকুম বুলি শুনি মাহীমাকৰ কথাৰ জোৰ কমি গৈছে। ড্ৰাইভাৰে ভয়তে খোলাকৈ একো নকয় কিন্তু পৰোক্ষভাৱে হাক দিয়ে। বাপেকে মুখেৰে একো নকলেও অন্তৰেৰে অনুমতি দিছে। গতিকে উমাই অবাধে আহি কাম-বন কৰি দি যায়; বেমাৰীক শুশ্ৰূষা কৰে। লগত যায় পবন। উমাৰ এনেবোৰ কাৰ্য্য দেখি কাঞ্চন পেহীয়ে নাক কোচাই কোচাই কয়-

"তই পৰৰ বেটী, পৰৰ ঘৰতনো এনেকৈ খাটি মৰিছ কিয়?"

উমাই কাঞ্চন পেহীক পেটে পেটে দেখিব নোৱাৰে কিন্তু ভয়ো কৰে। সেই দেখি হাঁহি মাৰি কয়- "পৰৰ বেটী হৈ লোকৰ ঘৰৰ কাম কৰি আছো পেহী আজি, আৰু এদিন পৰৰ বোৱাৰী হৈ লোকৰ ঘৰতে কাম কৰিব লাগিব। আমি ছোৱালী মানুহ সদায় পৰৰ ঘৰতে কটাওঁ পেহী, নিজ ঘৰ আমাৰ ক'ত?"

"এই  আই, তয়ো বৰ কথা ক'ব জনাজনী ওলালি। কথাই কথাই যুক্তি। তই ডাঙৰ ছোৱালী, আজি কালিকৈ লোকৰ ঘৰলৈ যাব লাগিব, লোকৰ কথা মতে চলিব লাগিব; অইনৰ মন যোগনিয়াৰ হৈ থাকিব লাগিব। লোকে যদি এইবোৰ কথা দেখি-শুনি বেয়া পায় তেতিয়া কি কৰিবি? হয়, নহয় কৈ ড্ৰাইভাৰে দেখিয়ে আছে এইবোৰ । গতিকে তোৰ কপালত কি আছে তইহে জান মোৰ আই, আমি কি জানিম।"

ড্ৰাইভাৰৰ নাম কোৱাত উমাৰ বৰ খং উঠিল। কলে-"ড্ৰাইভাৰৰ কথা জোৰাই মোক একো নকবি পেহী;  মোৰ বৰ খং উঠে।"

"খং কৰিলে কি হ'ব? আজিৰ বাহিৰে কালি তাৰ লগতে চলিব লাগিব।"

"তাৰ লগত চলাতকৈ মই নদীত জাহ দি মৰিম।"

"তেনে কথা  নকবি উমা। আমিয়ো জীয়াৰী-বোৱাৰী আছিলো। কাৰ ভাগ্যত কি আছে কোনে জানে? বেটীৰ কপালে বান্দীৰ কপালে সমান। কি জানি তোৰ কপালত সেয়ে আছে·· ?

"মোৰ কপালত নাই পেহী;  জোৰ কৰিহে বহুৱাব খুজিছ তইঁতে।"

"আমি?"

"হয় ;  তইঁতে।"

"আমি নহয়। তয়ে নিজে কৰিছ । তোৰ কাণ্ডকাৰখানা দেখিয়েতো মধুনাথে মন কৰিছে ; আৰু সেই দেখিয়ে পাঁচশ টকাও লৈছে মহাজনৰ পৰা বিয়াৰ খৰচ বাবদ। মই কিবা নজনা বুলি ভাবিছ নেকি? মই সকলো খবৰ ৰাখিছো।"

এইবাৰ উমাৰ খং উঠিল। কৈ উঠিল—"মোৰ কাণ্ডকাৰখানা দেখি নে তোৰ টুটুকীয়া কথা শুনি? তয়েতো মোৰ বদ্‌নাম গাইছ?"

উমাৰ এনে স্পষ্টবাদিতা আৰু নিৰ্ভীক উত্তৰ শুনি কাঞ্চন পেহীয়ে চকুদুটা ঘোপা কৰি উঠিল—"হোঃ মইহে টুটুকিনী হ'লো? মইহে কৰিলো সেইবোৰ? মইহে জেতুকীৰ ঘৰলৈ গৈছিলো? মইহে গধূলি পৰত ড্ৰাইভাৰক লগ ধৰিছিলো? যোৱাই যোৱাই মোকহে ড্ৰাইভাৰে কাপোৰ দিব ধৰিছে। নানা ৰঙৰ ব্লাউজবোৰ মোকহে দিয়ে। টকা-পইচা মোকেই দিয়ে। বেটী তই এনে কথা কৱ?"

"নকম কিয়? তোৰ কাৰণেই মোৰ ইমানখিনি হ'ল। ড্ৰাইভাৰৰ টকা, কাপোৰ মই লোৱা নাই- তোৰ দৰে মোৰ যিয়ে অমঙ্গল কামনা কৰে সিয়েহে লৈছে।"উমাই মাহীমাকক ইঙ্গিত কৰে।

পেহীৰ বৰ খং উঠিল। ৰঙাচকু দেখুৱাই হাতদুখন দুবাৰমান মেখেলাখনত ধপচ্ ধপচ্‌কৈ কোৱাই কয়-"বেটি তোৰ ইমান বাঢ়াবাঢ়ি ? ভাল নহ'ব। তোৰ লাউপাত কচুপাত যেন মুখ মই মাৰিম। ইমান অহংকাৰ নকৰিবি। তোৰ কি গতি হয় দেখিম নহয়। আজিৰ ছলি হৈ পৰহিৰ গীত গাৱ? বোলে পৰুৱাৰ পাখি গজে মৰিবৰ বাবে।" এনেকৈ কৈ পেহী বলোইঁতৰ চোতালৰ পৰা খণ্ডতে উঠি যায়। পেহী যোৱাত উমাৰ ভয় লাগিল। যদি তাই এইবোৰ কথা কৈ দিয়ে? আজি তাই বৰ ভুল কাম কৰিলে। কোনো দিন উমাই মুখ তুলি কথা নকয়। আজিনো তাইক কিহে পালে! তাইৰ আজি গ্ৰহ বেয়া। এইবোৰ কথা দেখো নকলেও হ'লহেঁতেন? কিয় ক'লে । কিয় তাইৰ আজি এনেকৈ খং উঠিল। মিছাকৈ শত্ৰু বঢ়োৱা হ'ল। কি কাণ্ড কৰে এই টুটুকিনী বুঢ়ীয়ে তাকে ভাবি উমাৰ বৰ চিন্তা লাগিল। খণ্ডৰ বেগত নকবলগীয়া কথা কৈ বিপদ মাতি আনিলে।

মনত এনে এটা দুশ্চিন্তা লৈ তাই খৰধৰ কৰি কামবন কৰি বলোইঁতৰ ঘৰৰ পৰা সোনকালে গুচি আহিল।

ঘৰলৈ আহি ভাবিলে যে সকলো কথা গৈ সৰুবৌৱেক আৰু বীৰেনৰ আগত কৈ আহিব। কিন্তু যাবলৈ সাহ নহল, কাৰণ ডাঙৰ বৌৱেক আছে। তাই বাঘিনীৰ কাণত পৰিলে কথা বিপৰীতহে হ'ব। তাইৰ চক্ৰান্তত পৰি শহুৰেক হাতৰ পুতলা যেন হৈছে। ড্ৰাইভাৰ তাইৰ বৰ প্ৰিয়পাত্ৰ। তাক ভাল লগাই হাত কৰি

ৰাখিবৰ বাবেই তাই উমাক তাৰ লগত বিয়া দিবলৈ শহুৰেকক খাতিৰ ধৰিছে। বোৱাৰীয়েক-প্ৰাণ শহুৰেকেও তাইৰ ইচ্ছা পূৰণ কৰিবলৈ বিচাৰিছে। নিজৰ বংশৰ ছোৱালী এজনীক অপৰিচিত অজ্ঞাত কুলশীল এজনত দিবলৈ স্থিৰ কৰিলে। সেই দেখিয়ে ডাঙৰ বৌয়েকক উমাই বৰ বেয়া পায়। ভয়ো কৰে। তেওঁৰ ভয়তে তাই বীৰেনহঁতৰ তালৈ ন'গল।

দুপৰীয়া ভাত খাওঁতে ডাঙৰ বোৱাৰীয়েকে মহাজনক সোধে-

"সৰু বাপুৰ বিয়াখন তেনেহ'লে মাঘতহে পতা হ'ব হবলা?"

বোৱাৰীয়েকে মূৰত ওৰণিখনলৈ দুৱাৰৰ কাষত থিয় হৈ শহুৰেকৰ উত্তৰলৈ উৎকণ্ঠিত হৈ ৰয়। মহাজনে এবাৰ দালিৰ বাটিৰ পৰা দালিখিনি ভাতৰ কাঁহীত ঢালি লৈ ভাত সানি সানি উত্তৰ দিয়ে-

"তেনেই মন কৰা গৈছে। আঘোণত ড্ৰাইভাৰৰ বিয়াখন শেষ কৰিব'পাৰিলে মাঘত সৰুবোপাৰ বিয়াখন পাতিম বুলি ভাবিছো।"

"আমাৰ কুঞ্জৰো বোলে মেট্ৰিক পৰীক্ষা ; গতিকে টেষ্ট পৰীক্ষাৰ পিচতে হ'লে ভাল হ'লহেঁতেন। পিচলৈ তাইৰো পঢ়াৰ টান পৰিব।"

"দেখা যাওক কি হয়।"

"সৰু বাপুই বোলে বি,এ পাচ নকৰাকৈ বিয়া নকৰায়; সিদিনা মই সোধাতে তেনেকৈ ক'লে?"

"তাৰ কথামতে কাম কৰিমনে? সি ইবাৰ বি, এ দিব, পাচো কৰিব। গতিকে আগতে কৰালেনো তাৰ কি বেয়া হয়?" তেওঁ মুখত ভাত ভৰাই কয়।

"ময়ো তাকেই কৈছো, পিচে শুনিলেহে।"

"তাৰ কথামতে হবনে? দেখা যাওকচোন কি হয়। ড্ৰাইভাৰৰ বিয়াখন গ'লে তাৰ এখন ঘৰ পাতি দি ৰাখিব পাৰিলে পিচত বাকীবোৰ ঠিক কৰি পেলাম।"

"উমাই বোলে আপত্তি কৰিছে ?"

ছোৱালীৰো কিবা ক'ব লগা আছেনে? অভিভাৱকৰ ভালেই ছোৱালীৰ ভাল। বাপেকক টকা পাঁচশ এনেয়ে দিলেনে?"

শহুৰেকে খৰখৰকৈ খাবলৈ ধৰে। কাঁহীত ভাত নোহেৰা দেখি বোৱাৰীয়েকে ভাত আনি দিয়ে। মহাজনে হাতখন দাঙি বাধা দিয়ে--

"নালাগে, ভাত আৰু নালাগে। মোৰ খোৱা হ'ল।"

"নহয়, অলপ দিওঁ ; গাখীৰ আছে নহয়।"

বোৱাৰীয়েকে ভাত দি গাখীৰৰ সাজখন আনি গাখীৰ দিয়ে। শহুৰেকে গাখীৰ

সানি ভাত খায়। বোৱাৰীয়েকে ক'বলৈ আৰম্ভ কৰে--

"অইনৰ কথা ক'লে কি হ'ব, আমাৰ ঘৰতে ঘৰ বৈৰী বিভীষণ আছে নহয়; তাই অমত নহে কি হ'ব।"

বোৱাৰীয়েকৰ কথা শুনি শহুৰেকে মূৰ দাঙি চায় আৰু সোধে--

"কাৰ কথা কৈছা? বীৰেনৰ কথা কৈছা নেকি? সি কিবা কৈছে নেকি?"

'কাৰনো কথা কম! সৰুবাপু নহয়; সৰু বাপুক যিয়ে লগাই মোৰ বিৰুদ্ধে কয়, ঘৰখন যিয়ে জ্বলাতন কৰিব ধৰিছে তেওঁৰ কথাকেই কৈছো।"

শহুৰেকৰ আৰু বুজিবৰ বাকী নাথাকিল। সৰু বোৱাৰীয়েক আৰু ডাঙৰ বোৱাৰীয়েকৰ ভিতৰত কাজিয়া আছে আৰু বীৰেনৰ লগত যে সৰু বৌৱেকৰ বৰ মিল এই কথা তেওঁ জানে। সৰু বোৱাৰীয়েকৰ প্ৰতি ডাঙৰ বোৱাৰীয়েকে যি শ্লেষপূৰ্ণ মন্তব্য দিলে, মহাজনে বুজিলে। মহাজনে মূৰ দুপিয়াই ক'লে--"সৰু আইৰ কথা ভাবিব নালাগে। মই সকলো ঠিক কৰিম, কেৱল বীৰেনক অলপ চকু ৰাখিবা। পাৰিলে তাকহে সাৱধান কৰি দিবা, কাৰণ প্ৰকৃতপক্ষে সিয়েহে উমাৰ অভিভাৱক । সিদিনা টকা পাঁচশ নিওঁতে মধুনাথেও ক'লে--"ককাইদেউ, মই টকা ললোহে কিন্তু বীৰেন বোপাহে উমাৰ আচল অভিভাৰক। তাৰ মত নহ'লে মই টকা ফিৰৎ দিব লাগিব। সৰুৱে পৰা কোলাত লৈ তাইক ডাঙৰ -দীঘল কৰিলে; আজিও তাইৰ সমস্ত খৰচ পাতি সিয়েহে বহন কৰি আছে। তায়ো তাকহে কেৱল জানে আৰু মানে । দুয়োৰো ভিতৰত মিল দেখি অনুমান হয় যেন দুয়ো সগৰ্ভী ভাই-ভনীহে। সিয়েহে আচল অভিভাৱক। তাৰ অমত হ'লে মধুনাথে টকা ফিৰৎ দিব। তাৰ কথাৰ উত্তৰত মই কৈছিলো-- "একো ভয় নাই মধু, বীৰেন মোৰ "ল'ৰা তাক মই সন্তুষ্ট কৰিব পাৰিম। পিচে এতিয়া মই একো মতা নাই, দৰ্কাৰ হ'লে কম। বৰ্ত্তমান মই আগেয়ে একো নোকোৱাতে তুমিয়ে তাক সন্তুষ্ট কৰা। যদি কিবা দিগ্‌দাৰ হয় তেন্তে বীৰেনৰ পৰাহে হ'ব।"

শহুৰেকৰ কথা শুনি বোৱাৰীয়েকে ক'লে--"সৰু বোপাক মই ক'লেই শুনিব; সৰু বোপা বৰ ভাল ল'ৰা। এনেহেন গুণৰ মাণিক ল'ৰাজনক তাইহে নষ্ট কৰিলে। তাই নানা টুটুকীয়া কথা কয়। এতিয়া এনেহে হৈছে যে যি বীৰেনে মই নহ'লে একদণ্ড পৰ থাকিব নোৱাৰিছিল, সেই বীৰেনে মোক দেখিবই নোৱাৰা হৈছে। এনেকুৱা হ'বলৈ পালে কিয়? তাইৰ ফুছুলনিত নহয় জানো? তাই কম বিধৰ তিৰোতা নহয়।"

জায়েকৰ ওপৰত থকা সমস্ত ঘৃণা, ঈৰ্ষা যেন অনৰ্গল ওলাই আহিব ধৰিছে।

শহুৰেকে একো নামাতি খাই বৈ উঠি যাওঁতে কৈ গ'ল— "বীৰেনক নিজৰ মতলৈ আনা কাম হৈ যাব ।" এনেকৈ কৈ তেওঁ খাই বৈ উঠি যায় ।

বোৱাৰীয়েকে গুডগুডাই কিবা বকি থাকিল। বোধহয় জায়েকৰ সাত পুৰুষ উদ্ধাৰ কৰিছে-"এই শাখিনীৰ বাবেই বীৰেনে মোক দেখিব নোৱাৰা হৈছে। বেটী বাঁজীক যমে দেখা নোপোৱা হৈছে. হে প্ৰভু! কোনদিনা মোক হিংসা কৰাৰ মজাপালি দিয়া তাকেই চাই আছো। তাই মোৰ ঘৰখন খালে।

অশিক্ষিত অমাৰ্জিত নাৰীমনৰ সমস্ত ঈৰ্ষা , কপটতা, হিংসা আৰু অসূয়া প্ৰকাশ পালে তেওঁৰ কথাত- চিন্তাত। জগতৰ এই শ্ৰেণী নাৰীৰ বুদ্ধি বেছি কিন্তু প্ৰকৃত ডাঙৰ উদ্দেশ্যত খটাব নোৱাৰাৰ, ফলত ব্যক্তিগত কাজিয়া আৰু ঘৰুৱা ক্ষুদ্ৰ গণ্ডীৰ ভিতৰতে আবদ্ধ থাকিবলগা হোৱাত এনেকুৱা হ'বলৈ বাধ্য হয়। সৎপথে চালিত কৰিব পাৰিলে এনেকুৱা বুদ্ধিমতী আৰু উত্তেজনা প্ৰৱণা নাৰীৰ পৰা জগতৰ বহুত উপকাৰহে হ'লহেঁতেন।

বীৰেনে অনুমান কৰিছে যে আজি কেইদিনমানৰ পৰা ডাঙৰ বৌৱেকে তাক বৰ মৰম কৰা হৈছে। খোৱা বস্তুবোৰো ভালকৈ দিয়ে, লাগ বুলিলেই বস্তু আনি দিয়ে। তাৰ লগত হাঁহি -মাতি কথা কয়। তাৰ থকা ৰুমটো সাৰি পৰিষ্কাৰ কৰি থয়। বিছনাপাটি পৰিপাতি কৰি সজাই দিয়ে। খোৱা পানীৰ গিলাচ, খৰম, গামোচা আদি যথাস্থানত দি যায়। সৰু বৌৱেকে দিয়াৰ আগে আগে ডাঙৰ বৌৱেকে দি যাব। আগেয়ে এইবোৰ বস্তু সৰু বৌৱেকে দিছিল; আজিকালি ডাঙৰ বৌৱেকে দিয়ে। কেইদিনমানৰ পৰা এনে কাণ্ড দেখি তাৰ মনত খেলাইছে যে ইয়াৰ অন্তৰালত নিশ্চয় কিবা অন্য মতলব আছে। তাৰ দৰে বুদ্ধিমান ল'ৰা এজনৰ আগত সাধাৰণ গাঁৱলীয়া তিৰোতা এগৰাকী কিমান পানীৰ মাছ? তাৰ হাঁহি উঠে। ডাঙৰ বৌৱেকক ঠাট্টা কৰিব মন যায়। হঠাতে কিয় ইমান চেনেহৰ সাগৰ উথলি উঠিল তেওঁৰ প্ৰতি? বৌৱেকৰ পিচত সি হাঁহিব ধৰে। সৰুবৌৱেকে মুখত কাপোৰ দি হাঁহে তাৰ চকু মুখৰ ইঙ্গিত বুজি। তথাপি তেওঁৰো সন্দেহ হয় কিজানি সঁচাকৈ বীৰেনে কিবা কাৰণত তেওঁক বেয়া পাই এইবোৰ কাম ডাঙৰ বৌৱেকক কৰিবলৈ দিছে ? নাৰীৰ মন সদায় সন্দেহবাদী। তেওঁ বীৰেনৰ গতিবিধি ভালকৈ লক্ষ্য কৰে।

সিদিনা ৰাতি ডাঙৰ বৌৱেকে তাক অকলে ভাত দি মাতিছে—

সি কথাটো অযুক্তি যেন বোধ কৰিলে কিন্তু ৰহস্য বুজিবৰ বাবে বৌৱেকৰ

পিচে পিচে গৈ পাকঘৰতে খাবলৈ বহিল। তেতিয়া কোনেও ভাত খোৱা নাই। বীৰেনে ক'লে–"মইহে আগভাত খাব লাগিলনে ডাঙৰ বৌ?"

"আগভাত ? চিঃ কাৰ মৰাৰ আগভাতনো খাবা? মই দেখো মৰাই নাই?"

" তুমি মৰিলে মোক আগভাত খাব দিবনে তোমাৰ পুতেৰাইঁতে ?"

"তুমি বেদৰ বাহিৰৰ কথাবোৰ নকবা সৰুবাপু।"

"তুমি নাজানা ডাঙৰ বৌ। এইবোৰ বেদত নাই। এই মৰাক ভাত দিয়া কথা,--প্ৰেতকৰ্ম, কথা বেদত নাই; বেদৰ বাহিৰ--অনাৰ্য্য প্ৰথা। তুমি সেইবোৰ নুবুজা।"

"কি প্ৰেতকৰ্ম্ম, কি অনাৰ্য্য প্ৰথা, এইবোৰ আমি বুজি-সুজি নাপাওঁ।" "বাৰু দিয়া, ভাত দিয়া। তোমালোকে লোকাচাৰকে বেদাচাৰ কৰি লৈছা।"

সি ভাত খাবলৈ বহে। ডাঙৰ বৌৱেকে তাৰ আগত বহি ইবিধ-সিবিধ দি থাকে। আঞ্জা কেনে ৰকম হৈছে সোধে। সি খাই থাকে আৰু কৈ থাকে। বৌৱেকে সুধি সুধি দি থাকে। শেষত গৈ আচল বিধতে ধৰে--"তোমাৰ বিয়া বোলে মাঘতে পাতিব সৰুবাপু। শহুৰে সিদিনা মোৰ আগতে কৈছে।"

"মোৰ বিয়া, বি, এ পাচ কৰিলেহে হ'ব ডাঙৰবৌ । সিদিনাই দেখো মই তোমাক কৈছো যে বি, এ পাচ নকৰাকৈ বিয়া পাচ নকৰো। আগে বি, এ পাচ, পিচতহে বিয়া পাচ। বিয়া বন্ধ কৰি দিবা।"

"শহুৰৰ হ'লে ইচ্ছা। দ্ৰাইভাৰৰ বিয়াখন হৈ গ'লে আমিও খালাচ হ'ম আৰু তোমাৰ বিয়াৰ কাম কৰিব পাৰিম।"

"দ্ৰাইভাৰৰ বিয়া আৰু মোৰো বিয়া? দুখন বিয়া একেলগে একে বছৰতে? ইমান টকা ক'ত হ'ব?"

"টকাৰ চিন্তা নাই। দুখন বিয়াও আমি পাতিব নোৱাৰোনে?"

"দুখন বিয়া নহ'ব বৌ। এখন বিয়াহে হ'ব পাৰে; নহ'লে এখনো নহ'ব।"

"এখনো নহ'ব? কি কোৱা? টকাৰ অভাবত বিয়া বন্ধ নহয়। শহুৰে কৈছে, ককায়েৰাইঁতেও কৈছে। তেনেস্থলত তুমি কোৱা এখনো বিয়া নহ'ব?"

"মই সকলো কথাকে জানো বৌ। মই সঁচা কথাকে কৈছো। পিতাৰ উদ্দেশ্য কি,, তোমাৰ উদ্দেশ্য কি সকলোবোৰ মোৰ জনা আছে। কিন্তু মনত ৰাখিবা, কামবোৰ উজু নহয়।"

"তাৰ মানে?"

"তাৰ মানে তুমি নুবুজাকৈ থকা নাই।"

"তোমাৰ মনৰ কথা খুলি কোৱাচোন? তুমি কি ভাবিছা?"

"আচল কথা এই -ড্ৰাইভাৰে তোমাক খাটিব ধৰিছে উমাক তালৈ বিয়া দিব লাগে আৰু তুমি পিতাক খাটিব ধৰিছা কুঞ্জক মোলৈ আনিব লাগে।"

বৌৱেক জব্দ হৈ যায়। সেমেনা-সেমেনি কৰি কয়-"ড্ৰাইভাৰৰ কথা অৱশ্যে ধৰিব পাৰা, কিন্তু মই শহুৰক একো খাটিৰ ধৰা নাই, বৰং শহুৰেহে সেই বেলি আহোতেও কুঞ্জক ঠাট্টা কৰিছিল যে তাইক বোৱাৰী কৰি আনিব। তাইৰ কাৰণে আজিও কিমান ল'ৰা আহি আছে তাৰ লেখ নাই। আয়ে কেৱল মোলৈ বাট চাই আছে। মই ক'লে আজিয়ে বিয়া হৈ যাব। মই কোৱা নাই কেৱল শহুৰৰ কাৰণেহে। মই শহুৰক খাটিৰ ধৰিব নালাগে। বৰং তেওঁহে আগ ধৰি মোক কৈছে। মিছাকৈ মোক দোষাৰোপ নকৰিবা। এইবোৰ মিছা কথাত মই বেজাৰ পাওঁ বাপু। তোমাৰ পিতেৰাৰ কথা তুমি নামানিবা, কিন্তু মোক বদ্‌নাম দিবা কিয়?"

"একো বদ্‌নাম নিদিওঁ বৌ। কিন্তু তুমি মনত ৰাখিবা, তুমি তোমাৰ ভনীয়েৰাৰ সুখৰ বাবে যেনেকৈ ভাবা, ময়ো মোৰ ভনীজনীৰ সুখৰ কাৰণে তেনেকৈ ভাবো। সেইবাবে নিজৰ বেলিকা যেনে আনৰ বেলিকাও তেনে বুলি ভাবিব লাগে।"

বীৰেনৰ এনে স্পষ্ট কথা শুনি বৌৱেকে স্তম্ভিত হৈ গ'ল। পেটে পেটে তেওঁৰ বৰ খং উঠিল। কিন্তু খঙত বেয়াকৈ কৈ কাম নষ্ট কৰা বিধৰ তিৰোতা নহয় তেওঁ সেইখিনি ধৈৰ্য্য আৰু কৌশল তেওঁৰ জনা আছে। আচল কথাৰ সকলো গম পাইছে বীৰেনে। পাবইতো, কাৰণ ঘৰতে আছে টুটুকিনীজনী। কৈকেয়ীক মন্ত্ৰণা দিওঁতা কুঁজী। বীৰেনক মন্ত্ৰণা দিওঁতা তাই বাঁজী। তেওঁৰ খং উঠে জায়েকৰ ওপৰত বীৰেনৰ কথাৰ উত্তৰ স্বৰূপে ক'লে--"মই ড্ৰাইভাৰক মৰম কৰো দেখি তুমি ভাবিছা সি মোক খাতিৰ ধৰিছে? ঘৰৰ চাকৰ-বাকৰ, ড্ৰাইভাৰ, মাউত আদিক মৰম নেদেখুৱালে লোকৰ মানুহে কিয় কাম কৰি দিব? মৰম কৰিহে মানুহক বশ কৰিব পাৰি। শহুৰে বুজে, ময়ো বুজিছো, এদিন গৃহস্থী-কৰিলে তুমিও বুজিবা কেনেকৈ লোকৰ মানুহক চলাব লাগে। এতিয়া গাত বতাহ লগা নাই দেখি তেনেকৈ কৈছা, এদিন তুমিও আমাৰ দৰে পেটত নহলেও মুখত মৰম দেখুৱাব লাগিব লোকৰ মানুহক। তুমি কাৰোবাৰ টুটুকীয়া কথাত ভোল গৈ মোক এনেকৈ কৈছা, মই বুজিছো। মই জানো এইবোৰ কাৰ ষড়যন্ত্ৰ। ইমান হিংসা মোৰ ওপৰত! উহ! ভগৱান?"

"হিংসা কাৰ ডাঙৰবৌ ? নাম নকলেও বুজিছো তুমি কাক ইঙ্গিত কৰিছা। কিন্তু সৰুবৌক তুমি তেনেকৈ নকবা, ঘৰখনৰ শান্তি ভঙ্গ হৈ যাব।"

দুখৰ হুমুনিয়াহ এটা কাঢ়ি কয় বৌৱেকে –"শান্তিনোক'ত আছে বাপু, যিদিন ধৰি ঘৰ সোমাল সিদিন ধৰি ঘৰৰ শান্তি নাইকিয়া হৈ গ'ল।"

বীৰেনৰ খং উঠিল, সৰুবৌৱেকৰ ওপৰত তেনে মন্তব্য কৰা দেখি। সি হাত মুখ ধুই উঠিল। তাকে দেখি বৌৱেকে ক'লে–"হাত ধুলাযে?,

ৰ'বা, গাখীৰ দিওঁ।"

"মই ভাতেৰে গাখীৰ নাখাওঁ।"

"খং কৰিলা সৰু বাপু?"

"নাই কৰা।"

"তেন্তে গাখীৰ নোখোৱাকৈ উঠিলা যে?"

"গাখীৰ পিছে খায়"

"তেন্তে পিয়ে খোৱা ।"

বৌৱেকে গাখীৰ দিয়ে। বীৰেনে নিজৰ খং লুকাবৰ অভিপ্ৰায়ে গাখীৰখিনি পি খায় আৰু উঠি যায়। বৌৱেকে অভিমান কৰি কান্দোনমুৱা হৈ কয়-"মোক কোনেও বিশ্বাস নকৰে। দেখিব নোৱাৰে।"

বীৰেনে গহীনভাবে কয়- "নাকান্দিবা ডাঙৰ বৌ, কোনে তোমাক দেখিব নোৱাৰে? ঘৰৰ সকলোৱে দেখো তোমাৰ মতেই চলে। মিছামিছি কান্দা কিয?"

"কোনেও মোক ভাল নাপায়। মিছাকৈ মই এই ঘৰখনত 'মোৰ' 'মোৰ' বুলি মৰো।"

"তেনেকৈ নকবা ডাঙৰ বৌ। তোমাক কোনেও অমান্য নকৰে।"

"তুমি লোকৰ কথা শুনি মোক ।"

"মই লোকৰ কথা শুনা বিধৰ ল'ৰানে ডাঙৰ বৌ? সৰুৰ পৰাই তুমি মোক জানাই দেখো। মই ভাবি-চিন্তিয়ে কৈছো। তুমি তোমাৰ ভনীয়েৰাৰ সুখৰ বাবে চাইছা আৰু ময়ো মোৰ ভনীজনীৰ ভৱিষ্যৎ ভাবিব লাগিব।"

"ড্ৰাইভাৰ বাৰু কি বেয়া হ'ল যে তোমাৰ ভনীয়েৰাক বেয়া দৰাত দিয়া বুলি খং কৰিছা?"

"শুনা ডাঙৰ বৌ, ড্ৰাইভাৰ হিচাপে ভাল, কিন্তু মানুহ হিচাপে বেয়া নহ'লেও ভাল নহয়?"

" মানুহ হিচাপে কি ভাল নহয়?"

"সি মদ খায়, লোকৰ ঘৰলৈও যায়। মই এটা মদপীৰ লগত মোৰ ভনীক বিয়া দিব নোৱাৰো।"

"শহুৰে দেখো টকা দিছে আৰু সৰু শহুৰে লৈছেও। পিচে কি হ'ব?"

"পিতাৰ টকা ফিৰৎ দিয়া হ'ব। আকৌ খুৰাৰ টকা ল'বলৈ একো অধিকাৰ নাই;বিশেষকৈ উমাৰ ওপৰত কোনো দাবি নাখাটে। টকা লৈ উমাক তেওঁ বেচিবৰ একো অধিকাৰ নাই।"

"তেনেহ'লে পিতেৰাৰ কথা নাৰাখা?"

"পিতাৰ কথা মই ৰাখিব লাগিলে, পিতায়ো মোৰ কথা ৰাখিব লাগিব।"

"তোমাৰ কি কথা?"

"পিতা মোৰ অভিভাৱক আৰু মই উমাৰ অভিভাৱক । যদি পিতাৰ কথা মতে মই কুঞ্জক বিয়া কৰাব লাগে তেন্তে মোৰ কথামতে পিতায়ো ড্ৰাইভাৰৰ লগত উমাৰ বিয়া বন্ধ কৰিব লাগিব। ই হ'ল উমাৰ অভিভাৱকৰ কথা;মোৰ বুলি নলবা, আৰু তোমাকো কৈছো ডাঙৰ বৌ, এজন অপৰিচিত লোকলৈ তোমাৰ ভনীয়েৰাক যেনেকৈ দিবলৈ ইচ্ছা নকৰা, তেনেকৈ মোৰ ভনীজনীকো দিবলৈ ইচ্ছা নকৰিবা। হাজাৰ হ'লেও তাই তোমাৰে ননদ। তোমাৰে সন্মান যাব। মোৰ শেষ কথা এই - মই যদি কুঞ্জক বিয়া কৰাব লাগে তেন্তে উমাৰ বিয়া ড্ৰাইভাৰৰ লগত হ'ব নোৱাৰে।"

এইবুলি কৈ সি হাত মুখ ভালকৈ মচি বাহিৰ ওলাই আহে। তাৰ এনে খাটাং উত্তৰ শুনি ডাঙৰ বৌয়েক মহা বিপদত পৰিল। তেওঁ জানে যে বীৰেন বৰ জেদী ল'ৰা। এবাৰ যি কৰিম বুলি কয় তাক কৰিহে এৰে। এইবাৰ তেওঁ ভাল ফান্দত পৰিল। হয় উমাৰ বিয়া বন্ধ কৰিব লাগিব নহয় নিজৰ ভনীয়েকৰ বিয়া বন্ধ হ'ব। আজ্ঞাবাহী ড্ৰাইভাৰ এফালে আৰু আনফালে মৰমৰ ভনীয়েক। কোনজন চাব ? এই দুই নাৱত দুই ভৰি হ'ল তেওঁৰ। স্বাৰ্থপৰ নাৰীৰ মনত নিজৰ স্বাৰ্থৰ অনুকূলে যি হয় সেয়ে কৰণীয়। শেষত ঠিক কৰিলে; ড্ৰাইভাৰৰ বিয়া বন্ধ কৰিব যাতে কুঞ্জৰ বিয়া বন্ধ নহয়। শহুৰেকক কৈ তেওঁ উমাৰ লগত ড্ৰাইভাৰৰ বিয়া বন্ধ কৰি দিব। তেওঁৰ খেচ্‌খেচনিত পৰিহে মহাজনে মত দিছিল, নহ'লে নিজৰ ভতিজাছোৱালী এজনীক অজ্ঞাত কুলশীল এজনলৈ দিবলৈ তেওঁ প্ৰথমে ইচ্ছা কৰা নাছিল। তেওঁ বুদ্ধি ভাবিব ধৰিলে কেনেকৈনো উমাৰ বিয়া বন্ধ কৰিব পাৰে। এদিন ভাবিছিল কি উপায়ে উমাৰ বিয়া ড্ৰাইভাৰৰ লগত পাতিব পাৰে আৰু আজি ভাবিছে কি উপায়ে উমাৰ বিয়া ড্ৰাইভাৰৰ লগত ভাঙিব পাৰে । এয়েতো মানৱ প্ৰকৃতি। নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে সকলো কৰিব পাৰে— তাত ন্যায়-অন্যায়, লাজ-লজ্জাৰ বিচাৰ নাই।

ইফালে বাটলৈ ওলাই আহি বীৰেনে ভাবে-হঠাতে কি বুদ্ধি আৱিষ্কাৰ কৰা হ'ল। এইবাৰ বেছ জব্দ হৈ যাব ডাঙৰবৌৱেক। এইবাৰ আৰু সাৰিব নোৱাৰে। নিজৰ উপস্থিত বুদ্ধিক নিজে ধন্যবাদ দিলে সি । তাৰ মনত পৰিল কালি গধূলি সৰুবৌৱেকৰ আগত গৰ্ব্ব কৰি কোৱা কথা-

"তুমি দেখিবা সৰুবৌ, মোৰ বুদ্ধি আছে নে নাই। পিতা আৰু ডাঙৰবৌৰ ইমানদিনৰ চেষ্টা, পুৰুষাৰ্থ মই এক ফুকতে উৰাই দিম। মোৰ ভনীজনীক মই বিয়া নিদি অইনক দিবলৈ দিমনে? উমাৰ সমস্ত কথা আলোচনা কৰোতে যেতিয়া সৰুবৌৱেকে উমাৰ দুখত অভিভূতা হৈ সহানুভুতিৰে কৈছিল—"বাপু, উমালৈ মোৰ বৰ পুতৌ ওপজে; কিন্তু কি কৰিম! বেচেৰীক এজন লম্পট, মদপীৰ হাতত তুলি দিওঁ বুলি ওলাইছে বাইদেউ আৰু শহুৰে। এই দুজনাৰ হাতত পৰিছে যেতিয়া বেচেৰীৰ আৰু ৰক্ষা নাই।" এই কথাৰ উত্তৰ দিছিল বীৰেনে দম্ভ কৰি --'তুমি দুখ নকৰিবা সৰুবৌ, এতিয়াও বীৰেণ মৰা নাই।

বাঘ নমৰোতে ছাল কাঢ়িব নোৱাৰি।" সেই অহংকাৰৰ কথা আজি হঠাতে ফলিয়ালে। এইবাৰ যি পেচত পেলাইছে, ডাঙৰবৌৱেকৰ আৰু নিস্তাৰ নাই। উমাৰ ভাগ্য ভাল ; হঠাতে মোৰ মগজত এনে এটা বুদ্ধি খেলালে। আচ্চা এইবাৰ দেখা যাব কাৰ কিমান বুদ্ধি।

এনেকৈ ভাবি-চিন্তি আহি সি ঘৰ পালেহি আৰু বিচনাত বাগৰ দিলে।

বিচনাত বাগৰি লেম নুমাই শুই পৰিল বীৰেন। শুৱাৰ লগে লগে টোপনি নাহিল-ভাবহে আহিল। নিজৰ বিষয়ে ভাবিলে। কি ক'লে সি ডাঙৰ বৌৱেকৰ আগত? উমাৰ বিয়া বন্ধ কৰিলেহে সি কুঞ্জক বিয়া কৰাব? ইটো বৰ সাংঘাতিক কথা। সি কেতিয়াও কুঞ্জক বিয়া কৰাব নোৱাৰে। তেন্তে ডাঙৰ বৌৱেকৰ আগত কলেযে? অকল কোৱাই নহয়—প্ৰতিশ্ৰুতি দিলে। বৰ মাৰাত্মক কথা হ'ল। সি কোৱা মতে যদি ডাঙৰ বৌৱেকে কাম কৰে? কৰে নহয়-- কৰিবই; তেওঁ যিহে তিৰোতা। কাম আদায় কৰিহে এৰিব। তেন্তে উপায়? ভনীয়েকক ৰক্ষা কৰোতে দেখো নিজৰ গলতে পেচ লাগে এতিয়া? সি মহা সংকটত পৰিল। এক ঘন্টা আগে যেনে আনন্দ উপভোগ কৰিছিল; এক ঘণ্টা পিচত তেনে বিষাদ আহিল। তাৰ টোপনি নাইকিয়া হৈ গ'ল। কি কৰিলে সি। ভনীয়েকৰ সুখৰ কাৰণে নিজৰ ভৱিষ্যত সুখ বিসৰ্জন দিবলৈ ওলাল। বুৰঞ্জী নাইবা ধৰ্ম্ম-শাস্ত্ৰততো এনে পটন্তৰ থকা তাৰ মনত নপৰে। ভনীয়েকৰ মনোমত দৰা দিলে মনোমত কন্যা ত্যাগ কৰিব লাগিব; বৰং পচন্দ নলগা এজনীক বিয়া কৰাব লাগিব। আৰু যদি নিজৰ বেপচন্দ

জনীক এৰিব লগা হয় তেন্তে ভনীয়েকে তাইৰ বেপচন্দ বৰজনক গ্ৰহণ কৰিব লগা হ'ব। কঠিন সমস্যা উপস্থিত হ'ল। এটা সমস্যাৰ সমাধান কৰিলে আন এটি সমস্যা উদ্ভৱ হয়। ভাবি ভাবি তাৰ টোপনি নধৰা হয়। ভাবি-চিন্তি থাকোতে গ'ল। ভনীয়েকৰ ভবিষ্যত-ভাবি একোবাৰ নিজৰ সকলো সুখৰ কল্পনা ত্যাগ কৰে; আকৌ পিচ মুহূৰ্ত্ততে চিন্তা আহে নিজৰ জীৱনৰ বিষয়ে। কেনেকৈ এই অবাঞ্চিত ছোৱালীজনীক নিজৰ জীৱন সঙ্গিনী কৰি ল'ব?

তাৰ বেয়া লাগে। এনেভাবে ভবিষ্যৎ জীৱনৰ বিষয়ে চিন্তা কৰি কৰিয়ে সি ৰাতিটো কটাই দিলে। আজি তাৰ বিনিদ্ৰ ৰজনী।

# বিশ

দুদিনমান পিচতে ডাঙৰ বোৱাৰীয়েকৰ কথাৰ সুৰ বেলেগ বেলেগ যেন অনুভৱ কৰে মহাজনে। দুপৰীয়া গা ধুবৰ সময়ত পানীৰ কলহ দি তেলৰ বটল উলিয়াই আনি শহুৰেকৰ আগত দিয়ে। শহুৰেকে ৰ'দত বহি গাত সৰিয়হৰ তেল মালিচ কৰে। বোৱাৰীয়েকে পিচ ফালৰ পৰা মাত লগায়—"উমাৰ বিয়াৰ পিচে কি হ'ব?"

"কি হ'ব? বিয়া হ'ব। লক্ষ্মী পূজাৰ পিচত । কিবা শুনিছা নেকি? বীৰেনে কি ক'লে?"

"সৰু বাপুইনো কি ক'ব,একো কোৱা নাই। পিতাকৰ কথাত মাত-মাতা বিধৰ ল'ৰা তেওঁ নহয়। পিচে অলপ আপত্তি কৰিছে এই বুলি যে ..।" তেওঁ ৰৈ যায়। শহুৰেকে কৌতুহলেৰে সোধে— "কি বুলি?"

বোৱাৰীয়েকে সৰুকৈ কয়—"ড্ৰাইভাৰ বোলে মদপী আৰু ।"

"এহ্ আজিকালি কোনে মদ নাখায়? গাড়ী মটৰত কাম কৰা মানুহে অলপ নাখালে কাম কৰিবও নোৱাৰে। সিতো মাতাল নহয়।"

"হ'লেও মদ খোৱা বেয়া। আমিও ভাল নাপাওঁ। মই আগেয়ে জনাই নাছিলো।"

"তেনেহ'লে বীৰেনৰ মত নাই?"

"আপত্তি কৰিছে।"

" তোমাৰো আপত্তি নেকি?"

"মোৰতো আগেয়ে একো আপত্তি নাছিল, পিচে ?"

" পিচে আপত্তি হ'ল?"

"সৰু বোপাৰ মুখে তাৰ স্বভাৱ চৰিত্ৰৰ কথা শুনি মোৰ মনটো বেয়া লাগিছে। সেইবাবেই উমাই আপত্তি কৰিছে। তাই চাগৈ বিয়াৰ কিবা গম পাইছে। পাবইতো, সি সদায় তালৈ যায় নহয়।"

"তোমাৰ কথা নকলা দেখো?"

"মোৰ কথানো কি? সৰু বোপাৰ দৰে ভাবি গুণি কাম কৰা ল'ৰা নাই। তেওঁৰ কথা শুনি মোৰো ।"

"তোমাৰো মত নাই?"

"তেনেইতো।"

"চিঃ এইবোৰ বৰ বেয়া কথা। আগেয়ে ইমান আগবাঢ়ি এতিয়া নকৰিলে কেনে বেয়া দেখা হ'ব ভাবি চাইছানে? আগেয়ে এইবোৰ ক'ব লাগিছিল।"

"আগতে যে জনা নাছিলো।"

"নিজৰ ঘৰত থকা মানুহ এজনৰ বিষয়ে নাজানো বুলি ক'লে কোনে বিশ্বাস কৰিব?"

"নিজৰ ঘৰত থাকিল বুলি বাহিৰত ক'ত কি কৰে আমি তিৰোতা মানুহে তাৰ কি তত্ পাওঁ।"

"চিঃ এতিয়া এৰিলে বৰ লাজৰ কথা হ'ব।"

"একো লাজৰ কথা নহয় বৰং দিলেহে লাজৰ কথা হ'ব। মানুহে ক'ব মহাজনে টকা খৰচ হ'বৰ ভয়ত ভায়েকৰ ছোৱালীজনী এজন মদপীক দিলে। এনেহেন ৰূপে গুণে সমতুল ছোৱালী এগৰাকীক য'তে ত'তে দিলে লোকে নিন্দা কৰিব। এনে লক্ষ্মী, সৰস্বতী যেন ননদজনীক মদপী এজনত দিবলৈ সত্ নাযায়। ভালেতোহে সৰুজনীয়ে আপত্তি কৰিছিল। তাই আগেয়ে ভাঙি কোৱা হ'লে মই ইমানলৈ আগ-নাবাঢ়িলোহেতেন। তায়ো অহংকাৰীজনীয়ে লোকৰ আগতহে কয়, মোৰ আগত আচল কথা ভাঙি নকয়। আগেয়ে কোৱাহেঁতেন কি মজা হ'লহেঁতেন।

"এতিয়া এইবোৰ বিচাৰ কৰা মস্কিল। কথা হৈ গৈছে, কামহে বাকী। এনেস্থলত মই কেনেকৈ নাকচ কৰো?"

"কথানো কি ? বিয়াৰ কথাত সকলোৰে তেনে হয়। কাম শেষ নহয় মানে কথা লৰিব পাৰে। ইয়াতকৈও মানুহৰ টান হয়। তেলৰ ভাৰ দিয়া কন্যা এৰা পৰে; বিয়াৰ ৰাতিও এৰা যায়। বিয়াৰ কথাই গোলমলীয়া। অকল আমাৰ নহয়-সকলোৰে।"

"সেইবোৰ নহয়, যি হ'ল হৈ গ'ল। মধুনাথৰ মত আছে আৰু ভাই-বোৱাৰীৰো ইচ্ছা আছে যি স্থলত, বিয়াখন হৈ যোৱাহে ভাল হ'ব। বিয়াৰ পিছত ড্ৰাইভাৰৰ মদ খোৱা মই বন্ধ কৰি দিম।"

"কানিয়াৰ কানি আৰু মদপীৰ মদ কোনে এৰুৱাব? দেখাকৈ নাখায়, চুৰকৈ খাব। বিয়াৰ পিছত বন্ধ কৰিব নালাগে; পাৰে যদি বিয়াৰ আগেয়ে বন্ধ কৰক; তেতিয়াহ'লে কাৰো আপত্তি নাথাকিব। সৰু শহুৰে মত দিছে ধনৰ অভাৱত পৰি, আৰু শাহুই মত দিছে সতীয়া জীয়েক গল-গ্ৰহজনী কোনোমতে আঁতৰ হওক বুলি।"

"ধনৰ অভাৱত নহয়, বদ্‌নামৰ ভয়তহে।"

"গাভৰু ছোৱালীৰ বদ্‌নাম মানুহে খিয়ালতে কৰে। তাতে বদ্‌নাম কৰিছে ড্ৰাইভাৰে। তাৰ মতলবেই আছিল সেই। গতিকে ছোৱালী বা গৃহস্থৰ গাত কোনো দোষ নাই আৰু ছোৱালীয়েও কোনো বেয়া কামত নমা নাই; আমি জানো।"

"ড্ৰাইভাৰত নিদি অইনত দিবলৈ মধুনাথে টকা পাব ক'ত? নেদেখিছা আজিকালি টকা নহ'লে যে ছোৱালী বিয়া দিব নোৱাৰি।"

"সৰু শহুৰৰ টকা নহ'ল বুলি আমাৰ ননদজনীক টকাৰ কাৰণে বেয়া ঠাইত দিমনে? হাজাৰ হ'লেও নিজৰ বংশৰ ছোৱালী । বেলেগ হলো বুলি আমি পৰ হমনে? লোকে কি ক'ব? দুঘৰৰ মাজত এজনী মাত্ৰ ছোৱালী। সেইজনীকে টকাৰ কাৰণে বিয়া দিব নোৱাৰিম? এই কথা শুনিলে উমাই বৰ দুখ পাব, আমিও দুখ পাওঁ আৰু সৰুবোপাই এই কথা শুনিলে পঢ়া-শুনা বাদ দি গুচি আহিব।"

"তেনেহ'লে কি কৰিবা? টকা পাঁচশ যে মাৰা গ'ল।"

"মাৰা যাব কিয়? উমাৰ বিয়াত জানো আমি খৰচ কৰিব নালাগে?" এইবাৰ শহুৰেকৰ খং উঠিল। কি কয় এইজনীয়ে? ড্ৰাইভাৰলৈ বিয়া দিবও নালাগে আৰু মোৰ টকাও দিব নালাগে? ই আকৌ কোনদেশৰ কথা? অইন কথা যি কি নহওক, কিন্তু টকা এৰিব নোৱাৰো। এই টকা মই ড্ৰাইভাৰৰ দৰমহাৰ পৰা কাটি ৰখা কথা আছিল। এতিয়া এনেয়ে যাব। নাই, দিব নোৱাৰিম। মহাজনৰ মনত এইবোৰ ভাব।

তেওঁ কয়-'অইন যি কি নহওক,মই টকা ফিৰৎ পাব লাগিব। ড্ৰাইভাৰৰ বিয়া হ'ল বা নহ'ল, মোৰ টকাখিনি হ'লে পাবই লাগিব।

"টকাৰ যদি ইমানে দৰ্কাৰ তেনেহলে ময়ে দিম টকা পাঁচশ মোৰ গহনাপাতি বিক্ৰী কৰি; সেইবুলি মোৰ বংশত এটা বদনাম আনিব নিদিম। উমাইঁত দুখীয়া হ'ল বুলি বংশ পৰিয়ালো মৰিলেনে যে য'তে ত'তে দলিমাৰি পেলাই দিব।" বোৱাৰীয়েকৰ কথাৰ গৰম বুজিলে শহুৰেকে। এনে গহীন আৰু দৃঢ় মন্তব্য শুনি শহুৰেক স্তম্ভিত গৈ গ'ল। বোৱাৰীয়েকৰ খং দেখি মহাজনে আৰু একো নামাতিলে। তেওঁ গা ধুবলৈ উঠি গ'ল। বোৱাৰীয়েকেও ভিতৰ সোমাল।

শহুৰেক আৰু জায়েকৰ মেল শুনি আছিল সৰুজনীয়ে! তেওঁৰ ঘৰৰ খিৰিকিৰ পৰ্দাৰ আঁৰালৰ পৰা দুয়োৰো কথোপকথন শুনি আছিল। জায়েকৰ এনেৰকম মন্তব্য শুনি তেওঁ আচৰিত হৈ গ'ল।তেওঁ ভাবে-বাইদেউৰ মুখত আজি কি শুনো এইবোৰ? তেওঁৰ পোষ্যপুত্ৰ যেন ড্ৰাইভাৰৰ বদ্‌নাম গাব ধৰিছে; বিয়া

নাকচ কৰিছে? ই সপোন নে দিঠক? উমাৰ প্ৰতি হঠাতে ইমান মৰম, ইমান ব্যথা উপজিল কিয়? এওঁৰ অন্তৰতো দয়া উপজিল, সহানুভূতি জন্মিল? তেখোঁ লোকক ভাল পাব পাৰে? পৰৰ উপকাৰ কৰিব পাৰে? কি আচৰিত মানুহৰ চৰিত্ৰ। একো ধৰিব নোৱাৰি। তেন্তে আমি যাক হিংসুক বুলি ভাবো তলে তলে তেখোঁ উদাৰ, ত্যাগী,পৰোপকাৰী হব পাৰে? তেওঁৰ মনত আজি জায়েক যেন স্বৰগৰ দেৱী হৈ ৰহিল।

ভক্তিত তেওঁৰ মূৰ নত হৈ আহিল। ইমানদিনে ভুল ভাবি আছিল। আজি ক্ষমা খুজিব। বাইদেউ সঁচাকৈ মৰমিয়াল তিৰোতা। বাহিৰত ব্যৱহাৰ যদিও কঠুৱা, ভিতৰত সৰলতা কোমলতাৰে অন্তৰ পূৰ্ণ বুলি তেওঁৰ ধাৰণা উপজিল। তেওঁ নিজৰ মনতে প্ৰশ্ন কৰি তাৰ উত্তৰ দিছে আৰু ভক্তিত, শ্ৰদ্ধাত তেওঁৰ শিৰ নত হৈ গৈছে। তেওঁ বুজি নাপালে এই দৰদ, এই অপ্ৰত্যাশিত মৰমৰ অন্তৰালত স্বাৰ্থ সিদ্ধিৰ কি উপায় লুকাই আছে।

পাক ঘৰলৈ গৈ মিহিসুৰত মৰম লগাকৈ মাত দিয়ে-- "বাইদেউ, ভাত হ'লনে?"

জায়েকৰ কোমল কণ্ঠৰ মৌসনা মাতত তেওঁৰ অন্তৰ যেন জুৰপৰি গ'ল! ক'লে--"হবলৈ বেছি পলম নাই; তই ক'লৈকো নাযাবিচোন। কালি ৰাতিও ভাতবোৰ এনেয়ে এৰিছ, খাব নোৱাৰিলি; আজি শহুৰক দি উঠিয়ে বীৰেন আৰু ককায়েকহঁতৰ বাবে সাজি থৈ তোক দিম। নাখাই নাখাই তই দুৰ্ব্বল হৈ গলি।" জায়েকৰ মুখলৈ মৰম সনা চাৱনিৰে চাই কয় তেওঁ। জায়েকৰ প্ৰতি আজি সহানুভূতি উপজিছে। এওঁ আকৌ মিহি সুৰত ক'লে- "মই যে খাব লাগে, তুমি জানো নোখোৱা ? তুমি নাখালে মই কিয় খাম ? দুয়ো একেলগে খাম।"

"মোলৈ বাট চাই থাকিলে তোৰ পেটৰ পেলু মৰি নাইকিয়া হ'ব। ৰান্ধনীয়ে ঘৰৰ সকলোবিলাকে খাই উঠাৰ পিচতহে খায়। আয় অতিথিক দি উঠি যি ৰয় সেয়েহে গৃহিণীয়ে খাবলৈ পায়; আগেয়ে খাবলৈ নাপায়। ঘৰৰ লক্ষ্মী এৰিব। তই ছোৱালী হৈয়ে আছ, এইবোৰ একো ভু-কে নলব। পিচত পাবি নহয়।"

" পিচত কি পাম বাইদেউ? যতদিন তুমি আছা, ততদিন মই ছোৱালী হৈয়ে ৰম আৰু তুমি মৰাৰ আগতে মই মৰি যাম। মোৰ ভাগ্যত আছে তোমাৰ ওপৰত খাই খাই মৰি যোৱা কপাল। মোৰ কপালত সুখ আছে যেতিয়া তুমি ক'ত গুচাবা?" হাঁহি কয় তেওঁ। ডাঙৰজনীয়ে হাঁহি উত্তৰ দিয়ে--"এনে মৰম লগা কথা কৈয়ে তই মোক ভুলাইছ ; হাজাৰ খং উঠিলেও পাহৰি যাওঁ। পিচে আহ, তই ছোৱালী

মানুহ,বৰ টান পাবি, ভোক সহ্য কৰিব নোৱাৰ।" বৰ আদৰ কৰি মাতে তেওঁ।

"মইনো এতিয়াও ছোৱালীতে আছোনে বাইদেউ? মোৰ কপালত নাই দেখিছে, নহলে মোৰ ছোৱালী হোৱা হ'লে তাইক এতেবেলি বিয়া দিব লগা হলহেঁতেন। এতিয়াও মই ছোৱালীতে আছোনে?"

দুখ নকৰিবি, ভাগ্যত নহলে ক'ত পাবি। তোৰ বাবে মোৰ বৰ দুখ লাগে কেতিয়াবা কেতিয়াবা মোৰ মনটো বৰ বেয়া লাগে। কি কৰিবি! ঈশ্বৰে যাক যি ফল দিছে তাকেহে পাব।"

"মোক ঈশ্বৰে বাঁজা গছৰ গুটি দিছিল বাইদেউ।"

"চিঃ তেনেকৈ নকবি ৎ. . নাপায়। ঈশ্বৰক দোষ দিব নাপায়। আহ্ এতিয়া, মজিয়াখন মচি দেহি, শহুৰক ভাত দিওঁ।"

সৰুজনীয়ে মজিয়া মচি পীৰা -পানী যোগাৰ কৰি দিয়ে। ডাঙৰজনীয়ে ভাতৰ থালখন দি যায় আৰু শহুৰেকক মাতিবলৈ কয়। সৰুজনীয়ে বাহিৰলৈ গৈ শহুৰেকক মাত দিয়ে—"পিতা ভাত দিছে।"

"তেঁওঁ শহুৰেকক "পিতা" সম্বোধন কৰি মাতে আৰু শহুৰেকেও মৰমতে তেওঁক "সৰু আই" বুলি মাতে। মহাজনে দোকানৰ ভিতৰৰ পৰাই মাত দিলে- "গৈছো সৰু আই।"

শহুৰেক ভিতৰ সোমাই আহে আৰু ভাত খাবলৈ বহে। মহাজনক সদায় অকলে প্ৰথমে খাবলৈ দিয়ে; ডাঙৰজনীৰ ই এটা যেন নিয়মহে।

শহুৰেক ভাত খাই উঠি যোৱাৰ পিচত সৰুজনীৰ একান্ত অনুৰোধত পৰি বীৰেন আৰু ককায়েকহঁতক লগতে ড্ৰাইভাৰক ভাত দিয়ে ডাঙৰজনীয়ে। তেওঁলোক খাই যোৱাৰ পিচতহে ল'ৰা-ছোৱালীহঁতৰ লগত সৰুজনী খাবলৈ বহে।

এনেভাবে হঠাতে ঘৰখনৰ পৰিস্থিতি এটা শান্ত অৱস্থালৈ ৰূপান্তৰিত হয়।

# একৈশ

দুপৰীয়া খাই বৈ উঠি বীৰেনে সৰু বৌৱেকৰ ৰুমত সোমাই "ইজিচিয়াৰ"খনত বহিছে। সৰু বৌৱেকে তামোল কাটি আনি তাৰ হাতত দি ওচৰতে থকা বিছনাখনত বহিছে। বীৰেনে তামোল মুখত ভৰাইছে। বৌৱেকেও এখন খাইছে আৰু ৰংমনে বহি বীৰেণৰ মূৰটো ফণিৰে আঁচুৰি দিছে অতি লাহে লাহে। ভাত খাই উঠি মূৰ আচোৰা তাৰ অভ্যাস আৰু এই আৰামদায়ক অভ্যাসটো তাৰ বৌৱেকেই কৰাইছে। ডাক্তৰসকলৰ মতেও খাই উঠি মূৰ ফণিয়ালে বোলে চুলিৰ গুৰি শকত হয়। বৌৱেকে মৰমেৰে তাৰ চুলিবোৰ আঁচুৰি থাকে। সি আৰাম পাই চকু মুদি দিয়ে। মূৰ আঁচুৰি আঁচুৰি বৌৱেকে কয়-- "তোমাৰ বৰ শক্তি আছে বাপু, তুমি কিবা মন্ত্ৰতন্ত্ৰ জানা, নহলে কি বাইদেৱে এদিনতে এনেকৈ উলটি যাব পাৰে? কালি তুমি মোৰ আগত গৰ্ব্ব কৰি কলা আৰু আজি সঁচাকৈ বাইদেউ চোকা কুকুৰ গৃহস্থে বেচাৰ লগে লগে কিনোতাজনৰ সেও হোৱাৰ দৰে সেও হৈ পৰিল। আজিৰ ব্যৱহাৰ চাই বাইদেউকতো হিংসুক, কপট আৰু স্বাৰ্থপৰ বুলি ক'ব নোৱাৰি। আজিক চাই বাইদেউ সঁচাকৈ এজনী মৰমিয়াল সৰল তিৰোতা। তেওঁৰ আজিৰ ব্যৱহাৰ কি মধুৰ। অনুমান হয়,বাইদেউৰ অন্তৰ কোমল। তেওঁৰ বাহিৰৰ ব্যৱহাৰ কঠুৱা দেখি আমি ভুল ভাবো, আচলতে তেওঁ এজনী দয়া মৰম থকা ভাল তিৰোতা।"

"আচলতে ভাল তিৰোতা নহয়। ইমান দিনে শুদ্ধ আছিলা, আজিহে ভুল কৰিলা। আগতে ভুল ভবা নাছিলা আজিহে ভুল ভাবিলা।"

"আজি কি ভুল ভাবিলো?"

"আজি ভুল ভাবিলা এই যে তেওঁ এজনী ভাল তিৰোতা।"

"ভাল নহয় যদি কি?"

"স্বাৰ্থপৰ।"

"কেনে?"

"হু।" বুলি বীৰেনে চকু দুটা মুদি হাঁহিব ধৰে। বৌৱেকে গালতে এটা মৰমেৰে খুন্দা মাৰি দি কয়—"দুষ্ট, হাঁহিব ধৰিছে। মোক বিদ্ৰূপ কৰিছা?"

"নাই কৰা।"

"মোৰ কথা মিছা নহয়। সঁচাকৈ তেওঁ আজি মোক বৰ মৰম কৰিছে। তোমাকো এই কেইদিন মৰম কৰা নাই জানো?"

"তুমি মৰম কাঙালিনী, কোনোবাই অলপ টেঙৰালি কৰি মৰম দেখুৱা চল কৰিলেই তুমি পমি যোৱা। তোমাক মৰম কৰিছে, গতিকে ভাল তিৰোতা। হাঃ হাঃ।" সি হাঁহিব ধৰে। বৌৱেকে মুখখনত টিপামাৰি ধৰি কয়—"আকৌ ঠাট্টা?"

"ঠাট্টা কৰা নাই।"

"তেন্তে কিয় হাঁহিছা?"

"কবি ৰঘুনাথ চৌধাৰীৰ এফাকি কবিতা মনত পৰিছে--

"মৰম কাঙালী মই বিশ্ব ভাণ্ডাৰত
খুজিছিলো অন্তৰৰ দান;
গৰল উদ্ভৱ হ'ল সিন্ধু-মন্থনত
অমৃতৰ নাপালো সন্ধান।"

'থোৱা তোমাৰ চৌধাৰী কবিৰ কবিতা। সঁচাকৈ এই কেইদিন তোমাক মৰম কৰা দেখি মোৰ সহ্য হোৱা নাছিল। ঈৰ্ষাত মন উচ্‌পিচাই আছিল। ভাবিছিলো বোলো মোৰ পোহনীয়া মইনাটো মোৰ হাতৰ পৰা কাঢ়ি নিলে শেনজনীয়ে। কিন্তু এতিয়া মই দেখিলো বাইদেউ শেন নহয়-- ভাটৌহে।"

"আৰু মই কি দেখিলো জানা?"

"কি?"

"সকলো তিৰোতা স্বাৰ্থপৰ। তুমিও স্বাৰ্থপৰ।

"কেনেকৈ?"

"ডাঙৰ বৌ স্বাৰ্থপৰ। নিজৰ ভনীয়েকৰ বাবে টানে; আৰু তুমি স্বাৰ্থপৰ, মোৰ বাবে টানা।"

"তুমি সঁচাকৈ বাইদেউক কিবা মন্ত্ৰ কৰিলা।"

"এৰা, মন্ত্ৰ কৰা হৈছে। ডাঙৰ বৌক মই যাদুমন্ত্ৰ কৰিছো যাৰ ফলত তেওঁ আৰু কোনোদিনে মোক খাতিৰ নকৰাকৈ থাকিব নোৱাৰে; মোৰ কথা নুশুনাকৈ থাকিব নোৱাৰে আৰু তোমাক মৰম নকৰাকৈ ৰ'ব নোৱাৰে। এনে মন্ত্ৰ কৰা হৈছে সৰুবৌ।"

এনেকৈ কৈ সি খিলখিলকৈ হাঁহিব ধৰে। বৌৱেকে হাঁহি মাৰি তাৰ চুলিত ধৰি জোকাৰি দি কয়- "দুষ্টটো! ইমান দুষ্ট হৈছে!"

"দুষ্ট মই নাছিলো সৰুবৌ, তুমিহে মোক দুষ্ট কৰিলা; মৰম কৰি মোক

আদৰত বঢ়াই অঘাইত দুষ্ট কৰিলা। তুমি নাথাকি মোৰ আই থকা হ'লেও কিজানি মই ইমান দুষ্ট হ'ব নোৱাৰিলোহেঁতেন। পিচে সাৱধান হবা সৰুবৌ, তুমি ডাঙৰবৌক ভাটৌ নাপাতিবা; কাৰণ কাৰ্য্য সিদ্ধিৰ বাবে চোৰেও সাধুবাবাৰ পোছাক পিন্ধে। অৱশ্যে অবিশ্বাসৰ ফালৰ পৰা ভাটৌ পাতিব পাৰা, কাৰণ "তিৰি, গাড়ী, ভাটৌ, কোৱা; এই চাৰি জাতিৰ আসে নোপোৱা" বিধৰ হ'লে ডাঙৰবৌজনী হয়। তুমি কিন্তু সাবধান হবা সৰুবৌ।"

"কি সাবধান হ'ব লাগে?"

"স্বাৰ্থৰ প্ৰশ্ন আহি পৰিলে মানুহৰ ব্যৱহাৰ তৎক্ষণাৎ বদলি যায়। এটা গল্প কওঁ শুনা-- এজন বৰ ডাঙৰ অধ্যাপক বামুণ আছিল। এদিন এজন মোৰ দৰে দুষ্ট ল'ৰাই গৈ অধ্যাপকক সুধিলে--"দেউ, মকৰা মৰা দোষৰ কামনে?" অধ্যাপকে ক'লে--"মকৰা জীৱ। জীৱহত্যা মহাপাপ। গতিকে বৰ দোষৰ কথা। তেতিয়া সি কলে-- তেন্তে এই পাপৰ প্ৰায়শ্চিত্ত হ'ব লাগিব"? বামুণে উত্তৰ দিলে-নিশ্চয় প্ৰায়শ্চিত্ত হ'ব লাগিব। তুমি যদি মাৰিছা তেন্তে মোক নুচুবা; বৰং ঘৰলৈগৈ দান দক্ষিণাৰ বাবে কিছু টকা পইচা আনা গৈ। মই ব্যৱস্থা (বিধি) চাওঁ কেইধেনু প্ৰায়শ্চিত্ত হ'ব লাগে। তুমি যোৱা আহা গৈ। তেতিয়া সেই দুষ্ট ল'ৰাজনে ক'লে-- "মই ঘৰলৈ যাব নালাগেদেউ, কাৰণ মই মকৰা মৰা নাই।" বামুণে সুধিলে-- তেন্তে কোনে মাৰিছে"? সি তপৰাই উত্তৰ দিলে"- মোৰ লগত যে সদায় ফুৰে আপোনাৰ সেই ডাঙৰজন ল'ৰা, সিয়ে মাৰিছে। নিজৰ ল'ৰা বুলি জানি বামুণৰ কথাৰ সুৰ বদলি গ'ল, ক'লে--'অ' আমাৰ সিহে মাৰিলেনে ? তাৰ পিচত অলপ তলকা মাৰি ক'লে"-- তুমি বহা। শুনা বাপু, মকৰা মৰাৰ কথা। মকৰা মৰা কি পাপ হ'ব? মকৰা মৰাত বিধিত একো ব্যৱস্থা লিখা নাই। মোৰ এতিয়া মনত পৰিছে এটা কথা, বিধিৰ এটা শ্লোকত লিখা আছে যে মানুহৰ অন্যায়কাৰী মহ, দাহ, মকৰা আদিক মাৰিলে লোকৰ উপকাৰ হয়; সেইদেখি ই পুণ্য কাম। গতিকে মকৰা মৰা পাপ নহয়--বৰং পুণ্য কামহে। তেতিয়া দুষ্ট ল'ৰাজনে উত্তৰ দিলে"--দেউ, লোকে মাৰিলে পাপ আৰু নিজৰ ল'ৰাই মাৰিলে হয় পুণ্য? এই ব্যৱস্থা হিন্দুৰ বিধি ব্যৱস্থাত আছে নে বামুণৰ মুখত আছে? বুজা গ'ল দেউ, আপোনালোকৰ বিধি-ব্যৱস্থা। সকলোবোৰ নিজৰ সুবিধাৰ বাবেহে। এনেকৈ কৈ সি অধ্যাপকক অপদস্ত কৰি গুচি গ'ল। ঠিক তেনেকৈ যেতিয়া নিজৰ স্বাৰ্থৰ কথা আহি পৰে তেতিয়া মানুহৰ চৰিত্ৰ ঠিক ওলোটা ফালে গতি কৰে সৰুবৌ। ডাঙৰবৌৰ বেলিকাও তেনে হৈছে। তুমি কিন্তু সাবধান হবা।"

"কি হৈছে কোৱাচোন?"

"মই মন্ত্ৰ কৰিছো।"

"আচল কথা কোৱা বাপু?"

"সময় হ'লে আচল কথা কম বৌ; তাৰ আগতে নহয়।"

"বাইদেৱে যে শহুৰৰ আগত ড্ৰাইভাৰৰ বিৰুদ্ধে কৈছে?"

"এয়েতো ৰহস্য। বাৰু কি কৈছে?"

"কৈছে বোলে ড্ৰাইভাৰে মদ খায়, গতিকে তাৰ লগত উমাক বিয়া দিব নালাগে।"

"হয়নে?" বীৰেন আচৰিত হৈ যায়। সি চিয়াৰত পোন হৈ বহি বৌৱেকৰ ফালে একেথৰে চাই ৰয়। বৌৱেকে কয়—"সঁচা বাপু! আৰু কি কৈছে জানা? কৈছে যে টকা পাঁচশ ফিৰৎ আনিব নালাগে; উমাৰ বিয়াতে খৰচ কৰিব লাগে। উমাক এঠাইত দিব লাগে।

সৰু বৌৱেকৰ কথা শুনি বীৰেণ স্তম্ভিত হৈ গ'ল। ইমান সোনকালে মন্ত্ৰই গুণ দিলে? আচৰিত। বৌৱেকে ক'লে--"আচৰিত হলা যে? মোৰ কথা বিশ্বাস কৰা নাই নেকি? মই মিছা কোৱা নাই আৰু মই নিজ চকুৰে দেখিছো, নিজ কাণেৰে শুনিছো।"

"অবিশ্বাস মই কৰা নাই সৰুবৌ। তোমাক মই অবিশ্বাস কেতিয়াও নকৰো। কিন্তু এটা কথাহে ভাবিছো, ইমান সোনকালে মোৰ মন্ত্ৰই গুণ দিলে! মই নিজে আচৰিত হৈছো।"

মন্ত্ৰৰ কথা কৈ ঠাট্টা নকৰিবা; আচল কথা কোৱা তুমি কি কৰিছা?"

"সঁচাকৈ মন্ত্ৰ কৰিছো সৰুবৌ। মন্ত্ৰ মানে কি জানা? মন্ত্ৰ হ'ল --মন+ ত্ৰ অৰ্থাৎ মনটোক যেয়ে আকৰ্ষণ কৰিব পাৰে সেয়ে মন্ত্ৰ। ত্ৰ মানে টানি অনা; গতিকে মনটোক যিয়ে টানি আনে তাকে মন্ত্ৰ বোলে। মই মন্ত্ৰ নকৰিলে ডাঙৰ বৌৰ মন টানি আনি মোৰ ইচ্ছামতে কাম হাচিল কৰিব পাৰোনে?"

"তুমি বৰ দুষ্ট বীৰেন, মোক সদায় ঠাট্টা কৰা। মই একো নজনা গাঁৱলীয়া ছোৱালী হ'লো বুলি তুমি মোক সদায় এনেখন কৰিব লাগে নে?" বৌৱেকে অভিমান কৰে। গোমোঠা মুখ কৰি বিচনাত বহে। বীৰেনে হাঁহি হাঁহি ৰগৰ কৰি গান জুৰে ব্যঙ্গ কৰি--

"হেৰা সৰু বৌ, পৰিহৰা অভিমান;

"নহ'লে মোৰ বিগলিত হ'ব প্ৰাণ।"

তাৰ ব্যঙ্গ ৰচনাত বৌৱেকৰ খঙো উঠে আৰু হাঁহিও উঠে। ধমক দি কয়- 'তুমি সদায় হেয়জ্ঞান কৰা। মই কবিতা-চবিতা বুজি নাপালো বুলি ঠাট্টা কৰাও বুজি নাপাওঁ নে?"

সি সৰু বৌৱেকৰ হাত-এখন টানমাৰি আনি খামোচ মাৰি ধৰি কয়-"শুনা সৰুবৌ, কেতিয়াবা কেতিয়াবা তোমাক মই "বাইদেউ" বুলিবৰ মন যায়। তুমি আজি ঠিক বাইদেউজনী হৈ উঠিছা। মোৰ বাইদেউ নাই, ভনীও নাই। পিচে ভনীৰ ঠাই পূৰণ কৰিছে উমাই, কিন্তু বাইদেউৰ ঠাইত কোনো নাই। মাজে মাজে অৰ্থাৎ আজিৰ দৰে অৱস্থাত মনত ভাব হয়, সেই শূন্য আসনত তোমাকে বহুৱাওঁ আজি তুমি মোৰ অভিমানী বাইদেউ হৈ সেই আসনত বহিলা।"

তাৰ গভীৰ অৰ্থপূৰ্ণ আৰু প্ৰাণস্পৰ্শী ভাষাত সৰু বৌৱেকৰ অন্তৰ গলি যায়। হৃদয়খনি কুমলি যায়। হাঁহো নাহাঁহোকৈ হাঁহি, লাজৰ চাৱনিৰে তাৰ মুখখনলৈ চাই তেওঁ কৈ উঠে--"এৰি দিয়া দুষ্ট, সদায় তামচা কৰি থকা মজাপালি দিম।" তেওঁ হাতখন টানমাৰি আনি বীৰেনৰ গাত মৃদু আঘাত কৰি কয়-- "কেতিয়াবা যদি এষাৰ কথা পোণ কৰি কয় তথাপি মই মৰিলে যমৰ আগত ক'ব পাৰিলোহেঁতেন! সদায় অকোৰা-পকোৰা কথা। আজিৰ পৰা যদি মোৰ আগত চিধা চিধি নকৈ তেৰা-বেঁকা কথা কোৱা শুনো তেন্তে গালত এক চৰ মাৰি দিম।"

তেওঁৰ কথা শুনি হাঁহি মাৰি গালখন আগবঢ়াই দি বীৰেনে কয়--

"একচৰ নহয় বাইদেউ, অ নহয় সৰুবৌ, দুয়ো গালে দুই চৰ বহুৱাই দিয়া-- তেহে ভাৰখন সমান হ'ব; এক চৰত এফলীয়া ভাৰ বোৱা বৰ মস্কিল।"

তাৰ ব্যঙ্গোক্তিত বৌৱেকৰ হাঁহি উঠে। দুয়ো হাঁহিব ধৰে।

তেওঁলোক হাঁহি থাকোঁতে হঠাতে দেখে উমা আহি দুৱাৰমুখত থিয় হৈ আছে। উমাক দেখি বৌৱেকে উঠি গৈ আদৰ কৰি মাতিলে---

"উমা আহিছা, আহা।"

বৌৱেকৰ আহ্বান পাই উমা ভিতৰ সোমাই আহে। উমাক দেখি বীৰেনে চিয়াৰৰ পৰা নামি আহে আৰু কয়--"উমা যে? আহ বাৰু।" তাইক বহিব কয় চিয়াৰত কিন্তু তাই নবহে। তাই বিচনাত বহে। বীৰেনে কয়--"তই বহ উমা, মই যাওঁ, কাম আছে। অ' মোৰ লগত কিবা সকাম আছে নেকি উমা?"

'নাই সৰু ককাইদউ, এনেয়ে ফুৰিবলৈ আহিলো।"

"ভাল বাৰু, তই বহ মই যাওঁ।" সি উঠি যায়। উমা আৰু সৰু বৌৱেকে দুয়ো ৰুমৰ ভিতৰত বহি কথা পাতিবলৈ ধৰে। বৌৱেকে সোধে--

"আজি দেখো সোনকালে আহিলা উমা। কিবা কাম আছে?"

"ডাঙৰ বৌৱে মাতি পঠাইছিল সৰুবৌ।"

"গৈছিলা নে এতিয়াহে যাবা?"

"গৈছিলো। তাৰ পৰাই আহিলো। মই আহিবৰ পলম হ'ল?"

"বাইদেৱে কিয় মাতিছিল? কি কলে?"

"বৰ আচৰিত কথা সৰুবৌ; ডাঙৰ বৌৱে মোক আজি বৰ মৰম কৰিলে। চাহ কৰি খুৱালে। তাৰ উপৰি এটা সাংঘাতিক কথা ক'লে।"

"কি কথা উমা?"

"ডাঙৰ বৌৱে কলে যে ড্ৰাইভাৰে মদ খায়, গতিকে মদপী এটাৰ হাতত ননদজনীক তেওঁ দিবলৈ ইচ্ছা নকৰে।"

"হয় নেকি? তাৰ পিচত?" সৰু বৌৱেকে বৰ কৌতুহলেৰে সোধে।

"তাৰ পাচত ড্ৰাইভাৰৰ বেয়া চৰিত্ৰৰ কথা ক'লে আৰু বিয়া বন্ধ কৰিবৰ বাবে জেঠাইদেউৰ আগত কোৱা বুলি ক'লে। তাৰ উপৰি কৈছে বোলে জেঠাইদেৱে পিতাক দিয়া টকা পাঁচশ বোলে মোৰ বিয়াত খৰচ কৰিবলৈ অনুৰোধ কৰিছে। কথা শুনি মই বৰ আচৰিত হৈছো সৰুবৌ। ঘটনা কি সৰুবৌ? ড্ৰাইভাৰ দেখো ডাঙৰ বৌৰ ডাঙৰ বেটা যেন আছিল, সেই ড্ৰাইভাৰৰ বদ্‌নাম কৰিলে! কিবা কাজিয়া লাগিছে নেকি ড্ৰাইভাৰৰ লগত?"

"একো কাজিয়া লগা নাই উমা।"

"তেনেহ'লে কিয় এনে অদ্ভুত কথা ক'লে?"

"ইয়াৰ কিবা ৰহস্য আছে উমা। এনে ৰকমৰ কথা মোৰো কাণত পৰিছে। আজি কেইদিনমানৰ পৰা বাইদেউৰ মন বেলেগ গৈ গৈছে।"

"ইয়াৰ কাৰণ কি সৰুবৌ?"

"কাৰণ তোমাৰে সৰু ককাইদেউ!"

"সৰু ককাইদেউ কি কাৰণ হ'ল?"

"তেৱেঁ কিবা কাম কৰিছে। সেই কাৰণেই তেওঁ আজিকালি মোকো মৰম কৰা হৈছে; তেওঁকো মৰম কৰা হৈছে; আৰু তোমাৰ ওপৰতো ইমান সন্তুষ্ট হৈছে। ড্ৰাইভাৰক দেখিব নোৱাৰা হৈছে।"

"ডাঙৰ বৌ যেনে শেনচকুৱা তিৰোতা, ড্ৰাইভাৰৰ ক'ৰবাত কিবা দেখিলে হ'বলা, সেয়েহে ইমান বিতুষ্টা হৈছে।"

"হ'বও পাৰে। কিন্তু মোৰ ধাৰণা বেলেগ। ইয়াৰ মুল কাৰণ বীৰে নহে।"

"বাৰু সৰু ককাইদেৱে তোমাক একো কোৱা নাইনে?"

"সেই দুষ্টজনৰ পেটৰ কথা কোনে বাহিৰ কৰিব? মোক নানা ফাঁকি দি গুচি গ'ল নহয় এতিয়াই।"

"নাজানো কপালত কি আছে সৰুবৌ। মোৰ জনমটো দুখতে গ'ল আৰু ভৱিষ্যতেও সেয়ে গতি।"

উমাৰ চকুলো আহে। বৌৱেকে সান্ত্বনাৰ সুৰত কয়--"দুখ নকৰিবা উমা, কপালৰ লেখা কোনে মচিব পাৰে? তোমাৰ কপালত যদি তাকে পাব লগা আছে তেন্তে খণ্ডাবা কেনেকৈ? মিছাকৈ দুখ কৰি লাভ নাই। মদপীৰ লগত, চোৰৰ লগত লম্পটৰ লগতো জীৱন কটাব লাগিব পাৰে যদি অদৃষ্টত লিখা আছে। মোৰ কথাকে ভাবাচোন, সৰুতে আই-পিতা মৰি গ'ল, মামাইঁতৰ ঘৰত ডাঙৰ-দীঘল হ'লো। শেষত ভাগ্যৰ বলতে এনেহেন ধনীমানী ঘৰত এনেহেন ভোলানাথ যেন পুৰুষত পৰিলো; আজি কিমান বছৰ হ'ল, তথাপি এটি সন্তানৰ মুখ দেখা নাপালো। মোৰ অন্তৰৰ দুখৰ কথা কাক কম? আই ভাই কোনো নাই, আৰু এতিয়াও হ'লো সন্তানহীনা শূইন কপালী। মোৰ বৰতত ধন আছিল উমা-জন নাই। বাহ্যিক সুখৰ বস্তু সকলো আছে কিন্তু অন্তৰৰ শান্তিৰ বস্তু নাই। ভাগ্য উমা, ভাগ্যৰ লেখন নাযায় খণ্ডন। কেনেকৈ বাধা দিম?"

কথা কৈ কৈ শেষত বৌৱেকৰ চকুলো আহে। বৌৱেকৰ অন্তৰৰ বেদনা উপলব্ধি কৰি উমাই-কয়--"দুখ নকৰিবা সৰুবৌ, ঈশ্বৰৰ ইচ্ছা। তুমি, আমি কৰো বুলি একো কৰিব নোৱাৰো। সেই দেখিয়ে আগেয়ে বৰ আপত্তি কৰিছিলো যদিও এতিয়া একো নামাতো, কাৰণ মোৰ বৰতত দুখ আছে বুলি মই বুজিছো।"

কথা কৈ কৈ তায়ো চকুলো টুকে। এনেভাবে দুয়ো বৌৱেক-ননদে নিজৰ কপালকে দোষ দি চকুলো টুকি ৰয়। নিজৰ নিজৰ ভাগ্যক লৈ নিজে নিজে সান্ত্বনা লবৰ যত্ন কৰে সঁচা কিন্তু নোৱাৰে। ৰূঢ় বাস্তৱে কঠোৰ আঘাত কৰে। দুয়ো নীৰৱভাবে কিছু সময় কটোৱাৰ পিচত বৌৱেকে কয়-

"উমা, বিয়া সম্পৰ্কে যদি কোনোবাই কিবা সোধে তেন্তে কবা যে সৰু ককাইদেৱেহে জানে। সৰু ককাইদেউৰ যি মত মোৰো সেয়ে মত। মই অইন কাৰো কথা নামানো; এই বুলি কবা।"

"মই এতিয়া তাকেই কওঁ সৰুবৌ।"

"সদায় কবা। একো ভয় নাই; বীৰেনে ভাবি-চিন্তি যি কৰে কৰিব । আমাৰ মাজু ককায়েৰাক কালি মই সোধোতে কৈছে বোলে উমাৰ বিয়াৰ আচল অভিভাবক

বীৰেনহে; তাই তাৰহে ভনীয়েক; গতিকে তাৰ য'ত ইচ্ছা তাতে দিব, পিতাই মাজতে গোলমাল কৰা উচিত হোৱা নাই। ককাইদেউ আৰু পিতাক বৌৱে হাত কৰিছে আৰু তেওঁৰ আজ্ঞাবাহী ড্ৰাইভাৰজনলৈ আনিব খোজে। মোৰ হ'লে মত নাই;কাৰণ উমা হাজাৰ হ'লেও আমাৰ ভনী; ইফালে ড্ৰাইভাৰ আমাৰ কৰ্ম্মচাৰী; তাতে তাৰ স্বভাৱ তিমান বাৰু নহয়। আমাৰ আগৰজন ড্ৰাইভাৰ কেনে চমৎকাৰ লোক আছিল। খাটি ভদ্ৰলোক। কামতো পাকৈত আৰু চৰিত্ৰও ভাল। ড্ৰাইভাৰ হ'লেও মই তেওঁক বৰ সন্মান কৰিছিলো। চৰিত্ৰই সন্মান আদায় কৰে। জগতত মানুহে যি কাম নকৰক, চৰিত্ৰইহে মানুহক মানুহ নামৰ যোগ্য কৰে। এইবোৰ কথা মাজু ককায়েৰাই মোক কৈছে। গতিকে তোমাৰ নিশ্চয় কিবা ভাল হ'ব"

"মোৰ কি ভাল হ'ব বৌ; মোৰ কপাল বেয়া।"

"বাৰু উমা, বলোৰামৰ খবৰ কি? এতিয়া কেনে আছে? ময়ো যাব পৰা নাই।"

"এতিয়া উঠি বহি ফুৰিব পৰা হৈছে!"

"বাৰু তোমাক এটা কথা সোধো; সঁচাকৈ তুমি বলোৰামক ভাল পোৱা নে?"

উমা নীৰৱ।

বৌৱেকে তাইৰ মূৰত হাত ফুৰাই ক'লে-- "মই সকলো জানো। মই কিয় সকলোৱে জানে তোমালোক দুটাৰ কথা । আজি কিমান বছৰৰ পৰা তোমালোক দুজনৰ ভিতৰত মিলাপ্ৰীতি চলি আছে। মাজতে এই ড্ৰাইভাৰটো আহি ধূমকেতু ওলাল। মই শুনিছো, ইয়াৰ বাবেই বোলে সি তোমাক বিশ্বাস নকৰা হৈছে; বেয়া পোৱা হৈছে, হয়নে ? বেয়া পাবই, কাৰণ যাক ভাল পায় তাৰ ইমান বদ্‌নাম সহ্য কৰিব কেনেকৈ? তদুপৰি তাৰ হাত চাৰি যাবৰে আশঙ্কা এতিয়া । বাৰু উমা, এতিয়া তোমাৰ লগত কেনে?"

"বৰ্ত্তমান ভাল। মাজতে বেয়া পাইছিল, কিবা-কিবি বদ্‌নাম বোৰ শুনি। এতিয়া সকলোবোৰ মিছা বুলি জানিব পাৰিছে। এতিয়া বিশ্বাস কৰে।"

"তাৰ লগতে তোমাৰ যোৰ হ'ব। তাৰ তাতেই বিয়া দিব লাগিব। বীৰেনৰো মত সেয়ে। তুমি কেনে দেখা?"

"মোৰ ভাগ্যত নহ'ব সৰুবৌ।" তাই আকৌ কান্দি পেলায়। বৌৱেকে মৰম কৰি ক'লে- 'ভয় নকৰিবা। বীৰেনে ধৰিছে যেতিয়া নিশ্চয় হ'ব। মই তোমাৰ কথা বুজিছো। তুমি নাকান্দিবা উমা, তোমাৰ মনৰ আশা পূৰ হ'ব।"

সৰু বৌৱেকে তাইক মৰম কৰি মূৰ পিহি দিয়ে। তাৰ পিচত উঠি আহি জবাকুসুম তেলৰ বটলৰ পৰা তেল উলিয়াই মৰমতে উমাৰ মূৰত সানি দিয়ে— "তোমাৰ চুলিকোচা ইমান দীঘল আৰু এনে ধুনীয়া, দেখিলে মোৰ হিংসা হয় উমা।"

চুলিত তেল ঘঁহি ঘঁহি কয় বৌৱেকে। উমাই নিজৰ অঙ্গ-সৌন্দৰ্য্যৰ বৰ্ণনা আৰু প্ৰশংসা শুনি মনে মনে আনন্দ পায়; কিন্তু এটা হুমুনিয়াহ কাঢ়ি কয়— "এইবোৰনো কাৰ বাবে কৰিম সৰুবৌ? এইবোৰ ধুনীয়া হৈছে নে মোৰ বৈৰী (শত্ৰু) হৈছে? এই চুলিবোৰ কাটি পেলাবৰহে মন গৈছে।"

গালতে দুটামান সৰু চৰ মাৰি বৌৱেকে মৰমেৰে কয়—"কাৰ বাবে কৰিছা ক'ব নোৱাৰা? কাৰ বাবে কৰিছা তুমি জানা আৰু ময়ো জানো।" বৌৱেকে মিচিক্‌কৈ হাঁহি মাৰি তাইৰ ফালে চাই কয়। উমাৰো হাঁহি উঠিব খোজে। তাই বৌৱেকৰ ইঙ্গিত বুজিছে। কাক লক্ষ্য কৰি কৈছে তাই ধৰিব পাৰিছে। তাই কৈ উঠে—"তুমি বৰ দুষ্টা হৈ গৈছা সৰুবৌ।"

"এৰা, মই বৰ দুষ্টা; তুমি ধুনীয়া চুলিকোচাৰে লোকৰ মন পাগল কৰিবা আৰু মোৰ গাত লাগিল জেঙাটো?"

"ধেৎ, তুমি বৰ বদমাচ হৈছা সৰুবৌ। নহৈনো কি হ'বা; তুমি সৰু ককাইদেউৰহে বৌৱেক।"

"মইহে বীৰেনৰ বৌৱেক, আৰু তুমি? তুমি কি? তুমিও বীৰেনৰ ভনীয়েক। অকল সেয়ে নহয়— একেবাৰে শিষ্যাও।"

এনেতে বাহিৰত মাজু ককায়েকৰ মাত শুনি উমা নিতাল মাৰে। সৰুবৌৱেকেও তাইৰ চুলিত তেল ঘঁহা শেষ কৰি তাৰাতাৰি বটল-চটলবোৰ ঠিক-ঠাক কৰি থয়। উমাই খৰ খৰ কৈ মূৰটো ফণিয়াই বৌৱেকৰ পৰা বিদায় লৈ ওলাই আহে।

বৌৱেকৰ লগত কিবা-কিবি কথা হৈ তাই ঘৰলৈ যায় গৈ।

ঘৰলৈ আহি দেখে যে মাক-পিতাকে দুয়ো কিবা তৰ্ক কৰি আছে। মাকে কোৱা শুনিলে "এতিয়া কেনেকৈ হ'ব? তেনে কথা ভাইশহুৰে এতিয়া কেনেকৈ ক'ব? আগেয়ে আমাক দিব নালাগিছিল। টকা খৰচ হৈ গৈছে; এনেস্থলত এতিয়া দিম ক'ৰ পৰা? আৰু ড্ৰাইভাৰ যদি বেয়া মানুহ তেন্তে আগেয়ে কিয় আমাক ইমান আগবঢ়াই দিছিল? সেই কথাই কথা নহয়; আমি আমাৰ ছোৱালী ড্ৰাইভাৰত দিম বুলিছো দিমেই।"

"ছোৱালী দিবা, পিচে টকা পাঁচশ? টকা পাঁচশ বোলে ফিৰাই দিব লাগিব। আগেয়ে মোক দিব নালাগিছিল। মই অভাৱগ্ৰস্ত মানুহ, টকা পালে খৰচ হয়। এতিয়া কেনেকৈ দিওঁ? ককাইদেৱে মোক এনে বিপদত পেলাব নালাগিছিল।"

"এইবোৰ কথা কেতিয়া ক'লে?"

"আজি। অলপ আগতে মোক মাতি নি ক'লে, 'মধু এটা বৰ ডাঙৰ কথা হ'ল। যিয়ে তোক বিয়াৰ বাবে টকা দিবলৈ কৈছিল সেই ডাঙৰ বোৱাৰীয়ে আজি মোক জোৰ কৰি কৈছে বোলে টকা পাঁচশ ফিৰাই আনক, উমাক আমি ড্ৰাইভাৰৰ তাত বিয়া নিদিওঁ। ড্ৰাইভাৰে বোলে মদ খায়, মদপী; তাৰ উপৰি চৰিত্ৰও বেয়া। তাৰ তাত বিয়া দিলে উমাই মনত বৰ দুখ পাব। ডাঙৰ বোৱাৰীয়ে ড্ৰাইভাৰক ইমান মৰম কৰে, অথচ তেঁৱে এতিয়া তেনে কথা কৈছে। বোধহয় কৰবাত কিবা দেখিছে হ'বলা। সেইদেখি হাজাৰ হ'লেও নিজৰ ননদ এজনীক কেনেকৈ তেনে লম্পট ল'ৰা এজনলৈ দিয়ে? গতিকে বিয়া বন্ধ কৰিছে আৰু টকাখিনি ঘুৰাই পাব বিচাৰিছে। ককাইদেউৰ এনে কথা শুনি মই অবাক হৈছো; মোক এনেকৈ গছত তুলি দি গুৰিত ঘপিয়াব নালাগিছিল। মই এতিয়া কি কৰো?"

"কি আৰু কৰিব? টকা দিব নোৱাৰো বুলি ক'ব। মই আগেয়ে জানো ভাইশহুৰ কি লোক। নিজেহে ককাইদেউ, ককাইদেউ কৰি মৰে, লোকে হ'লে তলে পুতল। বৰ মৰমৰ ভায়েক, বেলেগ কৰি দিলে, মাটিবাৰী সোপাকে নিলে। টকা-কড়ি সকলো লৈ মোৰ ছলি দুটাক বাটৰ ভিকহু কৰি এৰি দিলে। লোকে দান কৰা মাটিখিনিৰো ভাগ লগা হ'ল। তাৰ কাৰণে আজিও পুখুৰীটোক লৈ কাজিয়া কৰি আছে। ইমানখিনি কৰিও হুতাহ নপলাল; এতিয়া হোৱা বিয়াখনত বিধি-পথালি দিছে। মই জানো আমাৰ শত্ৰু কোন। ভাইৰ সমান মিত্ৰ নাই আৰু ভাইৰ সমান শত্ৰু নাই। তেওঁৰ ইমান হিংসা। এতিয়া মোৰ ছোৱালীৰ বদ্‌নাম কৰি বিয়া নকৰোৱা হৈছে। কোনে বিয়া কৰাব তাইক? এনেকৈয়ে তেওঁ আমাৰ শত্ৰু সাজিলে। ৰাম।। ৰাম।। মানুহৰ পেটৰ কথা পোৱা বৰ টান।"

"এতিয়া কি কৰিম মই একো ভাবি পোৱা নাই। মই এতিয়া কি কৰো পবনৰ মাক?"

তেওঁ ভেকাহি মাৰি কৈ উঠিল—"এতিয়া মোক সুধিছে কিয়? আকৌ গৈ বৰ চেনেহৰ ককায়েকৰ ভৰিত তেল মালিচ কৰক গৈ। ইবিধ হ'লেই ককাইদেউক সুধিব লাগে, সিবিধ হ'লেই ককাইদেউৰ মত ল'ব লাগে, ইত্যাদি কৰি থাকোঁতে, মানি থাকোঁতে ককায়েকে ভাল শিক্ষা দিলে এতিয়া। এতিয়া কি কৰিব? আকৌ

দোকানখনলৈ গৈ বহি থাকক ককায়েকৰ ভৰি মুচৰি। মই আগেয়ে হাক দিওঁতে দেখো মোক শত্ৰু বুলি ভাবিছিল, এতিয়া পিচে? কিয় মোৰ উপদেশ লগা হ'ল বৰ পুৰুষজনক?" ঘৈণীয়েকে তাচ্ছিল্যৰ সুৰত ঠাট্টা কৰে। ঘৈণীয়েকৰ এনে কৰ্কশ বচন আৰু কালিকা সদৃশ মূৰ্ত্তি দেখি গিৰিয়েক ধাৰাত মুতা ছলি যেন হ'ল। একো নামাতি তলমুৰা হৈ ৰয়। তাকে দেখি ঘৈণীয়েকে পুনৰ সকীয়াই দিয়ে—"টকা দিব নোৱাৰো বুলি কওক গৈ, আৰু ক'ব যে বিয়া ড্ৰাইভাৰৰ লগতে হ'ব লাগিব। মুঠ কথা, টকা নিদিও। বৰং বিয়াহে দিম। যি হয় হ'ব।" এনেকৈ কৈ ঘৈণীয়েকে উচাৎ মাৰি উঠি গ'ল। গিৰিয়েকে হতভম্ব হৈ ৰ'ল।

মাক-বাপেকৰ এনে কথা-বতৰা উমাই আঁৰৰ পৰাই শুনি আছিল। মাকে যোৱাত তায়ো সোমাই যায়। অন্তৰত উগুল-থুগুল ভাব।

# বাইশ

পিচদিনা ৰাতিপুৱা ভাবি ভাবি একো উপায় নাপাই বিমূঢ় হৈ পৰিল মধুনাথ। ককায়েক যি মগজুৰ লোক, টকা নিদিলে 'হেণ্ডনোট, ল'ব আৰু শেষত মাটিবাৰী নিব। এইবোৰ ভাবি তেওঁ উৱাদিহ নোপোৱা হ'ল। বহু চিন্তা কৰি শেষত ভাবিলে; যদি বলোৰামৰ টকা আছে তেন্তে তাৰ পৰা আনি দিব আৰু দৰ্কাৰ হ'লে উমাকো ··· । উমাৰ লগত তাৰ বেচ মিল আছে। তাকে ভাবি তেওঁ বলোৰামৰ ঘৰ বুলি খোজ ল'লে।

এতিয়া বলোৰামে উঠি বহি ফুৰিব পৰা হৈছে; কিন্তু বৰ দুৰ্ব্বল হৈ আছে। মধুনাথে খবৰ লোৱা চুতা কৰি বলোৰ ওচৰ পালে। তেওঁক দেখি বলোৰামে বহিব দিলে। মধুনাথে সুধিলে—"বোপা বলো, গা কেনে পাইছা?"

"কেনেনো পাম খুৰা, বৰ দুৰ্ব্বল যেন লাগিছে। উঠিবই নোৱাৰা যেন পাওঁ।"

"লাহে লাহেহে ভাল পাবা; ইমান এটা বেমাৰ হৈ গ'ল, তৎক্ষণাৎ গা ভাল পাবানে? কিছুদিন খাই লৈ পুষ্ট হ'লেহে ফুৰিব পাৰিবা।"

"তাকেইতো ভাবিছো খুৰা, কোন দিনানো সবল হওঁ-।

"সবল নহৈ কি হ'বা? দুই চাৰিদিন পলমে সকলো হৈ যাব।"

"পবন দেখো এই ফালে অহা নাই খুৰা, স্কুললৈ গ'ল নেকি?"

"কিনো স্কুললৈ যাব বোপা! ঘৰতে আছে হবলা?"

"বৰ দুখ কৰি ক'লে দেখো খুৰা? একো ভয় নকৰিব, সি শেষত বৰ ভাল মানুহ হ'ব। হাজাৰ হ'লেও ডাঙৰ বংশৰ গুণ কতো নমৰে। বীৰেনৰ দৰে সিও লেখা-পঢ়া জানিব। তাৰ বুদ্ধি আছে। সি ডাঙৰ মানুহ হ'ব। আপুনি চিন্তা নকৰিব।"

"সি ডাঙৰ মানুহ হ'ব আৰু মই ডাঙৰ মানুহৰ বাপেক হম, এনে কথা মোৰ মনত নাহে ; এনে ভাগ্য মোৰ নাই। যি মূলা বাঢ়ে তাৰ দুপতীয়াতে চিন।"

"আপুনি হতাশ নহব খুৰা ; সি এদিন বংশৰ নাম উজ্জ্বল কৰিব। তাৰ কিছুমান বৰ ভাল গুণ আছে।"

"মোৰ কপালত তেনে সুখ নাই বোপা। সি ডাঙৰ মানুহ হ'ব নালাগে, বংশৰ নাম উজ্জ্বল কৰিব নালাগে, খাবলৈ নাপাই শুকাই নমৰিলেই ৰক্ষা। আজি যিহে.........।" তেওঁ কওঁ বুলি ৰৈ যায়।

"কি হৈছে খুৰা? বলোৰামে বৰ ব্যগ্ৰ হৈ সোধে।"

"কি কম বোপা, বহুত কথা, মুঠৰ ওপৰত তাৰ ওপৰত মই ৰাম টাঙোন মাৰিব ওলাইছো।"

"কি হ'ল খুৰা? সি কিবা কৰিছে নেকি?"

"সি একো কৰা নাই।"

"তেন্তে?"

"মোৰ অদৃষ্ট! তাৰ ভৱিষ্যত মই ধ্বংস কৰিব ওলাইছো।"

"কি কথা খুৰা?"

"তাৰ থকা ঘৰ-মাটিও মই বিক্ৰী কৰিব লগাত পৰিলো।"

"কিয় বিক্ৰী কৰে খুৰা?"

"টকাৰ ধাৰ..........।"

"কাৰ টকা?"

"সেইবোৰ ক'লে কি হ'ব? মোৰ অদৃষ্ট।"

"খুলি কওক, কি জানি কিবা সহায় কৰিব পাৰোৱেই।"

"খুলি ক'লে কি হ'ব? ওপৰলৈ থু পেলালে নিজৰ মুখতে পৰিব।"

"কওকচোন কি হৈছে?"

"বাৰু, তুমি মোক সহায় কৰিব পাৰিবা?"

"শক্তি অনুসাৰে কৰিম। আপোনালোকৰ শুশ্ৰূষা আৰু সহায়ৰ কাৰণেই মই যমৰ ঘৰৰ পৰা ফিৰি আহিলো; এতিয়া আপোনালোকৰ বিপদ হ'লে মই সহায় নকৰিমনে? কওকচোন ঘটনা?"

"ঘটনা ক'বলৈ নাই, মুঠৰ ওপৰত মোক টকা পাঁচশ লাগে। টকা পোৱাৰ পিচত ধাৰ মাৰিহে মই ঘটনা কম, নহ'লে আগতে প্ৰকাশ কৰিলে বিপদ আৰু বাঢ়িব।"

"পাঁচশ টকা?"

"এৰা পাঁচশ টকা। যদি পাৰা মোক দিয়া; অলপ দিনৰ ভিতৰতে বাৰীৰ গছ-গছনি বেছি হ'লেও ধাৰ শুজিম। দিব পাৰিবানে?" মধুনাথে বৰ করুণভাবে তাৰ ফালে চাই থাকে।

বলোৰাম চিন্তিত হৈ পৰে। কিছুপৰ নিতাল মাৰে। তাৰ পিচত কয়—"একো চিন্তা নকৰিব খুৰা। মোৰ টকা ছয়শ মহাজন জেঠাৰ দোকানত জমা আছে; তাৰে পৰা আনি দিম।"

"ককাইদেউৰ দোকানত তোমাৰ টকা আছে?"

"হয়। মোৰ টকা পইচা দোকানতে জমা থাকে। লাগিলে আনো। আপুনি বহক ; মই গৈ লৈ আহো।"

"ককাইদেৱে টকা দিবনে?"

"কিয় নিদিব? মোৰ টকা নিদিব কিয়? মই এতিয়াই লৈ আহিম।"

"এই দুৰ্ব্বল গাৰে তুমি কেনেকৈ যাবা?"

"লাখুটি ডালত ভৰ দি যাব পাৰিম।"

"এনেকৈ দুৰ্ব্বল গাৰে তুমি যাব নালাগে বোপা, ক'ৰবাত পৰিলে মহা মস্কিল হ'ব।"

"নপৰো খুৰা। আপুনি বহক, মই গৈ লৈ আহো।"

এনেকৈ কৈ বলোৰামে লাখুটিডাল হাতত লৈ যাবলৈ ওলাল। মধুনাথে যাবলৈ বাধা কৰিলে, তথাপি সি নুশুনিলে। তেওঁক বহিব কৈ সি লাহে লাহে ওলাই গ'ল মহাজনৰ দোকানলৈ বুলি। মধুনাথ বহি থাকিল ; সি গ'ল গৈ।

বলোৰামে দোকান পোৱাত মহাজনে তাক আদৰ কৰি বহিব দিলে। সহানুভূতিৰ সুৰত ক'লে—"ইমান দুৰ্ব্বল গাৰে তই কিয় আহিলি বলোৰাম? কিবা লাগিলে দেখো খবৰ দিলেই পঠাব পাৰিলোহেঁতেন, তই নিজে আহিব লাগেনে? বৰ বেয়া কৰিছ। দুৰ্ব্বল বেমাৰী মানুহ ক'ৰবাত বাটে-ঘাটে পৰিলে সৰ্ব্বনাশ হ'ব।"

"একো ভয় নাই জেঠা, নপৰো। লাহে লাহে আহিছো। নাহিলে নহয় দেখিহে আহিছো।"

"নাহিলে কিয় নহয়? অৰ্জ্জুনক পঠাব নোৱাৰিলি? কি লাগে?"

"কম বাৰু। নাহিলে নহয় দেখিহে আহিছো।"

"বাৰু বহ ; চাহ তাহ খাই ল।"

এনেকৈ কৈ ঘৰৰ পৰা চাহ অনাই খাবলৈ দিলে আৰু গা কেনে পাইছে সুধিলে। বলোৰামে উত্তৰ দি গ'ল। চাহ খাই খাই মেল কৰি দুয়ো নানা কথা হ'ল। শেষত মহাজনে সুধিলে—

"বাৰু এতিয়া কচোন, কি লাগে তোক? কিয় নিজে আহিব লগা হ'ল?"

"নিজে আহিব লগা হ'ল এটা ডাঙৰ সকামৰ বাবে।"

"কি সকাম?"

"মোক টকা পাঁচশ লাগে।"

" টকা পাঁচশ?"

"হয় টকা পাঁচশ।"

"তোৰ টকা জমা আছে যিহেতু নিব পাৰিবি। পিচে কিয়নো ইমানবোৰ টকা একে লগে লগা হ'ল?"

"এটা কাম কৰিম বুলি ভাবিছো জেঠা, পিচত কম।"

"আকৌ গৰু কিনিবি নেকি?"

"পিচত কম বাৰু।"

'বহ তেন্তে মই খাটাটো (হিচাপৰ বহী) চাওঁ তই কিমান পাবি।" এই বুলি কৈ খাটাপত্ৰ উলিয়াই হিচাপ কৰিব ধৰিলে। বলোৰাম বহি থাকিল। হিচাপ-পত্ৰ কৰি উঠি মহাজনে কলে-"তই দেখো বৰ্ত্তমান তিনিশ চল্লিচ টকা ছয় অনাহে পাবি?" বলোই আচৰিত হৈ সুধিলে- "কিমান? মাত্ৰ তিনিশ চল্লিশ টকা ছয় অনাহে জমা আছে জেঠা।"

"জমা আছিল ছয়শ। খৰচ হ'ল দুইশ দুই কুৰি উনেশ টকা দহ আনা। তহবিল ৰ'ল তিনিশ চল্লিচ টকা ছয় আনা।

"ইমান টকা কিহত খৰচ হ'ল?"

খাটাটো আগতে মেলি দেখুৱাই দিলে মহাজনে। পঢ়িব নজনা বলোৰামে ক'লে-" কিহত গ'ল ইমান টকা?"

"এই চোৱা দোকানৰ বাকী। তেল, নিমখ, দালি আদিৰ বাকী,ঔষধ পথ্যৰ বাকী, ডাক্তৰক দিয়া ইমানবোৰ "ভিজিট।" এইবোৰে সমুদায় দুইশ দুই কুৰি উনেশ টকা দহ অনা খৰচ ।"

"ইমান খৰচ হ'লনে?" বিস্ময় হৈ সোধে বলোৰামে।

" মোক অবিশ্বাস হ'ল নেকি?" খং ভাবে কয় মহাজনে। বলোৰামে পেটে পেটে খং কৰিলে কিন্তু মুখেৰে মাথো ক'লে-

"ইমান খৰচ গ'ল এই মাহৰ ভিতৰত।"

মহাজনে তাৰ পেটৰ অবিশ্বাস ভাবৰ গম পাই খং ভাব দেখুৱাই কলে- 'অ' তোৰ অবিশ্বাস হৈছে? তোৰ টকা আৰু মোৰ ইয়াত জমা নাৰাখো। তোৰ অবিশ্বাস হৈছে,তোৰ টকা আৰু ৰাখিলে বিপদ আছে। টকাখিনি লৈ যা।"

বলোৰামে ইতস্তত ; কৰি কলে—'খং কৰিলে কিয় জেঠা? মই জানো অবিশ্বাস কৰিছো? কেৱল বহুত খৰচ হোৱা বুলিহে কৈছো।"

"তই বহুত খৰচ কৰিবি আৰু মোৰ গাত লাগিল জেঙাটো? তোৰ টকা তই লৈ যা, মিছাকৈ পিচত মোৰ বদনাম হ'ব।"

মহাজনে উঠিআহি বলোৰামৰ হাতত টকা যাচে। বলোৰামে নলয়। মহাজনে জোৰ কৰি টকা দি কয়- "বোপা, তোৰ ধন তই নিজে হাতত ৰাখি খৰচ কৰিবি; মোৰ ইয়াত থৈ খৰচ হ'লে তোৰ অবিশ্বাস হয়। পিচত মই বদনাম পাব লাগিব ; তোৰ টকা লৈ যা।" বলোৰামৰ হাতত জোৰ কৰি টকাখিনি গুজি দি মহাজন আকৌ গাদীত বহে। বলোৰামে টকাখিনি লৈ কিছু- পৰ ভাবে আৰু মহাজনৰ ফালে চাই ৰয়। তাৰ বৰ বেয়া লাগে। ইমান টকা তলে তলে নাইকিয়া হৈ আছে; সি ভবাই নাছিল। হাজাৰ হ'লেও টকাৰ দাহ! ধনৰ আক্ৰোশ। সকলো মানুহৰ আছে, বিশেষকৈ সংসাৰী মানুহ মাত্ৰেই। যোগী-সন্ন্যাসীৰ কথা বেলেগ। সি বিষণ্ণ মনে বহি ৰ'ল। মহাজনে তিক্তসুৰে ক'লে-"যা, এতিয়া তোৰ বৰ গোপনীয় কথাখিনি কৰগৈ। মোৰ ইয়াত টকা ৰাখিলে খৰচ হয়বুলি ভাবিছ, এতিয়া নিজ হাতত জমা ৰাখগৈ। মোক মিছাকৈ বেয়া পাব নালাগে। মই লোকৰ ধন খাই ৰজা নহওঁ। লোকৰ ধন মোক নালাগে।"

"মইতো খোৱা বুলি কোৱা নাই। কেৱল.....।"

"সঁকলো বুজো বলোৰাম। মই সকলো বুজো। মুখ মেলোতেই মই গৰ্ভ দেখো। মোক শিকাব, বুজাব নালাগে। লৈ যা।"

এনেকৈ কিছুসময় থাকি বলোৰামে টকাখিনি লৈ ঘৰলৈ ফিৰিল। তাৰ মনটো একেবাৰে মৰি গ'ল। সি লাহে লাহে ঘৰলৈ খোজ ল'লে।

ঘৰ পাই দেখে যে উৎকণ্ঠিত চিত্তে ৰৈ আছে মধুনাথ তাৰ ধনৰ অপেক্ষাত। সি অহা দেখি মধুনাথে উঠি আহিল আৰু সুধিলে-

"বোপা বলোৰাম, টকা পালানে?"

"পালো খুৰা। কিন্তু ।"

"কিন্তু কি?"

"মাত্ৰ তিনিশ দুই কুৰি টকাহে পালো খুৰা, বাকীবোৰ বোলে মোৰ গাত খৰচ হৈ গৈছে।" সি বিষণ্ণ মনে কয়। তাৰ মুখৰ ভাব-ভংগী দেখি মধুনাথৰ মন সেমেকি গ'ল। হতাশভাৱে ক'লে-

"তেনেকুৱাহে হ'লনে।"

বলোৰাম দুৰ্ব্বল হৈ আছে। এইখিনি খোজকাঢ়ি আহোতে তাৰ ভাগৰ লাগিছে। সি পীৰা পাৰি লৈ বহি পৰিল। তাৰ ওচৰতে বহি মধুনাথে ক'লে- "বৰ ভাগৰ লাগিছে বোপা? লাগিবইতো কাৰণ তুমি বৰ দুৰ্ব্বল হৈ আছা। তুমি যাব নালাগিছিল; মোৰ বাবেই কষ্ট খালা।"

"কষ্ট হওক খুৰা, তাত আপত্তি নাছিল যদি কাম হ'লহেঁতেন। পিচে কষ্টও খালো আৰু কামো নহ'ল।" সি হতাশৰ সুৰত কয় আৰু টকাখিনি আগবঢ়াই দি কয়- "নিয়ক খুৰা; এইখিনিৰ লগত আৰু দেৰশমান লগ কৰি কামটো কৰকগৈ।"

বলোৰামে মধুনাথক টকা দিয়ে। মধুনাথে হাতখন মেলি দি পিচত কোঁচাই আনে; কাৰণ তেওঁৰ চিন্তা হ'ল যে এইখিনি নিলেতো কাম নহ'ব আৰু টকা যোগাৰ কৰিব নোৱাৰিব। তাৰ উপৰি বলোৰাম বেমাৰী মানুহ। এই সময়ত তাক টকাৰ দৰ্কাৰ, বিশেষকৈ ঔষধ-পথ্য কিনিবলৈ টকা লাগিব। হঠাৎ কিবা অসুখ কৰিলে সি ক'ত টকা পাব? এইখিনিকে যদি নিয়া হয় তেন্তে আকস্মিক বিপদত কি কৰিব? এফালে নিজৰো কাম নহয় আৰু আনফালে তাকো বিপদত পেলাব লাগিব। এই টকাখিনিৰ বাহিৰে তাৰ আৰু অন্য সম্বল নাই। এনে ইষ্ট-মিত্ৰও নাই তাৰ যিয়ে বিপদৰ সময়ত সহায় কৰিব পাৰে। এনে অৱস্থাত তাৰ এইখিনি টকা নিয়া কিমান দূৰ সমীচীন হ'ব তাকে বিবেচনা কৰিব ধৰিলে তেওঁ। তেওঁ শেষত ক'লে- - "বোপা বলোৰাম! মোক টকা নালাগে। এই টকাৰে মোৰ কাম নহ'ব। আনৰ পৰা ধাৰ কৰিব লাগিব। তোমাৰ টকাখিনি নিলে মোৰ কাম নহ'ব। কাৰোবাৰ পৰা নগদ পাঁচশ টকাহে ধাৰ লম। তুমিও বেমাৰী মানুহ, হঠাৎ কিবা বিপদ হ'লে দিগ্‌দাৰ হ'ব। টকাখিনি বৰ্ত্তমানে তোমাৰ লগতে থাকক।"

"নহয় খুৰা; লৈ যাওক। মই দোকানৰ পৰা এবাৰ উলিয়াই আনিছো যেতিয়া আৰু পুনৰ দোকানত জমা নথম। জেঠাৰ লগত মোৰ অলপ লাগিলেই। গতিকে মোৰ ভঙাঘৰত ৰখাতকৈ আপোনাৰ তাত থকাই ভাল।"

"নহয় বোপা , মোৰ হাতত টকা নৰয়--খৰচ হৈ যায়। গতিকে তুমি ক'ৰবাত ৰাখিবা।"

বলোৰামে জোৰকৰি টকা দিয়া সত্ত্বেও মধুনাথে টকাখিনি নললে। বলোক বহুত বুজাই-বঢ়াই মধুনাথে ঘৰলৈ ফিৰিল।

ঘৰ পাই দেখে যে মজিয়াত বহি ঘৈণীয়েক আৰু ড্ৰাইভাৰে কথাপাতি আছে। ঘৈণীয়েকৰ এষাৰ কথা তেওঁৰ কাণত পৰিল--

"সেই দেখিয়েতো মই টকা নিদিওঁ বুলি কৈছো ড্ৰাইভাৰ বোপা। আগেয়ে আমাক ইমান আগবঢ়াই দি এতিয়া মাজতে কঁকালকটা কৰিলে কেনেকৈ হ'ব? যদি তোমাৰ লগত উমাৰ বিয়াকে দিব নালাগে তেন্তে টকাখিনি দি ইমান দিনে আমাৰ ৰং চালে কিয়? তোমাৰ দোষবোৰ এতিয়াহে চকুত পৰিলনে? ইমান দিনে কি কৰিছিল? কণা হৈছিল নেকি?"

কাক লক্ষ্য কৰি যৈণীয়েকে এইবোৰ কথা কৈছে মধুনাথৰ বুজিবলৈ বাকী নেথাকিল। একো নমতাকৈ তেওঁ কিছুপৰ বাহিৰত অপেক্ষা কৰিলে। তাৰ পিছত ড্ৰাইভাৰে কোৱা শুনিলে-

"হঠাতে কিয় এনে হ'ল মই ক'ব নোৱাৰো। যি ডাঙৰবৌৱে মোক ইমান মৰম কৰিছিল-- নিজৰ পুতেক যেন দেখিছিল, সেই ডাঙৰ বৌৱে মোক দেখিব নোৱাৰা হ'ল ! আনকি মোৰ বদমান গালে, কুৎসা, ৰটনা কৰিলে। যি মহাজনে মোক পৰম বিশ্বাস কৰিছিল, সেই মহাজনে আজি মোক সন্দেহ কৰে। মোৰ বিয়াৰ বাবে টকা পৰ্যন্ত দি এতিয়া তেঁৱে বিৰুদ্ধে গ'ল। কি অদ্ভুত কথা! ইয়াত নিশ্চয় কাৰোবাৰ ষড়যন্ত্ৰ আছে। ইয়াৰ মূল নিশ্চয় সেই গাড়োৱান বলোৰাম খুৰীদেউ। তাৰ বেমাৰত উমাক ইমান যাবলৈ দিয়াৰ ফল। তাৰ চক্ৰান্তৰ গুণতে এনে হ'বলৈ পালে। মই আগেয়ে বাধা কৰিছিলো জীয়েকক তাৰ তালৈ যাবলৈ। মোৰ কথা নুশুনিলে। এতিয়া কোনোবাই কিবা বুদ্ধি দিছে।"

"মই বাধা কৰিছিলো বোপা; যতমানে নষ্ট কৰিলে বাপেকে। নিজে খবৰ লোৱা, শুশ্ৰূষা কৰাত মনোমত নহ'ল, একেবাৰে জীয়েকক নি আলপৈচান ধৰা কৰি দিলে। এতিয়া মজা পাব নহয়। ভাই-শহুৰ যি মানুহ, ঘৰ- মাটিখিনিৰ এইবাৰ গোলমাল লগাই দি : যাব। বৰ চেনেহৰ ককায়েকে ইমানবোৰ নিয়াত যুতি পোৱা নাই, এইবাৰ ঘৰ-মাটিখিনি নিলে মজা পাব। টকা দিব নোৱাৰিলে সেইফেৰা কৰিবই।"

"কথা ঠিক খুৰীদেউ, মহাজন কম শ্ৰেণীৰ মানুহ নহয়। তেওঁ টকাহে চিনে- ন্যায়, অন্যায় একো নিচিনে।"

"সেই দেখিয়েতো মহা চিন্তা হৈছে; এতিয়া টকা পাওঁ ক'ত?" তেওঁক বৰ চিন্তামগ্ন হোৱা দেখা যায়। ড্ৰাইভাৰে অলপ চিন্তা কৰি তেওঁৰ ফালে চাই কয়- "একো ভয় নাই খুৰীদেউ, মই টকা পাচঁশ দিম। মহাজনৰ ওচৰত মই বহুত টকা পাব লাগে। তাকপৰা আনি দিম। একো চিন্তা নকৰিব; কালি মই টকা দিম। বাৰু দেখা যাব, মই লোকৰ আশ্ৰয় নোহোৱাকৈ কাম কৰিব পাৰো নে নোৱাৰো।"

তাৰ এনে দৃঢ় প্ৰতিজ্ঞা শুনি উমাৰ মাহীমাক পৰম উল্লসিত হৈ যায়। তেওঁ

কয়- "তুমি পাৰিলেতো মোৰ সাত পুৰুষ উদ্ধাৰ হয় বোপা। তেনেহ'লেতো আগেয়ে এইবোৰ মানুহৰ পৰা আমি টকাধাৰ নললোহেঁতেন। তোমাৰ নাই বুলি ভাবিহে কোৱা নাছিলো।"

" আছেনে নাই কেনেকৈ জানিব? ড্ৰাইভাৰ ইমান কাঙাল নহয় খুৰী, যে পাচঁশ টকা দিও বিপদত সহায় কৰিব নোৱাৰিব।"

"বৰ ভাল পালো বোপা? তেনেহ'লে কালি আবেলিলৈ টকাখিনি আনি মোৰ হাতত দিবা। মই তেওঁক পঠাই দি লেঠা মাৰি আহিবলৈ দিম।"

"ভাল খুৰী। পিছে এতিয়া মই উঠোহে!" সি উঠিল।

"যোৱা বোপা, বেজাৰ নাপাবা আৰু বেজাৰ পালেওনো কি হ'ব? দুদিন পাছত এইখন তোমাৰেই ঘৰ হ'ব।"

তেওঁৰ এনে অমৃতমিশ্ৰিত বাণীত তাৰ হৃদয় শাঁত পৰি গ'ল। আনন্দচিত্তে বাহিৰ হৈ আহে সি। খুৰীয়েকেও ওলাই আহে আগবঢ়াই দিবলৈ। এনেতে মধুনাথে সিহঁত দুটাক নেদেখাকৈ বাৰীৰ ফালে যায়গৈ।

# তেইশ

পিচদিনা ৰাতিপুৱা ড্ৰাইভাৰে টকা খোজাত হাঁহি মাৰি ক'লে- "উহ্, ড্ৰাইভাৰ, গাড়োৱান সকলোকে দেখো আজি কালি টকাহে লগা হ'ল,কথা কি বাপু? তোমালোকৰ কি এটা এনে কাম ওলাল যে পাঁচশ টকা নহলে নচলে?"

"কাম আছে। মুঠতে মোক আজি টকা পাঁচশ লাগে।" সি গম্ভীৰ হৈ কয়। মহাজনে মিচিকিয়া হাঁহি মাৰে। কিন্তু এইটো ব্যৱসায়ৰ হাঁহি নহয়- এই হাঁহিৰ অন্তৰালত এক নিগূঢ় অৰ্থ লুকাই আছে। তেওঁ বুজিব পাৰিছে কিয় বলোৱামে টকাৰ কাৰণে আহিছিল আৰু আজি ড্ৰাইভাৰে কিয় টকা খুজিছে। তেওঁ মনে মনে অলপ বিৰক্তও হ'ল মধুনাথৰ ওপৰত। অভাবগ্ৰস্ত হৈ সি একেবাৰে মান ইজ্জত মাৰিব ওলাইছে। সি মোৰ টকাখিনি ধাৰ শুজাৰ বাবে এইবোৰ মানুহক খাটিব লাগেনে? টকা নাই, 'হেণ্ডনোট' দিব , সেই বুলি য'তে ত'তে টকা খুজি মান হানি কৰেনে? দুখীয়া হৈ সি একেবাৰে মান ইজ্জত সকলো জলাঞ্জলি দিলে। এনেকৈ ভায়েকৰ ওপৰত বিৰক্ত হৈ মহাজনে কলে- "বাৰু টকা পাবা। অলপ বহা।" ড্ৰাইভাৰ বহে। মহাজনে বাকচৰ পৰা নোট কেইখন উলিয়াই লৈ ড্ৰাইভাৰৰ হাতত দি কয়-

"নিয়া, তোমাৰ পাঁচশ টকা।"

ড্ৰাইভাৰে নীৰৱভাবে হাতপাতি লৈ গণি চায়। মহাজনে হাঁহি মাৰি কয়- "ড্ৰাইভাৰ, টকা পইচাৰ বাবে সাৱধান হ'ব লগে। য'তে ত'তে এই বস্তু দিব নালাগে, সময়ত দৰ্কাৰ হ'লে পোৱা টান হৈ পৰে। আবেগৰ বশৱৰ্ত্তী হৈ ধন খৰচ কৰিলে পিচত অনুতাপ কৰিব লগা হয়।"

মহাজনে তাক ইঙ্গিত কৰিলে, ড্ৰাইভাৰে বুজি পালে। সি তলমূৰ কৰি থাকিল, একো নামাতিলে। মহাজনে পুনৰ ক'লে-

"শুনা, নিদিলেহে ধন, নিছিঙিলেহে পাণ। ধন বস্তু যাকে তাকে দি দলিয়ালে ধোঁৱাখুলীয়া হ'ব লাগে।" মহাজনৰ সাৱধানবাণীলৈ কৰ্ণপাত নকৰি টকাখিনি গণি লৈ ড্ৰাইভাৰ উঠি গ'ল। মহাজনৰ ওপৰত তাৰ খং উঠিছে। ইমান চক্ৰান্ত কৰাৰ বাৰু কি দৰ্কাৰ আছিল? বদ্‌নাম কৰে কিয়? ড্ৰাইভাৰৰ পেটে পেটে খং উঠিছে। সি যোৱাত মহাজনে খাটাটো উলিয়াই তাৰ নামত পাঁচশ টকা খৰচ লিখি থৈ মনে মনে হাঁহিলে- "এতিয়াই এই পাঁচশ আকৌ এই খটাতে জমা হ'ব।"

ড্ৰাইভাৰে টকা লৈ পোনে পোনে মধুনাথৰ ঘৈণীয়েকৰ ওচৰ পালে। টকা পাঁচশ তেওঁৰ হাতত দি ক'লে- "নিয়ক খুৰী, এই টকা পাঁচশ। এতিয়াই ধাৰ মাৰি আহকগৈ।" ড্ৰাইভাৰৰ এই অযাচিত দানত উমাৰ মাহীমাক পৰম খুচি হৈ গ'ল। তেওঁ আথে-বেথে ড্ৰাইভাৰক বহিব দি টকাখিনি লেখি ললে। তাৰ পিচত কলে- "ৰক্ষা কৰিলা বোপা, এতিয়াই মই টকা দি আহিম। তুমি বহা বোপা।" তেওঁ ড্ৰাইভাৰক বহিব অনুৰোধ কৰে। ড্ৰাইভাৰে বহে আৰু কয়- "মোৰ সময় নহ'ব খুৰী, মই যাওঁহে। এতিয়াই হেণ্ডিমেন ল'ৰাজন আহি পাব। আজি শিলৰ কুৱেৰীলৈ যাব লাগে।"

"ৰ'বা বোপা, চাহ নোখোৱাকৈ কলৈ যাবা? চাহ খাব লাগিব।" তাৰ পিচত তেওঁ উমাক মাতে- "অ আই উমা, এইফালে আহচোন, একাপ চাহ কৰি দে ড্ৰাইভাৰ বোপাক।"

উমাই এইবোৰ কাণ্ড নজৰ কৰি আছিল। তাই এই সমস্ত কথা জানে। ড্ৰাইভাৰে এনে এটা বিপদৰ পৰা পিতাকক উদ্ধাৰ কৰা দেখি তাৰ ওপৰত থকা ঘৃণাৰ ভাব তাইৰ মনৰ পৰা লাহে লাহ আঁতৰি গ'ল। তাৰ এই বদান্যতাৰ বাবে তাই তাৰ ওচৰত কৃতজ্ঞ হৈ পৰিল। আজি আৰু তাই তাক অৱজ্ঞা নকৰিলে। স্থিৰ গম্ভীৰভাৱে ওলাই আহি চাহৰ কেটেলি জুইৰ ওপৰত তুলি দিলে। নীৰৱ কৃতজ্ঞ দৃষ্টিৰে চাই তাক চাহ কৰি দিলে। আজি তাইৰ অন্তৰ চিন্তাশূন্য,- উদাস। যন্ত্ৰৰ দৰে কাম কৰি থাকিল তাই। তাইৰ আজিৰ এনে শান্ত অথচ নীৰৱ কৰ্ত্তব্য-পৰায়ণতাই মাকৰ মনত আনন্দ আৰু ড্ৰাইভাৰৰ মনত আশাৰ ৰেঙণি বিয়পাই দিলে। পৰম তৃপ্তিৰে উমাই কৰি দিয়া চাহ খাই ড্ৰাইভাৰে উঠি গ'ল গম্ভীৰভাৱে। আজি সিও গম্ভীৰ যেন দেখা গ'ল। সময় আৰু অৱস্থাই মানুহৰ মনৰ গতি বদলাই দিয়ে আৰু তাৰ লগে লগে স্বভাৱ- চৰিত্ৰ আৰু বচন-ভঙ্গীমাৰো তাৰতম্য ঘটে।

দুপৰীয়া গিৰিয়েক অহাত টকা পাঁচশ উলিয়াই দি ক'লে- "নিয়ক টকা। এতিয়াই গৈ বৰ চেনেহৰ ককায়েকক দি আহক গৈ নহলে যিহে চেনেহৰ ককায়েক, এতিয়াই ল'ৰাটোক বাটৰ ভিকহু কৰি ঘৰ-মাটি কাঢ়ি নিব। মই জানো ভাইশহুৰ কি ধৰণৰ লোক। যাওক এতিয়াই।"

গিৰিয়েকে টকা পাঁচশ পাই স্বৰ্গৰ বিত পোৱা যেন পালে। বৰ ব্যগ্ৰভাৱে সুধিলে- "ক'ত পালা টকা পবনৰ মাক।"

"ক'ত পাম; য'ত পাব লাগে তাতে পাইছো। তাত বাহিৰেনো আৰু আমাক দিওঁতা কোন আছে?"

মধুনাথে বুজিব পাৰিলে টকা কোনে দিলে। তেওঁৰ মন সেমেকি গ'ল। নীৰৱভাৱে চিন্তা কৰিলে। তাকে দেখি ঘৈণীয়েকে ক'লে- "কি ভাবিছে?"

"কিন্তু টকাখিনি যে......।"

"এই টকাৰ ধাৰ শুজিব নালাগে। চিন্তা নকৰিব। সোনকালে দি আহক গৈ।"

তেওঁ কিবা কওঁ বুলি বৈ গ'ল; নকলে। ড্ৰাইভাৰৰ টকা লবলৈ মন নাছিল কাৰণ টকা চুলে এটা চুক্তিত আবদ্ধ হ'ব লাগিব। কাগজত লিখা নহলেও মনত লিখা হ'ব। মনস্তত্বৰ ফালৰপৰা কথাষাৰ সঁচা। কাৰোবাৰ টকা ললে মানুহৰ মনে নিজে নিজে কৃতজ্ঞ হয় আৰু দিওঁতাৰ বাধ্য হৈ পৰে। ধনৰ বশ কৰা ক্ষমতা যে আছে, ইয়ে তাৰ প্ৰমাণ। সেইদেখি এনেয়ে দিয়া টকাতো ল'ব নাপায়ে আনকি ধাৰলৈ লোৱাও দোষনীয়। ধাৰে ধৰুৱাৰ মনত হীনত্ববোধৰ উদ্ৰেক কৰে। টকাৰ ক্ষমতা যে কেনে তাৰ প্ৰমাণ কুকুৰ কিনিলেই পোৱা যায়। যিমানে চোকা কুকুৰ নহওক, টকা দি কিনি লোৱাৰ পিচত সি লেউ-সেউ হৈ কিনোতাৰ ভৰিত পৰে। সেইদেখি টকাখিনি হাতত লৈ মধুনাথে আকাশ পাতাল ভাবিব ধৰিলে। ঘৈণীয়েকে ক'লে- "কি ভাবি থাকে? ল'ৰাটিৰ মূৰ নাখাব; সোনকালে যাওক"

ঘৈণীয়েকৰ ধমক পাই তেওঁ বিষণ্ণমনে ধীৰে ধীৰে খোজ ল'লে ককায়েকৰ দোকান বুলি।

দোকানত গৈ ককায়েকৰ আগত টকাখিনি দিলে। তেতিয়া ককায়েকে এটা বিদ্ৰুপৰ হাঁহি মাৰি ক'লে- " ইমান সোনকালে টকা ওলাল ক'ৰ পৰা মধুনাথ ? টকাৰ গছ ৰুইছ নেকি যে জোকাৰি দিওঁতেই সৰি পৰিল ?"

"টকা ক'ত পালো সেইটো কিয় লাগে? টকা দিছো লওক।" ভায়েকৰ এনে উত্তৰ শুনি মহাজনৰ পেটেপেটে খঙো উঠিল আৰু হাঁহিও উঠিল। তেওঁ ক'লে- "টকাতো লমেই, পিচে সুধিছো বোলো টকা ক'ৰপৰা কেনেকৈ আনিলি?"

"টকা য'ৰে পৰা নানিলো তাত আপোনাৰ কি হ'ল? টকা দিছো, লওক; এইবোৰ সুধি কি লাভ?"

"খং নকৰিবি মধু । মই সকলো জানো। মোৰ ওচৰত তই কি লুকাই ৰাখিবি? পিচে কথাষাৰ ভালো হোৱা নাই। ড্ৰাইভাৰৰ টকা চুইছ যেতিয়া কথা বেয়া হ'ব।"

"কথা বেয়া হ'বলৈনো আৰু কি আছে ককাইদেউ? বেয়া যদি কৰিছে আপুনিয়ে কৰিছে। ইমান দিনে আপুনিয়ে এইবোৰ গোলমাল কৰি দিলে।

ড্ৰাইভাৰক জগাই দিলে আগতে আৰু এতিয়া আপুনিয়ে কথা বেয়া হোৱা বুলি কয়? আগতে কিয় আপুনি মোক ইমান ওপৰলৈ তুলি দিলে। আপোনাৰ কথা নাপালেতো মই ইমানখিনিলৈ আগনাবাঢ়ো।" মধুনাথৰ কথাত খং বিৰক্তি আৰু অভিযোগ মিশ্ৰত। ককায়েকে দেখিলে যে সময়ত মেনি সাপেও খোটে। শান্ত লোকৰ খং অতি ভয়ানক। মধুনাথলৈ তেওঁৰ ভয় হ'ল। স্বাভাবিকতে সি শান্ত, কিন্তু খং উঠিলে বিপদ। তাকে ভাবি একো নামাতি টকাখিনি গণি লৈ বাকচত ভৰাই থলে। টকাখিনি হাত কৰি লৈ তেওঁ গহীনভাবে বকিব ধৰিলে-

"এতিয়া যে মোক দোষ দিছ, আগতে নিজৰ কথা ভাবি নাচালি কিয়? নিজৰ ছাগলী ভালদৰে নাৰাখি লোকৰ বাৰীৰ জালুক-পাণ খাব যাবলৈ এৰি দিছিলি কিয়? ল'ৰা- ছোৱালী জন্ম দিলেই নহয়- তাক উপযুক্ত কৰি শিক্ষিত কৰিব লাগে আৰু স্বভাৱ-চৰিত্ৰও ভাল ৰাখিবলৈ যত্ন কৰিব লাগে। তাকে নকৰি বদ্‌নাম খাব লগা হ'ল কিয়? তোৰতো নাক কাটিলি, লগতে মোৰো নাক-ঘাৰ গ'ল। বদ্‌নাম হোৱা বাবে তাৰ গলতে আঁৰি দিম বুলি ভাবি এনে কৰিছিলো, কিন্তু পিচে দেখিলো যে ওপৰলৈ থু পেলালে নিজৰ মুখতে পৰে। সেইদেখি এতিয়া ভাবি-চিন্তি বন্ধ কৰিলো। হাজাৰ হ'লেও নিজৰ ভতিজা ছোৱালী। তাই ভুল কৰিলে বুলি যে আমিও ভুল কৰিম, এনে কথা হ'ব নোৱাৰে। মই বহু ভাবিছো। ক'ৰবাত দূৰ ঠাইত গৈ ভাল ল'ৰা এজন বিচাৰ কৰিব লাগিব। বীৰেনেও সেই কাম কৰিব পাৰে। তাৰ বন্ধু-বান্ধৱ কোনোবা আছেনে চাবলৈ কৈছো। তেনেস্থলত তোৰ কাণ্ড দেখি মই অবাক হৈছো। তই কেৱল মোৰ ওপৰত খং কৰি আছ, একো ভবা নাই।"

ককায়েকৰ কথা শুনি মধুনাথ সেমেকি গ'ল। জীয়েকৰ বদ্‌নামৰ কথা মনত পৰি হতাশ হৈ গ'ল। খং, দুখ, হতাশাত তেওঁৰ অন্তৰ জৰ্জ্জৰিত হৈ গ'ল। হতাশ মনে ক'লে-"মই আহিলো ককাইদেউ।" এনেকৈ কৈ তেওঁ উঠি আহে। ককায়েকে কয়-

"তই খং কৰি গলি কিয় মধু? কথাযাৰ চিন্তা কৰি চাই খং কৰা উচিত?" ভায়েকে আকৌ আগৰ সুৰতে ক'লে-

"এতিয়া আৰু ভবি চাবৰ বাট ৰাখিছেনে আপুনি? যোৰ পুৰি মোৰ হাতত

লাগিছে। যি হয় হ'ব কপালত। মোৰ কপাল বেয়া; লোকক আৰু কি দুষিম।" দুখ, বিৰক্তিত অতিষ্ঠ হৈ মধুনাথে কয় আৰু খোজ লয়। মহাজনে ক'লে- "নিজৰ দোষ তাক স্বীকাৰ নকৰ, অথচ দোষটো জাপিব খুজিছ মোৰ ওপৰত?" থং কৰি তাৰ পিচত এটা তাচ্চিল্যৰ হাঁহি মাৰি ক'লে-

"মৰ গৈ যেনেকৈ মৰ। পানীত জাহ্ দি মৰিব গলেনো কোনে বাধা কৰিব? ভাল উপদেশ দিলে শত্ৰু হ'ব লাগে?"

পিচৰ খিনি কথা বোধহয় মধুনাথৰ কাণত নোসোমাল, কাৰণ তেতিয়া তেওঁ বহুদূৰ পাইছে গৈ।

# চৌবিশ

আজি কালি ডাঙৰবৌৱেকে বীৰেনক বৰ মৰম কৰে। সকলো ৰকমৰ কথা বতৰা হয়। ড্ৰাইভাৰে টকা পাচঁশ নি উমাইতক দিয়া আৰু উমাৰ পিতাকে তাকে আনি শহুৰেকৰ হাতত দিয়া কথা ডাঙৰ বৌৱেকে বীৰেনৰ আগত কয়। এই কথা শুনি বীৰেন আচৰিত হৈ গ'ল। সি ক'লে-

"তেনেহ'লে খুৰাই উমাক ড্ৰাইভাৰৰ তাত দিয়া ঠিক কৰিলে। ডাঙৰবৌ?"

"বোধহয় তেনেকুৱাই হ'ব।"

"তেতিয়া বিপদ হ'ব ডাঙৰবৌ। মোৰ কলেজ খুলিবৰ হ'ল; ময়ো যাব লাগে আৰু ইফালে খুৰায়ো এটা সাংঘাতিক কাম কৰিবলৈ ওলাল। এতিয়া কি কৰা যায় ডাঙৰবৌ?"

"তুমি যোৱা; মই শহুৰক কৈ বন্ধ কৰিম।"

"পাৰিবা?"

"পাৰিম বাপু। পিচে তুমি মোক কথা দিব লাগিব। অহা মাঘতে তোমাৰ বিয়াখন হ'ক।"

"কিন্তু তাৰ আগতে উমাৰ বিয়াখন বলোৰামৰ লগত পাতি দিয়া।"

"তাৰ বাবে চেষ্টা কৰিম; কেৱল তুমি কথা দিয়া।"

"আগেয়ে উমাৰ বিয়া; তাৰ পিচতহে মোৰ।"

"উমাৰ বিয়া আঘোণত হ'ক আৰু তোমাৰ মাঘত হ'ক। কেনে হ'ব?"

"ঠিক আছে। তাকে কৰা।"

"বাৰু কৰিম। তুমি দেখি থাকিবা, মই যি কম শহুৰে তাকে কৰিব।"

"তেনে বুলি মই জানো ডাঙৰবৌ। পিতাই যে তোমাৰ কথা নেপেলায় এই কথা সকলোৱে জানে। সেই দেখি কৈছো- পিতাক কৈ উমা আৰু বলোৰামৰ বিয়া ঠিক কৰি দিয়া।"

"তুমি চিন্তা নকৰিবা।"

এনেকৈ দুয়ো আলোচনা হৈ বীৰেন ওলাই গ'ল চিন্তামগ্নভাবে।

পিচদিনা সকলোকে মাত দি বীৰেন গুৱাহাটীলৈ ৰাওনা হ'ল। আহিবৰ

সময়ত সৰু বৌৱেকৰ বিষাদ-মলিন মুখখনি আৰু উমাৰ বেদনাকাতৰ চকু দুটিয়ে তাক বাৰে বাৰে আকুল আবেগময় কৰি তুলিলে। সিয়ে এই দুটি প্ৰাণীৰ সান্ত্বনাৰ থলি; আশাৰ জেউতি। তাক কেন্দ্ৰ কৰিয়ে এই দুটি প্ৰাণীয়ে প্ৰাণ ধাৰণ কৰি আছে। উমাৰ এনে সঙ্কটপূৰ্ণ অৱস্থাত সি যাব লগা হোৱাত তাইৰ মনত মহা ভয় উপস্থিত হ'ল। নাজানো ভাগ্যত কি আছে। আশ্ৰয়ৰ স্থল সৰু ককায়েকও আঁতৰিল। এইবাৰ তাইৰ মৰণে পৰাচিত। উমাৰ এনেবোৰ ভাবে আহি মনত খুন্দিয়ায়।

কলেজ খুলাৰ বাবে বাধ্য হৈ বীৰেন যাব লগা হ'ল।

* * * * * * *

ৰাতি ভাত খাবলৈ বহোতে ডাঙৰবোৱাৰীয়েকে মহাজনক ক'লে-

"ড্ৰাইভাৰে যদি টকা দিছে তেন্তে সৰু শহুৰে উমাক তাৰ লগত বিয়া দিব বুলি ভাবিছে হ'বলা?"

মহাজনে বিৰক্তি বোধ কৰি ক'লে- "যিয়ে যেনেকৈ মৰে মৰক, আমাৰ কি-হ'ব? পৰৰ কথাত মাত মাতি একো লাভ নাই। যি কৰে কৰক, মই একো নামাতো। আমাৰ টকাখিনি দিলে যেতিয়া, আমাৰ আৰু মাত মাতিবৰ কি দৰ্কাৰ আছে?"

"দৰ্কাৰ আছে। উমা অকল সৰু শহুৰৰে ছোৱালী নহয়- আপোনাৰো নিজৰ ভতিজা ছোৱালী। তাইৰ ভাল বেয়াৰ বাবে আপুনিও দায়ী।"

"মোৰ কথা নুশুনিলে কি কৰিম?"

"জোৰ কৰি শুনাব লাগিব। ড্ৰাইভাৰৰ তাত দিয়াতকৈ বলোৰামৰ তাত দিয়ক। উমা আৰু বলোৰামৰ বিয়া হ'লে ভাল হ'ব। উমাক বিয়া কৰালে আমাৰো সুবিধা হ'ব; বলোৰাম চিৰদিন আমাৰ হাতত ৰব। সি ল'ৰা ভাল । আমাৰ লগতো ভাল। আমাৰ দোকানৰে মাল আনে। উমাক তাৰ লগত বিয়া দিয়ক।"

"মই দিম বুলিলেই দিব পাৰোনে? মোৰ কথা মধুই কিয় শুনিব?"

"বীৰেনে যে কৈ গৈছে?"

"বীৰেনে কি কৈছে?"

"উমাক বলোৰামৰ লগত বিয়া দিবলৈ কৈছে।"

"বীৰেনে তেনেকৈ কৈছে নেকি?"

"হয়। সৰু শহুৰৰ আগতো কৈছে।"

"তেনেহ'লে হ'ব পাৰে। পিচে এটা কথা।"

"কি কথা?"

"উমাৰ বিয়া বলোৰামৰ লগত হ'লে আমাৰ বিপদ আছে।"

"কি বিপদ?"

"ক'বলৈ মন নাযায়। কথা বহুত.......। মূঠৰ ওপৰত উমাৰ বিয়া ড্ৰাইভাৰৰ লগতো হ'ব নালাগে আৰু বলোৰ লগতো হ'ব নালাগে। অইন ঠাইত হ'ক।"

"বলোৰ লগত হ'লে আমাৰ কি বিপদ হয়?"

"বলোৰ মাটিবাৰী আমি নীলামত কিনি ৰাখিছো। কিন্তু সি তাত থাকে মানে পিতৃভেটিৰ পৰা উঠাই দিয়া দিগদাৰ। সি নিজে দখল এৰি নাযায় মানে আমি তাত একো কৰিব নোৱাৰো। সি দখল এৰি গ'লে আমি তাত মটৰ গেৰেজটো কৰিব পাৰো। তাৰ বাবে মই যত্ন কৰিছো। এতিয়া যদি উমাক বিয়া কৰাই সি নিগাজীকৈ বহি যায় তেন্তে আমাৰ আৰু মাটিপোৱা আশা নাই। আজিকালি চৰকাৰো হৈছে দখলদাৰৰ ফালেহে-- পাট্টাদাৰৰ ফালে নহয়। গতিকে তাৰ লগত উমাক বিয়া দিব নোৱাৰো; বৰং তাক তাৰ পৰা বুদ্ধি কৌশল কৰি খেদিবহে লাগিব। তেনেস্থলত তাৰ লগত উমাক বিয়া দি জোঁৱাই কৰি মোৰ সম্পত্তি নষ্ট কৰো কেনেকৈ?"

"বলোৰ মাটিবাৰী আমাৰ সম্পত্তি, এই কথা মই জানো আৰু তাত যে আমাৰ মটৰ গেৰেজ কৰিব লাগিব তাকো বুজিছো; কিন্তু তাক খেদি মাটি দখল লোৱাতকৈ নেখেদাকৈ আমাৰ কাম আদায় কৰিব নোৱাৰিনে?"

"কেনেকৈ কৰিবা?" তেওঁ ভাতত গৰাহ মাৰি সোধে। বোৱৰীয়েকে মাছৰ জোল অলপ আৰু দুডোখৰ মাছ দি কয়-

"উপায় ওলাব।"

"কেনেকৈ?" মাছৰ জোলখিনিত ভাত সানি সানি সোধে তেওঁ। বোৱাৰীয়েকে লাহেকৈ উত্তৰ দিয়ে -"উমাক বিয়া দিলে তাইক কৈ মটৰ গেৰেজটো বান্ধিব পাৰিম। বাটৰ কাষৰ কিছু ঠাই মটৰ গেৰেজৰ বাবে তাই হাঁহি মুখে দিব যদি মই খোজো।"

"বাৰু মটৰ গেৰেজ হ'ল, কিন্তু বাকী মাটি?"

'বাকী মাটিবাৰী তাইৰে থাকিব।"

"আমাৰ কি লাভ হ'ল?" হাঁহি সোধে মহাজনে। তপৰাই উত্তৰ দিয়ে বোৱাৰীয়েকে-"লাভ হ'ব। তাইক আৰু বলোৰামক সদায় কাম কাজত সহায় কৰিবলৈ আমি পাম।"

"তাক লাভ নোবোলে?"

"আমাৰ নিজৰ ননদ নাই, তায়ে আমাৰ ননদ। গতিকে তাইৰ বিয়াত একো নিদি সেইখিনি মাটিকে উছর্গা কৰি দিম। মানুহেও ভাল বুলিব, তায়ো ৰং পাব আৰু বেচেৰা গাড়োৱানটোৰো এটা দিহা লাগিব।"

হাঁহি মাৰি শহুৰেকে কয়-"তুমি তিৰোতা মানুহ; একো নবুজা। লাভ লোকচানৰ ঘৰ নিচিনা। আমাৰ কি লাভ হ'ল? লাভৰ ভিতৰত মাটিখিনি গ'ল। ইমানখিনি আবেগৰ বশবৰ্ত্তী হ'লে নচলে।"

"সম্পত্তি আমাৰ যথেষ্ট আছে। এঘৰ মিতিৰ ওচৰতে পাম, সেয়ে আমাৰ লাভ। বলো আৰু উমা ওচৰতে থাৰ্কিলে সিহঁতৰো আশ্ৰয় আমি আৰু আমাৰো আশ্ৰয় সিহঁত হ'ব। তাতে সৰুশহুৰ হলাৰ ভাই মলা-একো নাজানে; মামৰীয়া জীয়েকেক ওচৰতে দেখি থাকিলে আনন্দ পাব।"

"তুমি সেই একে কথাকে কৈছা। আমাৰ একো লাভ নাই বৰং লোকচান। লাভ হ'ব সিহঁতৰ। সংসাৰৰ বিষয়ে তুমি একো নাজানা। ছোৱালী মানুহ!"

এনেকৈ কৈ শহুৰেকে ভাত খাই উঠি গ'ল। বোৱাৰীয়েকে কিবা কোৱাৰ আগতে শহুৰেকে দোকান উঠিল। এই যাত্ৰাত ডাঙৰজনী সম্পূৰ্ণ পৰাস্ত হ'ল; শহুৰেকৰ মন ঘূৰাব নোৱাৰিলে। বিষাদমনে তেওঁ ভিতৰলৈ সোমাই যায়।

দোকানৰ গদিত প্ৰকাণ্ড গাৰুটোত পেটটো পেলাই মহাজনে ভাবিব ধৰে। ড্ৰাইভাৰৰ বিয়া বন্ধ কৰি বেয়া কৰিলে। যদি উমাৰ বিয়া বলোৰ লগত কিবা প্ৰকাৰে হৈ যায় তেন্তে বলোৰ মাটিখিনি পোৱা আশা নাই। নিজৰ জী-জোঁৱাইৰ দৰে ভাইৰ জী-জোঁৱাইক কেনেকৈ সৰ্ব্বশ্ৰান্ত কৰিব? মানুহে বেয়া বুলিব, নিজৰো সহ্য নহ'ব, শেষত ভতিজ্ৰা ছোৱালীজনীৰ দুখ দেখিব। মহা মস্কিল হ'ল। সি যি কি নহওঁক, ড্ৰাইভাৰৰ লগত বন্ধ কৰাৰ দৰে বলোৰ লগতো বিয়া বন্ধ কৰি অইন ল'ৰা এজনলৈ উমাক দিব লাগিল। ড্ৰাইভাৰৰ লগত বিয়া দি তাক ঘৰখন পাতি দি চিৰকালৰ কাৰণে তাক অনুগত কৰি ৰাখিব পাৰিলোহেঁতেন! তাকো কৰা নহল; এতিয়া বলোৰ লগত দি মাটি সম্পত্তিহে হেৰুৱাব লগা হ'ল।
তাৰ পিছত অলপ তলকা মাৰি আকৌ ভাবে- বীৰেনে বোলে বলোৰ লগত দিব লাগে বুলি কৈ গৈছে? কথা বিষম হ'ল; তাৰ কথা নামঞ্জুৰ কৰা উজু নহ'ব। কি কৰা যায়। মহা চিন্তা হ'ল এতিয়া।

এনেকৈ চিন্তা কৰে মহাজনে।

ইফালে চিন্তা কৰে ডাঙৰবোৱাৰীয়েকে- যদি বীৰেনৰ কথামতে কাম নহয়

অৰ্থাৎ উমাৰ বিয়া বলোৰামৰ লগত নহয় তেন্তে তেওঁৰ ভনীয়েক কুঞ্জকো বীৰেনে বিয়া নকৰাব। এনেয়ে বীৰেনে কুঞ্জক পচন্দ নকৰে, তাতে যদি তাৰ কথা ৰাখিব নোৱাৰে তেন্তে সিও তেওঁৰ কথা নাৰাখিব। যেনে তেনে হ'লেও উমাৰ বিয়া বলোৰ লগত হ'ব লাগিব। নাক মোহাৰিলেই তিৰোতাৰ বুধি ওলোৱা বুলি প্ৰবাদ আছে। নাজানো এই কুবুদ্ধি পৰায়না ৰমণীৰ চক্ৰান্তত কাৰ কি হয়।

এনেকৈ বুদ্ধি পাঙে ডাঙৰ বোৱাৰীয়েকে।

আনফালে চিন্তা কৰে ড্ৰাইভাৰে। মহাজনৰ কাণ্ড কাৰখানা দেখি তাৰ খঙৰ চৰম সীমা পাইছে গৈ। বৰ আকাংখাৰ বস্তু লাভৰ পৰা মানুহক বঞ্চিত কৰিলে মানুহ ৰুদ্ৰমূৰ্ত্তি ধাৰণ কৰে। তাৰ পৰম আকাংখিত বস্তু এই মহাজনৰ পালত পৰিয়ে হেৰুৱাব লগা হ'ল। সি সহ্য কৰিব নোৱাৰে। সি পাৰ্য্যমানে চেষ্টা কৰি চাব। দৰ্কাৰ হ'লে ইয়াৰ বাবে সি সৰ্ব্বশ্ৰান্ত হ'ব, তাতো আপত্তি নাই। সি এবাৰ চাব, মহাজনৰ কিমান কৌশল আৰু তাৰ কিমান বুদ্ধি। সি গৈ ৰাতি ৰাতি জেতুকীবাইৰ লগত এই বিষয়ে আলোচনা কৰে আৰু তাইক পৰামৰ্শ সোধে। এই দুষ্টা ৰমণীৰ কূট-কৌশল সৰ্বজন বিদিত। কিন্তু দুৰ্ভাগ্য যে সেই জেতুকীবায়ো আজি নিৰ্ব্বাক হৈ গৈছে- বুদ্ধিহীনা হৈ গৈছে। কি বুদ্ধি কৰিব একো বিচাৰি পোৱা নাই। তাইৰ বশীকৰণ মন্ত্ৰ যেন অচল হৈ গৈছে। তায়ো ভাবি একো উপায় পোৱা নাই। বীৰেনৰ কথা ভাবি তাই কিংকৰ্ত্তব্য বিমূঢ় হৈ গৈছে। এই ল'ৰাজনক তাই সৰুৰেপৰা জানে আৰু ভয় কৰে। অতি মেধাবী, বুদ্ধিমান আৰু চৰিত্ৰবান ল'ৰা বীৰেন। তাৰ তীক্ষ্ণ বুদ্ধিৰ ওচৰত তাইৰ কূট-কৌশলে যে কাম দিব তেনে আশা কৰা নাই তাই। তথাপি ড্ৰাইভাৰক সান্ত্বনা দি কৈছে-"তুমি একো ভয় নকৰিবা; মই তোমাৰ কাম হাচিল কৰি দিম। ধৈৰ্য্য ধৰা।"

"ধৈৰ্য্য নধৰিলে কি উপায় আছে? ধৈৰ্য্য ধৰিবই লাগিব। নাজানো মোৰ কপালত কি আছে?" হতাশাৰ সুৰত কয় ড্ৰাইভাৰে। তাৰ অন্তৰ মৰি গৈছে। তাৰ দুটা দাহ-এফালে উমাক নাপায় আৰু আনফালে টকা পাঁচশও মাৰা যায়। ই সচাঁকৈ তাৰ বাবে অসহনীয়।

এনেকৈ দাহ, তাপত অন্তৰ ক'লা কৰে ড্ৰাইভাৰে।

# পচিশ

আঘোণৰ মাহ পৰাৰ লগে লগে উমাৰ বিয়াৰ বিষয়ে বৰকৈ আলোচনা হ'ব ধৰিলে। মাকে চায় ড্রাইভাৰক দিবলৈ; কিন্তু বাপেকৰ ইচ্ছা নাই। ইফালে ড্রাইভাৰৰ টকা পাচঁশৰ বাবে তেওঁ নৈতিকতাৰ ফালৰ পৰা বান্ধ খাইছে। এনে নিৰুপায় অৱস্থা মধুনাথৰ।

উমাৰ মন ভাগৰি পৰিছে। অদৃষ্টক ধিয়াই বহি আছে তাই। কি কৰিববেচেৰীয়ে বাৰু?

মহাজনে একো ক'ব নোৱাৰে; কোনো পক্ষ লোৱা নাই, কাৰণ দুয়ো- পক্ষে তেওঁৰ লোকচান। ড্রাইভাৰক অসন্তুষ্ট কৰিলে সি গুচি যাব আৰু লৰীৰ কাম বন্ধ হৈ যাব; তাক সন্তুষ্ট কৰিব গ'লে ডাঙৰ-বোৱাৰী অসন্তুষ্ট হ'ব, ওফোন্দ পাতিব, ঘৰখন ভাঙিব। ইফালে বোৱাৰীয়েকক সন্তুষ্ট কৰিব গ'লে সম্পত্তি হেৰুৱাব লাগিব। দুয়োফালে লোকচান। এনে অৱস্থা দেখি তেওঁ কোনো পক্ষ নলৈ মনে মনে ৰ'ল। কেবল ঘটনাৰ গতি নিৰীক্ষণ কৰিলে। ঘটনাই নিজে ৰূপ লওক, সমস্যাই বেলেগ আকৃতি ধাৰণ কৰক, এনেভাব মনত লৈ নিৰপেক্ষ দৰ্শকৰ দৰে ঘটনাৰ গতিবিধি লক্ষ্য কৰি থাকিল। বুদ্ধিমান ধনী লোকৰ বিবেচনা প্ৰায় এনে ৰকমৰে হয়।

বীৰেনৰ ডাঙৰ বৌবেক কিন্তু বৰ তৎপৰ হৈ উঠিছে। আঘোণত উমাৰ বিয়া নহলে মাঘত বীৰেনে কুঞ্জক বিয়া নকৰাব আৰু পিচত আহিব বি, এ পৰীক্ষা; পৰীক্ষাৰ বাবে বিয়া পিচুৱাই যাব। তাৰ উপৰি উমাৰ বিয়া বলোৰামৰ লগত নহ'লে বীৰেণে কুঞ্জক বিয়া নকৰাব বুলি স্পষ্ট কৰি কৈ গৈছে। তাৰ কথাৰ লৰচৰ নাই। সাতে-পাঁচে ভাবি তেওঁ বৰ ব্যস্ত হৈ পৰিছে। নিজে এই কামৰ দায়িত্ব লৈছে! তেওঁ উমাহঁতৰ ঘৰলৈ নিজে গ'ল উমাৰ মাহীমাকক লগ ধৰি আলোচনা কৰিবলৈ।

তেওঁ যোৱাত উমাৰ মাহীমাকে বৰ আনন্দ পালে। বেলেগ হোৱা দিন ধৰি ডাঙৰ বোৱাৰীয়েকে তেওঁলোকৰ ঘৰলৈ যোৱা নাই। আজি হঠাতে তেওঁলোকৰ ঘৰলৈ যোৱাত উমাৰ মাহীমাক পৰম উল্লসিত হ'ল। এইজনী কম তিৰোতা নহয়। সকলোৱে ভয় কৰে। এইজনী তিৰোতাৰ বাবেই বোলে মহাজনৰ গৃহস্থী ইমান উঠিছে। এওঁ ঘৰ সোমোৱা দিন ধৰিয়ে বোলে মহাজনৰ ধন সম্পত্তি হৈছে। এওঁৰ বৰ ভাগ্য। বৰ সৌভাগ্যৱতী তিৰোতা। এওঁৰ ভাগ্যগুণতে মহাজনে ইমান ধন সম্পত্তি

কৰিব পাৰিছে বুলি মানুহে কয়। মহাজনেও বিশ্বাস কৰে পেটে পেটে। সেই দেখি এওঁৰ কথা মানে। এওঁক অসন্তুষ্ট নকৰে পৰাপক্ষত। এওঁৰ এটা লক্ষণ আছে যে এওঁ পৰাপক্ষত কাৰো ঘৰলৈ নাযায়। এনেহেন এজনী তিৰোতা আজি এওঁলোকৰ ঘৰলৈ অহাত খুৰীশাহুৱেক পৰম আনন্দিত হ'ল। আজি ইমান দিনৰমূৰত যোৱা দেখি ঘৰৰ আটায়ে উলহ-মালহ কৰি তেওঁক আদৰ অভ্যৰ্থনা কৰিলে। উলহ-মালহ কৰি চাহ-তাহ খুৱাই নানা কথাবতৰা হ'ব ধৰিলে । একেঘৰ মানুহেই যে বেলেগ হ'লে পৰ হৈ যায় আৰু আপোন কৰি লবলৈ পৰস্পৰে বহু চেষ্টা কৰিব লগা হয় তাৰ প্ৰমাণ এয়ে। ব্যক্তিগত ক্ষেত্ৰত যেনে সামূহিক ক্ষেত্ৰতো তেনে। দেশৰ বেলিকাও একে। তাৰ প্ৰমাণ ভাৰতবৰ্ষ-হিন্দুস্থান, পাকিস্তান। ভাৰত বিভাজন হৈ পাকিস্তান ফালৰি কাটি গৈ বেলেগ ৰাষ্ট্ৰ হোৱাৰ পৰা দুয়োখন ৰাষ্ট্ৰ পৰ হৈ গৈছে। এতিয়া আপোন ভাবে থাকিবলৈ বৰ যত্ন কৰি থাকিব লগা হৈছে; অথচ এদিন ভাৰত ডমিনিয়ন আৰু পাকিস্তান একেখন ৰাষ্ট্ৰই আছিল। নানা কথা-বতৰা হোৱাৰ পিচত সৰু শহুৰেক অৰ্থাৎ উমাৰ মাহীমাকে ক'লে-" তুমি আহি বৰ ভাল কৰিলা আইটি। উমাৰ বিয়াৰ কি কৰা এটা কৰি দিয়া।"

"তাৰ কাৰণেই আহিছো সৰু আই। উমাৰ বিয়া এই মাহতে হ'ব লাগে। আপোনালোকে কি ভাবিছে?"

"আমিও ভাবি আছো। পিচে তোমালোকৰ মতামত পালে কাম আৰম্ভ কৰিব পাৰো।"

সৰু শহুৰেকক লক্ষ্য কৰি তেওঁ কয়- "সৰু শহুৰে কি ভবিছে?" মধুনাথ অলপ আঁতৰত কিবা কৰি আছিল, মাত লগালে-

"মইনো কি কৰিম। বীৰেন বোপাইহে জানে।"

"বীৰেনে কি কৰিব? আপোনালোকে যোগাৰ কৰক। মই বলোৰামকো কম গৈ।"

বলোৰামৰ নাম লোৱাত শাহুৱেকে মাত দিলে-"বলোৰ লগতনে। কেনেকৈ হয় আইটি? ড্ৰাইভাৰৰ লগতহে হ'ব বুলি ভাবি আছো।"

"ড্ৰাইভাৰৰ কথা আকৌ কিয় কৈছে? তাৰ তাত দিবৰ বাবে ময়ে যত্ন কৰিছিলো; পিচে তাৰ স্বভাব-চৰিত্ৰ চাই ময়ে বন্ধ কৰিলো। হাজাৰ হ'লেও মোৰ ননদ। তাইক মই জানি শুনি এটা মদপীত সপি দিব্ নোৱাৰো।"

"এৰা আইটি; মদপী এজনলৈনো কেনেকৈ মোৰ ছোৱালীজনী দিম।" মধুনাথে কয়। তাকে শুনি যৈণীয়েকে ভেকাহি মাৰি উঠে- "যদি মদপীজনলৈ নিদিয়ে তেন্তে কিয় টকা পাঁচশ আনিছিলো? লাজ নালাগে নে এতিয়া তেনে কথা ক'বলৈ?"

শাহুৱেকে শহুৰেকক এনেকৈ বাঘিনীৰ দৰেকৈ উঠাত বোৱাৰীয়েকে গহীনাই মাত লগালে- "টকাৰ কথা পিচত হ'ব আই, বৰ্ত্তমান বিয়াৰ যোগাৰ কৰক । ড্ৰাইভাৰৰ টকাৰ কথা পিচতো ভাবিব পাৰিম।"

"পিচত আৰু কি ভাবিম আইটি? যদি বিয়া হয় তেন্তে তাৰ লগতে হওক।"

"নহয়, তাৰ লগত নহ'ব। মই বাধা কৰিছো। মা-মৰীয়া ছোৱালীজনীক আমি ইমান দূৰলৈ-দক্ষিণ পাৰলৈ দিব নোৱাৰো। তাই আমাৰ ওচৰতে থাকক । বিপদে-আপদে সহায় সাৰথি হৈ আমিয়ে থাকিম।"

বোৱাৰীয়েকৰ কথাত পেটে পেটে খং উঠিছিল শাহুৰেকৰ; কিন্তু বেয়া পাব বুলি ভাবি খুলি নকলে। কেৱল বিৰক্তিৰ সুৰত ক'লে- "আগেয়ে তোমালোকেই ড্ৰাইভাৰক ঠিক কৰিছিলা মোৰ আইটি এতিয়া তোমালোকেই নিদিয়া হৈছা। তোমালোকৰ মায়া বুজা টান।"

শাহুৰেকৰ এনে কথা শুনি বোৱাৰীয়েকে উত্তৰ দিলে-

"আগেয়ে নাজানি মত দিছিলো কিন্তু যেতিয়া জানিব পাৰিলো তেতিয়া বন্ধ কৰিলো। আগেয়ে কিনিম বুলি দোকানৰ পৰা কাপোৰখন ললো, পিচত মেলি চাই দেখিলো কাপোৰখন ফটা। তাকো কিনিমনে? ফিৰাই দিম। বেলেগ কিনিম। বিয়াৰ ক্ষেত্ৰতো একে কথা। আগেয়ে ভাল ভাবি দিম বুলিছিলো, পিচে যেতিয়া জানিলোযে তাৰ দোষ আছে, তেতিয়া বন্ধ কৰিলো। ইয়াৰ বাবে যদি কিবা ক'ব লগা আছে তেন্তে মোক ক'ব আৰু গালি পাৰিব লগা থাকিলেও মোকে পাৰিব; সেই বুলি জানি শুনি মই উমাক খালত পেলাই দিব নোৱাৰো।" তেওঁৰ কথাৰ উষ্মা দেখি শাহুৱেকে নিতাল মাৰিলে। ক'ব নোৱাৰি এওঁ যেনে মুখচোকা তিৰোতা, হঠাতে "মাহীমাকে উমাৰ মূৰ খালে বুলি কৈ উঠি যাব পাৰে।" তাকে ভাবি ভয়তে তেওঁ নীৰবে ৰ'ল।

এনেতে বাহিৰৰ পৰা শহুৰেকে ক'লে- "যি কৰা তুমি আৰু বীৰেন বোপায়ে

কিবা কৰা আইটি, মোৰ একো কথা নাই। যি ভাল দেখা তাকে কৰা। তোমালোক দুয়ো মোৰ নিজৰ পো-বোৱাৰীৰ দৰে। বেলেগ নোহোৱা হ'লে তোমালোকেই উমাক বিয়া দিব লাগিলহেঁতেন। আজি তাইৰ মাক নাই......।" মধুনাথে আৰু ক'ব নোৱাৰা হয়। শোকৰ হেঁচাত তেওঁৰ মুখৰ মাত কঁপি কঁপি ওলাব ধৰিলে। শহুৰেকৰ মনৰ বেদনা অনুভব কৰিব পাৰি সহানুভূতিৰ সুৰত বোৱাৰীয়েকে কয়-

"উমাৰ বিয়া এতিয়াও আমিয়ে দিব লাগিব। তায়ে আমাৰ ননদ। তাইক সৰুৰে পৰা লৈ থৈ ডাঙৰ কৰিছো মই। মোৰ সমান কোনেও তাইৰ লগত জুলুম সহ্য কৰা নাই। মাক মৰাৰ পিচৰে পৰা কোলাত লৈ, বোকাত লৈ, খুৱাই ধুৱাই তুলি তালি ডাঙৰ কৰিছো এই দুখন হাতেৰেই। হেৰ সিদিনা বেলেগ হোৱাৰ আগলৈকে তাই মোৰ লগত কটাইছে। এতিয়া বেলেগ হলো বুলি তাই মোৰ পৰ হ'বনে? কেতিয়াও নহয়। বীৰেনেতো তাইক আজি পৰ্য্যন্ত এক তিলাৰ্দ্ধও এৰি নিদিয়ে; এনেস্থলত তাইৰ কি নাই?" বোৱাৰীয়েকৰ এনে কথা শুনি শাহুৱেকে পেটে পেটে আকৌ বেয়া পালে। এওঁৰ কথাৰ পৰা অনুমান হ'ল যেন মাহীমাকে উমাৰ একো নহয়। নিজৰ আৰু বীৰেনৰ মৰমৰ কথা কৈ প্ৰকাৰন্তৰে তেওঁক সৰু কৰা হৈছে। তেওঁ যেন উমাৰ একো নহয় আৰু একো কৰা নাই, এনেহে অনুমান হ'ল। নিজক এনে সৰু কৰাত তেওঁ ক্ষুণ্ণ হ'ল। তেওঁৰ চকু-মুখৰ ভাবত প্ৰকাশ পালে। তেওঁ খঙৰ বেগতে কৈ উঠিল- "এৰা আইটি তোমালোকৰ বাবেই তাই বৈ আছে। আমিনো তাইৰ কোন? মাহীমাক মানে শত্ৰুহে। বোলো-

নিজৰ মা, মলয়াৰ বা,
সতীয়া মা, বিচনিৰ বা।

"আমি ধান নহয়-পতান হে।"

শাহুৱেকে খং কৰাত বোৱাৰীয়েকে কৈ উঠিল-"আপুনি খং কৰিলে সৰু আই। মই আপোনাক পৰ বুলিতো কোৱা নাই। আপুনি নহ'লেনো আজি তাই কেনেকৈ ৰলহেঁতেন। আমি মাজে সময়েহে 'আহো; আপুনিয়ে সদায় তাইক যত্ন কৰে, মৰমো কৰে। আজি আপুনি সতীয়া মাক হ'ব পাৰে, কিন্তু আপুনি নিজৰ মাকৰ দৰে মৰম কৰে। আমি নক'লেও লোকে ক'ব। সকলোৱে দেখি আছে আপুনি তাইক কিমান মৰম কৰে। আমি দেখি আছো আৰু লোকেও ক'ব। যিদিন

ধৰি মাহীমাক আহিছে, সিদিন ধৰি উমাৰ যেন মৰা মাকজনী উঠি আহিছে। আনকি আমাৰ শহুৰে আজিকোপতি কৈ থাকে বোলে আমাৰ উমাৰ মৰা মাকজনীনো ওজা শহুৰৰ ঘৰত কেতিয়া জন্মি আছিল। উমাই যেন হেৰুৱা মাককহে পালে। এই কথা সদায় কয়। আমিও দেখি আছো-আপুনি নিজৰ পোৱালিৰ দৰে তাইক কেনেকৈ ঢাকি ৰাখি আছে। আগত হ'ক, পাচত হ'ক সৰু আইৰ এই কথা আমি সদায় কওঁ। এতিয়াও আমি যদিও আমাৰ কথা কৈছো তথাপি উমাৰ বিয়া সৰু-আইৰ কথা মতেহে হ'ব। হাজাৰ হ'লেও আমি পৰ। আপুনি যি নিজ নিজেই।" বোৱাৰীয়েকে এনেভাবে কথাবোৰ কয় যে সকলো দায়িত্ব আৰু স্বত্ব যেন তেওঁৰ ওপৰতহে। ইয়াৰ অৰ্থ হ'ল সৰু শাহুৱেকে যাতে তেওঁৰ ওপৰত বিতুষ্ট নহৈ তেওঁৰ ফলীয়া হয়। তেওঁ শাহুৱেকক প্ৰশংসা কৰিব ধৰিলে। এওঁৰ প্ৰশংসা বাণীয়ে শাহুৱেকৰ ক্ৰোধ কিছু পৰিমাণে শাম কটালে। তেওঁ লাহে লাহে ক'লে-

"আহিবৰ দিন ধৰি তাইক মই কেনে ব্যবহাৰ কৰিছো তাক কাষ পাজৰৰ মানুহে কোনে নাজানে? সতীয়া ছোৱালী বুলি মই কোনো দিনে তাইক অনাদৰ কৰা নাই।" অলপ তলকা মাৰি কলে-"বিয়াৰ কথাত বীৰেণৰ কথা মানিব লাগিব-কাৰণ বীৰেনে তাইক আজিকোপতি খৰচপাতি দি নিজৰ ভনীয়েকৰ দৰে ৰাখিছে। সি দিয়া কাপোৰৰ বাহিৰে এখন কানিও তাই কাৰো পৰা লোৱা নাই। এই কথা সকলোৱে জানে। তাৰ কথা মানিবই লাগিব। পিচে এটা কথা আই, ড্ৰাইভাৰৰ টকাখিনিৰ কি কৰিবা?"

"একো চিন্তা নাই আই, আমিয়ে তাৰ ঋণ পৰিশোধ কৰিম। কেৱল বিয়াৰ যোগাৰহে কৰক। বীৰেনেও বোধহয় দুই চাৰি দিনৰ ভিতৰতে আহি পাব।"

এনেভাৱে কথাবাৰ কৈ তেওঁলোকৰ মনৰ গতি বদলাই দিলে। তাৰ পিচত আৰু কিবাকিবি কথা হৈ চাহ-তাহ খাই উমাক মাত দি তেওঁ উঠিল। সৰু শাহুৱেকে আগবঢ়াই থলে।

তাৰ পিচত তেওঁ বাহিৰে বাহিৰে বলোইঁতৰ ঘৰলৈ গ'ল। বলোৰাম ঘৰতে আছিল। তেওঁক দেখি বৰ আদৰেৰে মাত দিলে-"মোৰ আজি কি ভাগ্য! ডাঙৰ বৌৱে মোৰ ঘৰলৈ আহিল। বৌ আহা,বহাহি।" বৌৱেকক নি সি ডাঙৰ ঘৰত বহুৱালে। তেওঁ বহিল। সুধিলে-"গা কেনে পাইছা বলোৰাম?"

"ভাল পাইছো ডাঙৰ বৌ; কিন্তু মাজে সময়ে ভাগৰ লাগে।"

"দুৰ্ব্বল হৈ আছা নহয়, সেইবাবে ভাগৰ লাগে। ভাল হৈ যাব।

"আজি দেখো হঠাতে আহিলো ডাঙৰবৌ ? কাৰণ কি?"

"কাৰণ ডাঙৰেই। তোমাৰ বিয়াৰ কি যোগাৰ কৰিছা?"

"মোৰ বিয়া?"

"আচৰিত যেন হৈ কলা যে? তোমাৰ বিয়া নহয়?"

"কোনে ক'লে মোৰ বিয়া বুলি?"

"তেন্তে উমাৰ বিয়া কাৰ লগত?"

"ড্ৰাইভাৰৰ লগত। তুমি ঠাট্টা কৰা কিয় ডাঙৰবৌ?"

"ঠাট্টা কৰা নাই। উমাৰ বিয়া গাড়োৱানৰ লগতহে হব।"

"তোমালোকে বোলে ড্ৰাইভাৰকহে ঠিক কৰিছা, এতিয়া মোক ঠাট্টা কৰা কিয়?"

"ড্ৰাইভাৰত নিদিওঁ, গাড়োৱানতহে দিম। তুমি বিয়াৰ যোগাৰ কৰা। মই ঠাট্টা কৰা নাই।"

"তেনেহ'লে ড্ৰাইভাৰৰ বিয়াত নাৰদ নামিল নেকি?"

"নাৰদ নামি বিয়া ভঙা বুলিয়ে ধৰি লোৱা আৰু সেই নাৰদ কোন ভালদৰে বুজিবই পাৰিছা?"

"কাৰ কথা কৈছা?"

"নাজানা নেকি? বীৰেন।"

"অ' বীৰেনহে নাৰদ হ'লনে? কিয় হ'ল?"

"সেইবোৰ বহুত কথা। মুঠৰ ওপৰত ড্ৰাইভাৰত দিয়া নহয়। তুমি বিয়া কৰাব লাগিব। যোগাৰ কৰা।"

"মইনো বিয়া পাতিম কিহেৰে ডাঙৰবৌ? বেমাৰত টকা পইচা বোৰ খৰচ হ'ল। সিদিনা তোমালোকৰ দোকানত জমা থোৱা টকাৰ ভিতৰত তিনিশ দুইকুৰি মাত্ৰ ফিৰাই পালো। তাতে দুকুৰি খৰচেই হ'ল। এতিয়া তিনিশ মাত্ৰ আছে। ইয়াৰেনো কেনেকৈ বিয়া পাতিম?"

"তিনিশহে আছে?" হতাশৰ সুৰত সোধে ডাঙৰ বৌৱেকে।

"হয়" মূৰ দুপিয়াই বলোৱামে।

বৌৱেকে অলপ ভাবি কয়- "বাৰু দেখা যাব। তুমি এই টকাৰে তামোল

পাণ আনা। দোকানৰ মাল বাকীকৈ দিম। কিবা কৰি চলাই দিম। বীৰেন আহক। বিয়া এই মাহতে হ'ব লাগিব।"

"যি কৰা কৰিবা ডাঙৰ বৌ। মোৰ কোনো নাই। তুমিয়ে মোৰ ডাঙৰ বৌ আৰু তুমিয়ে মোৰ আয়ো। সকলো ভাৰ তোমাৰ।"

বলোৰামৰ এনে আত্মসমৰ্পন আৰু শ্ৰদ্ধা দেখি তেওঁ পৰম খুচি হৈ গ'ল। তেওঁ বৰ আনন্দ মনেৰে ক'লে- "তুমি চিন্তা নকৰিবা; মই থকাত তোমাৰ সকলো আছে বুলি ভাবিবা।" তাৰ পিছত দিহা ভৰসা দি যাবলৈ ওলাল। বলোৰামে বাটলৈ আগবঢ়াই থলে।

বাটত বৌৱেকে ঠাট্টা কৰিলে-"আজি ডাঙৰ বৌ বুলি মাতা বাপু; ইয়াৰ পিচত আৰু তুমি দেৱৰ নোহোৱা-ননদ জোঁৱাই হবা। তেতিয়া তোমাক দেখিলে আমাৰ গাঁৱলীয়া প্ৰথা মতে মই মূৰত ওৰণি ল'ব লাগিব।" এই বুলি কৈ তেওঁ হাঁহিব ধৰে। তেওঁৰ কথাত বলোৰামৰো হাঁহি উঠে! লাহে লাহে তেওঁ ঘৰলৈ খোজ লয়।

এনেকৈ এই অভিযানত বিজয়ী হৈ ডাঙৰ বোৱাৰীয়েকে জয়ৰ উল্লাসেৰে আহি ঘৰ পায়। ঘৰত শহুৰেকে বোৱাৰীয়েকৰ ভাব-ভঙ্গী দেখি দিগ্‌বিজয়ী হৈ অহা বুলি অনুমান কৰিলে। মনে মনে শহুৰেকে সুখীও হ'ল। সি যি কি নহওক, তেওঁৰ ঘৰত এজনী অতি বুদ্ধিমতী চতুৰা আৰু কাৰ্য্যদক্ষা বোৱাৰী আছে। গৃহস্থীখন তেওঁৰ অবিহনেও যে ঠিক থাকিব এনে বিশ্বাস হ'ল তেওঁৰ মনত।

# ছাব্বিশ

ডাঙৰ বৌৱেকে বীৰেনক মাতি পঠালে। বৌৱেকৰ চিঠি পাই বীৰেন ঘৰলৈ আহিল। তেওঁ আহি দেখিলে যে বৰ উদ্যমেৰে ডাঙৰ বোৱেকে উমাৰ বিয়াৰ যোগাৰ-পাতি কৰিছে। তেওঁলোকৰ ঘৰতো ধুম ধাম লাগি পৰিছে। সান্দহ, পিঠা, লাৰু, চিৰা তেওঁলোকৰ ঘৰতে তৈয়াৰ কৰিছে। অনুমান হয় যেন বীৰেনহঁতৰ ঘৰতহে বিয়া। বীৰেনৰ ভনীয়েকৰহে যেন বিয়া। মহা ধুমধাম হৈ চৈৰ ভিতৰেদি কামবোৰ হৈ যাব ধৰিছে। ডাঙৰ বৌৱেকৰ ইচ্ছাত বাধা দিয়োতা কোনো নাই। ঘৰখনৰ তেঁৱেই মালিক বুলি ক'ব পাৰি। তেওঁৰে কাৰ্য্য যেতিয়া, তাত বাধা দিওঁতা কোনো নাই; হকা বাধা কৰিবলৈ কাৰো সাহস নাই। অৱশ্যে এই বিষয়ত ঘৰখনত কাৰো আপত্তি নাই। কেৱল মহাজনে দোকানৰ মাল বলোৰামক বাকী কৰি দিবলৈ ইতস্ততঃ কৰিছিল; পিছে ডাঙৰ বোৱৰীয়েকৰ ধমক পাই সুৰ সুৰকৈ দিব ধৰিলে। শহুৰেকে আপত্তি কৰাত বোৱাৰীয়েকে কৈ উঠিল- "ইমান দিনে বলোৰামে দোকানৰ মাল কঢ়িয়ালে, এতিয়া তাৰ বিয়াতে মাল নোপোৱা হ'ল? সি বেচেৰাই ৰাতি দোভাগতো গাড়ীখন লৈ যায়; লাগ বুলিলেই মাল আনে; বতাহ-বৰষুণ একোকেই নাচায় আনকি চোৰাংকৈ অনা মালৰ বাবে চৰকাৰৰ ঘৰৰ জেললৈ যাবলৈকো ভয় নকৰি আনি দিয়ে, এনেস্থলত তাকে আজি মাল বাকী কৰি নিদিয়ে? বাৰু দেখিম এইবাৰৰ পৰা তাক আৰু কোনে মাল আনিব পঠিয়ায়।"

বোৱাৰীয়েকৰ ধমক খাই শহুৰেকে সেমেনা সেমেনি কৰি কয়- "মই কিবা তাক মাল নিদিম বুলি কৈছোনে? মানে বেছিকৈ নিলে অপব্যয় হ'ব; কম খৰচ কৰাহে ভাল। তাৰ বাবেহে কৈছো বোলো মাল কমকৈ নে।"

"কিয় কম কৰি নিব? লগাখিনি নিব। আপুনি টকাৰহে দায়ী, মালৰ নহয়।"

"মানে, বেছিকৈ মাল নিলে বহুত বাকী হ'ব আৰু তেতিয়া ........" শহুৰেকে ক'বলৈ নাপালে, বোৱাৰীয়েকে মাত দি উঠিল-

"বাকী বেছি হ'লে মাৰা যাব বুলি ভয় কৰিছে নেকি? ভয় নাই; গাড়ীৰ ভাৰাত কাটি ৰাখিব পাৰিব।"

বোৱাৰীয়েকৰ এনে গৰম কথা শুনি শহুৰেক নিৰব হ'ল। তাৰ পিছত সমস্ত মালবস্তু বাকীকৈ দি দিলে।

বীৰেনে আহি কাপোৰ সলাই সৰু বোৱেকৰ কমলৈ গ'ল। সৰু বোৱেকে মাছ বাছি আছিল; বীৰেনে মাত লগালে- "কি খবৰ সৰু বৌ?"

সৰুবৌৱেকে বীৰেনৰ ফালে ঘূৰি চাই উত্তৰ দিলে-

"খবৰ কি হ'ব? নিজে ফান্দ পাতি লোকক সোধা কিয়?"

"কি ফান্দ পাতিলো?"

"ফান্দ নাপাতিলে বাইদেউৰ দৰে তিৰোতা এনেদৰে ঘূৰি যায়নে?" বীৰেনে সৰু বৌৱেকৰ মুখলৈ চাই সোধে- "কিবা বেয়া পাইছা সৰু বৌ?" সি সৰু বৌৱেকৰ ওচৰ চাপে। সৰু বৌৱেকে অলপ হাঁহি উত্তৰ দিয়ে- "কি বেয়া পাম? বৰং বৰ ভাল পাইছো। চেং মাছক ফুটছাইৰে ধৰিব পাৰি। বৰ ভাল কৰিছা।"

"কি চেং মাছ ফুটছাইৰে ধৰিলো?"

"যি জনীয়ে বলোৰ নামকে শুনিব নোৱাৰিছিল, সেইজনীয়ে গৈ বলোৰ বিয়াৰ ঘটক হ'ল। বেচ বুদ্ধি তোমাৰ! বাৰু, বাপু; তুমি বাইদেউক কি কৰিছা?" হাঁহি মাৰি বীৰেনে কয়-

"মন্ত্ৰ কৰিছো সৰুবৌ। বশীকৰণ মন্ত্ৰ।" সি ঘক্‌ঘক্‌কৈ হাঁহি দিয়ে। বৌৱেকে ধমক্‌ দি কয়- "চুপ্, নাহাঁহিবা আজিকালি বহুত মানুহ ঘৰলৈ আহে, শুনিলে বেয়া বুলিব।"

"হয় নেকি? বাৰু।" সি নীৰৱ হয়। বৌৱেকে কয়-

"চাবা কিন্তু, নিজৰ জালত যাতে নিজে নপৰা।"

এইবাৰ বীৰেন নীৰৱ হৈ গ'ল। অন্তৰ কঁপি উঠিল। এনেতে বৌৱেকে শুধিলে- "তুমি হ'লে মোক আচল কথা ভাঙি নকলা।"

গহীন ভাবে বীৰেনে বিচনাত বহে আৰু কয়- "কম সৰুবৌ, তোমাৰ আগত নকৈ কাৰ আগত কম? তুমি যে মোৰ কিমান মৰমৰ, কিমান বিশ্বাসৰ তাক তুমি নেজানিলেও মই জানো। তোমাত বিনে মোৰ ভালপোৱাৰ দ্বিতীয় ব্যক্তি কোন আছে? তোমাক মই সাকলোঁ কম সৰুবৌ, ধৈৰ্য্য ধৰি শুনিবা। বিয়াখন পাৰ হৈ যাওক। বিয়াৰ আগেয়ে মোক নুসুধিবা।

"অ' বিয়াৰ পিছতহে ...। বেমাৰী মৰাৰ পাচত ডাক্তৰ আনিবা? মোৰ ফালে হৈছে আৰু-।" তেওঁ গহীন হৈ পৰে।

"তুমি খং কৰিলা সৰুবৌ?" সি বৌৱেকৰ পিঠিত হাত দি পিঠিখন পিহি দিয়ে। বৌৱেকৰ মুখলৈ চাই ৰয়। বৌৱেকে হাঁহি মাৰি কয়- "তোমাক মই খং কৰা নাই। বাৰু এতিয়া যোৱা; গা ধোৱাগৈ ভাত হ'বৰ হৈছে।"

বৌৱেকৰ কথা শুনি সি উঠে। গা ধুবৰ বাবে যাবলৈ ওলায়। বৌৱেকৰ মুখলৈ চায়। বৌৱেকে এবাৰ তাৰ ফালে চায়। তাৰ শুকান বেদনাক্লিষ্ট মুখখনি

দেখি কাতৰভাবে কৈ উঠে- "ইচ্ ৰাম। এই এমাহৰ ভিতৰতে কেনে হৈ গৈছে চেহেৰা। যেন ডাঙৰ বেমাৰৰ পৰা উঠা মানুহহে। ইমান খীণাইছা তুমি? উহ ৰাম।" তাৰ পিছত বাচা মাছবোৰ চৰিয়াত থৈ ধুই কয়- "কিছুদিন যাবলৈ নিদিও। বিয়া শেষ হ'লেও কিছুদিন ঘৰতেই ৰাখিম। ইমান শুকাই গৈছে !"

বৌৱেকৰ এনে দৰদভৰা কথা শুনি বীৰেশৰ অন্তৰৰ বিষাদভাব আঁতৰি গ'ল। হাঁহি মাৰি ৰগৰ কৰি ক'লে- "মোৰ বুকুৰ সৰুবৌ। তুমি নহলে মোৰ এনে দশা হ'বই।" সি ঠাট্টা কৰি হাঁহে আৰু সৰুবৌৱেকৰ মুৰটোত ধৰি মৰমেৰে দুহাতেৰে জোকাৰি দিয়ে। বৌৱেকে ধমক দিয়ে- "এৰি দিয়া দুষ্ট। তামচা কৰিব নেলাগে। যোৱা গা ধুই আহাগৈ সোনকালে। এনেকৈ মৰম কৰা দেখিয়েতো লোকৰ সহ্য নোহোৱা হৈছে। এতিয়াৰ পৰা তুমি আৰু মোক এনেকে মৰম নকৰিবা।"

"কবলৈ দিয়া সৰুবৌ। জুইৰ ভয়ত উধান নপলায়। বীৰেনে কাকো পৰোৱা নকৰে, খাতিৰ নকৰে।"

"তুমি খাতিৰ নকৰা নাই কিন্তু মই খাতিৰ কৰিব লাগিব। এতিয়া যোৱা গা ধুবলৈ।"

"বাৰু, বাৰু।" এই বুলি কৈ সি গা ধুবলৈ যায়।

গা ধুই আহি ভাত খাবলৈ বহে। ডাঙৰ বৌৱেকে তৰকাৰী, দালি আদি দি ওচৰতে বহে আৰু কয়-" এই মাহৰ কুৰি তাৰিখে বিয়া বাপু; আজি হ'ল পনৰ তাৰিখ। মাজতে আৰু চাৰিটা দিন। তুমি আৰু দুদিনমান আগতে আহিব লাগিছিল।"

"কিয় ?"

"এইফালে একো যোগাৰ কৰিব পৰা নাই। সৰু শহুৰ বৰ ঢিলা মানুহ; তাতে সৰুআয়ে উমাক বলোৱামৰ তাত দিব নোখোজে।তেওঁ ড্ৰাইভাৰকহে চায়। মই কোনো মতে মান্তি কৰাইছো যদিও কাম-কাজবোৰ ভালদৰে মনদি কৰা নাই।"

"তেনেহলে মই কি কৰিব লাগে?"

"কি কৰিব লাগে মোক সোধা কিয় ?"

"তেন্তে কাক সুধিম ডাঙৰ বৌ? উমাৰ বিয়া; মাক, পিতাক আছে, মই কি কৰিব লাগে?"

"তুমিহে কন্যাৰ অভিভাৱক। মাক পিতাকেও তাকে কৈছে।"

"তুমি থাকোতে মই কৰিব লাগেনে?"

হাঁহি মাৰি ৰগৰৰ সুৰত ক'লে বৌৱেকে-"মই দৰা পক্ষৰহে। বলোৱামৰ

তাত গৈ মই কাম কৰিব লাগিব। তুমি উমাইঁতৰ তাত কৰিবা।"

একে ৰগৰৰ সুৰতে হাঁহি উত্তৰ দিয়ে বীৰেনে— "অ' তুমি দেখিছো বৰৰ মাক হ'বলৈ গৈছো।"

"সেই দেখি তুমি কন্যাৰ চেনেহৰ ককায়েকে অভিভাৱক হৈ কন্যাদান কৰা গৈ।"

"বাৰু, বাৰু, পিচে যোগাৰপাতি কি ৰকম?"

"আমাৰ তিৰোতাৰ ফালৰ পৰা আয়তীসকলৰ যোগাৰ হৈছে, বিশেষকৈ দৰাপক্ষৰ।"

"আৰু কন্যাপক্ষৰ?"

"কন্যাপক্ষত মই নাই। তুমি আৰু.......?"

"আৰু কোন?"

"আৰু কোন তোমাকো ক'ব লাগেনে? তাই গৈ ইতিমধ্যে কিবাকিবি কৰিছে।"

"অ সৰু বৌৰ কথা কৈছা?"

"তেন্তে কাৰ কথা কম?"

"আচ্ছা। তুমি বৰ পক্ষৰ আৰু আমি কন্যাপক্ষৰ। ভলেই হৈছে।"

এনেকৈ কথা বতৰা হৈ খাই বৈ উঠি যায় বীৰেন।

গধূলিৰ আগে আগে সি গৈ উপস্থিত হয় উমাইঁতৰ ঘৰত।

উমাই এখন কাপোৰত চাবোন মাৰি আছিল। বীৰেনে পিচফালৰ পৰা গৈ তাইৰ মেলা চুলি টাৰিত ধৰি টানমাৰি ক'লে-

"হেৰ পাগলী, কি কৰিছ এই গধূলি বেলিকা?"

বীৰেনৰ মাত বুজিব পাৰি পিচমুখ দি চাই তাই দেখি আনন্দতে কৈ উঠিল "সৰু ককাইদেউ আহিছা ? আহা। মই পবনৰ কাপোৰত চাবোন সানি থব ধৰিছো। হ'লেই ৰবা। কেতিয়া আহিলা সৰু ককাইদেউ?"

"উশাহ লৈ·কথা কবি পাগলী। একে উশাহে ইমানবোৰ কথা ক'লে হঠাৎ তেজপুৰৰ পগলা ফাটেকলৈ নিব লাগিব।"

"ভালেই হ'ব, তুমি পাগলী, পাগলী কৰি জোকোৱাৰ মজা বাহিৰ হ'ব। তামাচা কৰি কওঁতে সঁচা হ'লে মজা পাবা?"

"দিবি আহ মজাপালি, এতিয়া আহ।"

"ব'লা।"

তাই কাপোৰত চাবোন মাৰি থৈ হাত ধুই গুচি আহে। দুয়ো ডাঙৰ ঘৰলৈ যায়। বীৰেণ গৈ পোৱাত খুৰীয়েকে তাক বহিবলৈ এখন পীৰা দিয়ে। সি মজিয়াতে বহে। উমাই খৰধৰ কৰি চাকি জ্বলাই দিয়ে। তাৰ পিচত চাহ কৰিবলৈ ধৰে। খুৰীয়েকে বীৰেনৰ কুশল বাতৰি সোধে। বীৰেনে যথাযথ উত্তৰ দি যায়। খুৰীয়েকে লাহে লাহে বিয়াৰ সমস্ত বৃত্তান্ত কয় যেন বীৰেনে একো নাজানেহে। তাৰ পিচত যোগাৰ পাতিৰ বিষয়ে কয় আৰু তাৰ বাবে যে সকলোৰে বাট চাই আছে তাক জনায়। ইতিমধ্যে উমাই চাহ দি যায়। মাহীমাক আৰু বীৰেনে খাই মেল পাতে। উমাই বাহিৰ হৈ যায়। মাহীমাক আৰু বীৰেনৰ ভিতৰত বহুত আলোচনা হ য় আৰু কিবাকিবি দিহা দি বীৰেনে ওলাই আহে। আহোতে কয়-"কোনো চিন্তা নাই খুৰী, মই আহি পাইছো, সকলো ঠিক হৈ যাব।"

"জানো বোপা, তুমিয়ে যি কৰা। তোমাৰ মূৰতে সকলো ভাৰ।"

এনেকৈ কৈ খুৰীয়েকে ভিতৰ সোমায়। বীৰেনে আহি উমাৰ ওচৰ পায়। ৰুমৰ ভিতৰ সোমাই উমাৰ ওচৰ চাপি কয়-"মই আজি যাওঁ পাগলী,পুৱা আহিম।"

"ৰবাচোন, যাবা ৰবা, অলপ বহা।" তাই তাৰ হাতত ধৰি টানি ৰাখে। সি তাইৰ মুখলৈ চায়। গধূলি বেলিকা চাকিৰ ৰঙা পোহৰত উমাৰ ধুনীয়া বগা গাল দুখনি ৰঙচুৱা দেখা যায়। তাৰ মনত ভাব হ'ল-এনে ধুনীয়া উমাজনী, এনে সৰল ভনীয়েকজনী হয়তো দুদিন পিচতে-বিয়াৰ পিচতে বদলি যাব। জীৱনৰ নতুন অধ্যায় ৰচনা কৰি শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গকে আদি কৰি সমস্ত ইন্দ্ৰিয় বেলেগ হৈ পৰিব। এই ৰূপ, এই অঙ্গ,এই ভাৱ, এই সকলোৱে দেখা দিব বিভিন্ন বেশত। জনা নাই, এই অজ্ঞেয় ভবিষ্যতৰ বুকুত কি দুৰ্জ্জেয় ৰহস্য লুকাই আছে। সি একেথৰে উমাৰ মুখলৈ চাই থাকে। উমাই তাৰফালে চাই ধমক দিয়ে-"কি চাই আছ সৰুককাইদেউ ? নবহা কিয় ?"

"বহিম বাৰু ?" সি বহে চিয়াৰখনত। এনেতে বাহিৰৰ পৰা খুৰাকে মাতে-"বোপা, বীৰেন আহিছ ?"

"হয় খুৰা।" সি উত্তৰ দিয়ে।

"তোমালৈ বাট চায়ে আছিলো বোপা। আহাচোন বাহিৰলৈ।"

"অলপ পিচত যাব পিতা। আগেয়ে ইয়াত তামোল খাওঁক।" উমাই কয় পিতাকক। পিতাকে সন্মতি দি অইন ফালে যায়। যাওঁতে কৈ যায়-"তুমি বহা বোপা, মই অলপ ঘূৰি আহোঁ; অলপ কাম আছে।"

"বাৰু বহিছো খুৰা।"

তাৰ পিচত উমাৰ লগত কিবাকিবি ঘৰুৱা কথা হ'ব ধৰে।

# সাতাইশ

আঘোণৰ কুৰি তাৰিখে মহা সমাৰোহেৰে বলোৰামৰ বিয়া হৈ গ'ল। ধনী মানুহৰ বিয়াৰ দৰে ধুমধামেৰে বিয়া সম্পন্ন হৈ গ'ল। উমাৰ বিয়াত বীৰেনে বহুত টকা পইচা খৰচ কৰিলে। অচিন মানুহে মহাজনৰ ঘৰৰ ছোৱালীৰ বিয়া যেনহে অনুমান কৰিলে। অৱশ্যে মহাজনে ভালেই পালে। কাৰণ ইয়াত তেওঁৰ যশস্যা বাঢ়িল। সকলোৱে তেওঁক ধইন ধইন দিলে। মা-মৰীয়া ছোৱালী উমা; তাতে বাপেক দুখীয়া; এনেহেন ছোৱালী এজনীৰ বিয়াত কৃপণ মহাজনে টকা পইচা খৰচ কৰাত সকলোৱে সুখী হ'ল। সি যি কি নহওঁক, কৃপণ হ'লেও মহাজনে ভায়েকৰ ছোৱালীজনীক বেচ খৰচ কৰি বিয়া দিলে। এই কথাষাৰ সকলোৰে মুখত শুনা গ'ল। কিন্তু এই কাম আচলতে কাৰ দ্বাৰা হ'ল তাৰ গম কোনেও নাপালে। ডাঙৰ বোৱাৰীয়েকৰ কাৰণেই যে তেওঁ ইমান পইচা খৰচ কৰিবলৈ বাধ্য হ'ল তাৰ খবৰ লোকে জানিব কেনেকৈ? এনেদৰে বিয়া শেষ হৈ গ'ল ।

বীৰেনৰ উপস্থিতিৰ বাবে দ্ৰাইভাৰে একো কৰিব নোৱাৰিলে। সি খঙ আৰু দুখতে গৈ শিলৰ কুৰেৰীত বিয়াৰ এসপ্তাহ আগতে গৈ থাকিল। বিয়ালৈ সি নাহিল। তাৰ অনুপস্থিতিৰ কাৰণ সকলোৱে জানে। হাজাৰ হ'লেও ই এটা বৰ লাজৰ কথা। নিজলৈ ঠিক কৰা কইনা অইনে বিয়া কৰালে অন্তৰে সহ্য নকৰে; এটা দাহ লাগে। আনফালে ই বৰ লাজৰ কথাও। আনে তাচ্চিল্য কৰে। সেই দেখি লাজৰ হাত সাৰিবৰ বাবেই সি আগতে আঁতৰ হৈছে। এই কথা মহাজনৰ ঘৰৰ সকলোৱে বুজিছে, আনকি ওচৰ চুবুৰীয়ায়ো নজনাকৈ থকা নাই।

দ্ৰাইভাৰৰ মনত এটা অপূৰণ আক্ষেপ বৈ গ'ল। তাৰ সেই আক্ষেপ গৈ শেষত হিংসাত পৰিণত হ'ল। তাৰ মনত হিংসাই ঠাই ললে। বলোৰামৰ ওপৰত তাৰ হিংসা উপজিল। উমাৰ লগত সি গৃহস্থী কৰিব- এই কথা তাৰ সহ্য নহয়। তাৰ অন্যায় কৰিবলৈ, উমাৰ অশান্তি বঢ়াবলৈ তাৰ মন কিলবিলাই উঠিল। এনে অৱস্থাত স্বাভাৱিকে মানুহৰ মনৰ গতি লৰে, বিশেষকৈ বেয়াৰ ফালে ঢাল খায়। মনৰ মাজত শুই থকা প্ৰবৃত্তিৰ হিংসা, ক্ৰোধ, ঈৰ্ষা আদি বাঘ, ঘোং সিংহ আদি জাগি উঠে। তাৰ মনৰ মাজত হিংসাৰ দাবানল জ্বলি উঠিল।

উমাৰ মাহীমাকৰ মনৰ অৱস্থা দোদুল্যমান। ভাল বেয়া দুয়োৰো মাজত। উমাক বিয়া দি যিমান সুখ অনুভব কৰিলে; ড্ৰাইভাৰক দিবলৈ নাপাই তিমান দুখ অনুভব কৰিলে। মহাজন ভাই শহুৰেকৰ আচৰণত যিমান খং কৰিছিল, পুতেক বীৰেনৰ ব্যৱহাৰত তিমান মুগ্ধ হৈ গ'ল। তেওঁৰ মনৰ অৱস্থা বৰষুণৰ পিছত মেঘাচ্ছন্ন হৈ থকা আকাশৰ দৰে হঠাৎ বৰষুণো হ'ব পাৰে নাইবা ৰ'দো দিব পাৰে।

বীৰেনৰ সৰুবৌয়েকৰ ভাল লাগিছে। সি যি কি নহওক মা-মৰীয়া ছোৱালীজনীৰ কোনো ৰকমে এটা গতি লাগিল। আজিকালি ছোৱালী বিয়া দিয়া যি সমস্যা হৈছে, তাৰ্লৈ চাই তেওঁ বৰ সুখী হৈ গ'ল। তাৰ উপৰি মনৰ মতন দৰাকে পালে উমাই। এয়ে তেওঁৰ মনত আৰু সুখ দিলে। পৰোপকাৰী স্নেহাশীল মনোবৃত্তিৰ মানুহে এনে ঘটনাত সুখ পোৱা স্বাভাবিক।

বীৰেনৰ ডাঙৰবৌৱেকে অতিপাত সুখ পালে। তেওঁৰ যেন কাঁইটীয়া বাট এটাৰ কাঁইটবোৰ গুচাই পাৰিস্কাৰ কৰিলে কোনোবাই। পথ নিষ্কন্টক হ'ল। ভনীয়েকৰ বিয়া যে বীৰেনৰ লগত হ'ব আৰু নিজৰ ভনীয়েকজনীক যে ধনী মানুহৰ বোৱাৰী কৰি জীৱন সুখী কৰিব পাৰিব তাৰ বাবে নিশ্চিন্ত হ'ল। বীৰেনে আৰু আপত্তি কৰিব নোৱাৰে, কাৰণ সি নিজে কথা দিছে। তেওঁৰ মনৰ বিশ্বাস আৰু আশা বাঢ়ে।

বীৰেনৰ মনৰ অৱস্থা কিন্তু সঙ্কটাপন্ন। নিতান্ত অপৰিহাৰ্য্য কাৰণত ডাঙৰ বৌৱেকৰ আগত কুঞ্জক বিয়া কৰাব বুলি প্ৰতিশ্ৰুতি দিছে। এতিয়া যি অসুবিধাই নহওক, যিমান লোকচানেই নহওক, জীৱনত যিমান অশান্তিয়ে নাহক, তাক বৰণ কৰিবই লাগিব। মৰমৰ ভনীয়েক উমাৰ সুখৰ বাবে সি নিজৰ সুখ জলাঞ্জলি দিবলৈ ওলাইছে। উমাৰ সুখৰ কল্পনাই মনত সুখ দিয়ে; কিন্তু নিজৰ ভবিষ্যৎ জীৱনৰ কথা ভাবি মন বিষাদে আবৰি ধৰে। কুঞ্জক বিয়া কৰাই তাইৰ লগত সমস্ত জীৱন কটাব লাগিব। জীৱনৰ সঙ্গী হ'ব কুঞ্জলতা-যিজনী ছোৱালীয়ে তাক বিশ্বাস নকৰে; শ্ৰদ্ধা নকৰে; বৰং প্ৰত্যেক কথাতে অবিশ্বাস কৰে, তাৰ চৰিত্ৰৰ ওপৰত সন্দেহ কৰে; আলেঙে-আলেঙে তাৰ ৰেহৰূপ চাই ফুৰে আৰু বায়েকৰ ওচৰত সেইবোৰ উত্থাপন কৰি অপ্ৰীতিকৰ মন্তব্য কৰে, এনে সন্দেহপৰায়ণা নাৰী এজনীৰ লগত কেনেকৈ সুখৰ সংসাৰ এখন কল্পনা কৰিব পাৰে? যি নাৰীয়ে পুৰুষক বিশ্বাস নকৰে, সেই নাৰী বিপজ্জনক। তাইৰ সন্দেহবাদী মনত কেতিয়াবা ঢৌ ঢৌৱে বৌটো হৈ দেখা দিয়ে। ছায়াই কায়া হয়। অবিশ্বাসৰ বিষকীটৰ দংশনত তেনে নাৰীয়ে হঠাতে অঘটন ঘটাই দিয়াও একো আচৰিত নহয়। কুঞ্জৰ লগত জীৱনটো কটাব

লগা কথা কল্পনা কৰি তাৰ গা শিয়ঁৰি উঠে। আনফালে ঘনে ঘনে মনত পৰে উমাৰ কথা। সি যি কি নহওক তাৰ সুখৰ বিনিময়ত উমাৰ সুখ হ'ল; এয়ে তাৰ সান্ত্বনা। তথাপি তাৰ মনে সহ্য নকৰে। সময়ে সময়ে বিদ্ৰোহ কৰি উঠে। সি কুঞ্জক বিয়া নকৰায়। কিন্তু কুঞ্জক বিয়া কৰাব বুলি দিয়া প্ৰতিশ্ৰুতিৰ বিপৰীতে সি ডাঙৰ বৌৱেকৰ আগত কি যুক্তিৰ অৱতাৰণা কৰিব? নিজ বাক্য নিজে লঙ্ঘন কৰাৰ বাহিৰে বাৰু কি যুক্তি আছে? পিচে তাকে কৰিব গ'লে যে তাৰ পুৰুষত্ব নৰব? পুৰুষ হৈ, শিক্ষিত ব্যক্তি হৈ সি কেনেকৈ নিজ বাক্য উলঙ্ঘন কৰে? নিৰুপায় বেচেৰা। সেই একেটি প্ৰশ্নই তাৰ মন উদ্‌বেলিত কৰি তুলিছে।

তাৰ মুখ গম্ভীৰ, খোজ মন্থৰ। মনৰ অৱসাদত তাৰ কৰ্ম্মশক্তি ক্ৰমে শিথিল হৈ আহিছে। উমাই কন্যা সাজি যেতিয়া পৰম আহ্লাদেৰে ককায়েকক সেৱা কৰিবলৈ আহে তেতিয়া উমাৰ মুখলৈ চাই তাৰ গভীৰ মন আৰু গভীৰ আৰু গহীন হৈ পৰিল। ভৰিত ধৰি সেৱা কৰা উমাক তুলি আনি সমুখত থিয় কৰাই লৈ চকুলৈ চাই থাকিল নিৰ্নিমেষ নয়নে। তাৰ সজল চকুত হাজাৰ প্ৰশ্ন অজুত বেদনাৰ সাক্ষী। তাৰ চকুলৈ চাই আকুল আবেগ ভাবে কৈ উঠিল উমাই- "সৰু ককাইদেউ!!" তাই আৰু ক'ব নোৱাৰিলে- অবিৰল ধাৰে বৈ আহে- চকুলো। বীৰেনৰ নয়নকোণত অশ্ৰুবিন্দু। এই বিদায় বেলাত শোকৰ গভীৰ হেঁচাত তাৰ পুৰুষ হৃদয়ো বিগলিত হৈ গ'ল। অশ্ৰু সম্বৰণ কৰিব নোৱাৰিলে। বীৰেনৰ চকুত পানী দেখি উমাৰ শোক সাগৰত প্ৰবল বান আহে। তাই হুক্ হুক্‌কৈ কান্দি উঠে। বীৰেনে তাইক সান্ত্বনা দিয়ে- "উমা, মোৰ মৰমৰ উমা! মোৰ মৰমৰ ভনীটি! তই নাকান্দিবি। তোৰ সুখৰ বাবে মই যথেষ্ট চেষ্টা কৰিছো আৰু কৰিম। তই মনোমত পতি লাভ কৰিছ। নাকান্দিবি।" সি তাইৰ চকুলোবোৰ মচি দি কান্দিবলৈ মানা কৰে, কিন্তু ইফালে নিজৰ চকুলো ওলায়, কান্দোন আহে। উমাই বেছিকৈ ফেকুৰি উঠে। ককায়েকৰ বাবে তাইৰ প্ৰাণ কান্দে। কিন্তু তাই নাজানে যে অকল বিদায়ৰ দুখতে ককায়েকে কন্দা নাই- কান্দিছে এনে কাৰণত- যি কাৰণ তাইৰ ওচৰত প্ৰকাশ কৰিব নোৱাৰে আৰু কেতিয়াও প্ৰকাশ নকৰে। তাইৰ মূৰত হাত ফুৰাই দি সি ভঙা ভঙা মাতেৰে আশীৰ্ব্বাদ দিয়ে- "তই সুখী হ উমা। তোৰ সুখ দেখিলে মই সুখী হম। তোৰ আনন্দই মোৰ মনত আনন্দৰ সৃষ্টি কৰিব।" উমাই ফেকুঁৰি ফেকুৰি কান্দি কয়- "সৰু ককাইদেউ, মই তোমাক এৰি কেনেকৈ যাম?".....

"নাকান্দিবি উঁমা, মোক সদায় লগ পাবি। সেইবাবেই মই নিজ গাঁৱতেতোক

বিয়া দিলো। মোক সদায় লগ পাবি। এতিয়া ব'ল, তোক গাড়ীত তুলি দিওঁ, তোৰ প্ৰকৃত ঘৰলৈ যা গৈ।" তাইৰ মুৰ পিহি, চকুলো মচি দি মৰম কৰি লৈ আহে বীৰেনে আৰু কন্যা নিবলৈ অনা গাড়ীত তুলি দিয়ে।

গাড়ী, গৰু আৰু গাড়োৱান বলোৰ নিজা। গাড়ী আৰু গৰু; লগতে গাড়োৱান ভায়েক অৰ্জ্জুন। বৌৱেকক নিবলৈ সি স্ব-ইচ্ছাৰে আহিছে। তাৰ আনন্দৰ সীমা নাই। উমাক সি বৌৱেক হিচাবে পাব- তাৰ মনত অপাৰ আনন্দ। আজিৰ পৰা সি উমাক আৰু বাইদেউ বুলি নামাতে-বৌদেউ বুলি মাতিব। বাই গুচি বৌ। হাঁহি হাঁহি সি বলোৰামৰ প্ৰকাণ্ড বলধহাল গাড়ীত জুৰি দিলে আৰু গাড়োৱান হৈ বহি পৰিল। এনেতে তাৰ চিৰসঙ্গী পবনে আহি গাড়ীৰ পিচ ফালে বহিলহি। সি বায়েকৰ লগত যাব। মাক-পিতাক আৰু ওচৰ-চুবুৰীয়া মানুহে আহি গাড়ীৰ চাৰিওফালে আগুৰি ধৰিলে। বীৰেন, বৌৱেকহঁত আৰু পিতাকো উপস্থিত হ'ল। কন্যা উলিয়াই দিয়া সময়ত শোকৰ উচ্ছ্বাস গভীৰ হয়। সকলোৰে চকুত পানী। উমাই গাড়ীৰ ভিতৰত বহি সকলোকে এবাৰ চাই ল'লে আৰু হুক্ হুক্কৈ কান্দিব ধৰিলে। তাইৰ কান্দোনত সকলোৰে চকুত পানী আহিল। পবনৰ দুৰন্ত মনতো কান্দোন আহিল; চকুত চকুলো দেখা দিলে। সি এবাৰ বায়েকলৈ চাই তলমুৰা হৈ চকুলো টুকিলে। কান্দোনৰ এনে এটা পৰিস্থিতিত অঘাইত আৰ্জ্জুনৰো মন লৰিল। সি গহীন হৈ নিৰ্ব্বাক ভাবে ৰাচ্‌ডালত ধৰি টানমাৰি গৰুহাল আনি গাড়ী জুৰিলে। "চলমুগা" বুলি মুগা বলধটোক লাহেকৈ এটা কোব মাৰি দিয়াৰ লগ লগে বলধে গাড়ী টানি লৈ গ'ল।

উমাই গাড়ীৰ ভিতৰত ফেকুৰি ফেকুৰি কান্দি যাব ধৰিলে। বীৰেনে এখোজ দুখোজকৈ গাড়ীৰ পিচে পিচে আগবাঢ়ি গ'ল। গাড়ীৰ বেগ ক্ৰমে বাঢ়িল। বৰৰ ঘৰ ওচৰতে। বলোৰামৰ শকত শক্তিশালী বলধে নিমিষৰ ভিতৰতে বহুদুৰ বাট পালেগৈ।

# আঠাইশ

কইনা চাবলৈ বলোৰামৰ নঙলামুখ মানুহেৰে ভৰি পৰিছে। মিতিৰ কুটুম,চুবুৰীয়া সকলোৱে আহি চোতাল ভৰি পৰিছে। কেইজনীমান তিৰোতাই গৈ গাড়ীৰ পৰা কইনা নমাই আনি চোতাললৈ লৈ গ'ল। বৰ-পক্ষৰ ঘৰ চোতালত মানুহ ভৰি পৰিছে । কন্যা চাবলৈ আহিছে। আয়তীসকলে নাম গাই বৰ-কন্যাক আগ দিব ধৰিলে। একে গাঁৱৰে আৰু সদায় দেখা ছোৱালী হ'লেও কন্যা চাবলৈ মানুহৰ স্বাভাৱিক এটা ইচ্ছা জন্মে। ডেকা-ডেকেৰীয়ে বৰ-কন্যাৰ চায় ৰূপ। বুঢ়া-বুঢ়ীয়ে বৰ-কন্যা চায় হৰ-গৌৰী বুলি মানি লৈ পাপ খণ্ডন কৰিবলৈ। সেইবাবে ডেকা-ডেকেৰী, বুঢ়া-বুঢ়ী আহি চোতাল ভৰি পৰিছে। দৰা ঘৰত সেই সময়ত মহা হুলস্থূল।

ইফালে নঙলা মুখতো হুলস্থূল। অৰ্জ্জুনে গাড়ী ৰাখি বৌৱেকক নমাই দি গৰুহালক ওচৰৰ গছজোপাত বান্ধিব ধৰিছে, এনেতে হাতত চুটকেচটো লৈ পবনে গাড়ীৰ পৰা নামি আহি তাক সম্বোধন কৰি কৈছে- "অৰ্জ্জুন, গাড়ীৰ ভিতৰত থকা বাইদেউৰ বিচনাপত্ৰ, কানি-কাপোৰ, ট্ৰাঙ্ক, কলহ, বাচন-বৰ্ত্তনবোৰ তই লৈ আহিবি!" অৰ্জ্জুনে গৰুহাল বান্ধি আহি গমনোদ্যৎ পবনক ক'লে-

"হেৰ পবন, তই চালা আজিৰ পৰা মোক অৰ্জ্জুন বুলি নাম কাঢ়ি নামাতিবি।" অৰ্জ্জুনে তাক "চালা" বুলি গালি পাৰাত পবনে অৰ্জ্জুনক কয়- "তেন্তে তোক কি বুলি মাতিব লাগে?"

"সৰু ভিনিহিদেউ বুলি। আজিৰ পৰা তোৰ মই সৰু ভিনিহিয়েৰা বুজিছ চালা বুৰ্ব্বক?" সি কয় আৰু হাঁহে। পবনৰ হাঁহি উঠে। সি আগবাঢ়ি আহি হাতত চুটকেছটো লৈ অৰ্জ্জুনৰ সমুখত থিয় হৈ সোধে-

"তোক মই সৰু ভিনিহিদেঁউ বুলি মাতিব লাগিব?"

"নিশ্চয়। মাতিব লাগিব। আজিৰ পৰা তই মোৰ খুলশালী। হেৰ চালা খুলশালী। মালবস্তুবোৰ গাড়ীৰপৰা লৈ ব'ল ঘৰলৈ।" সি আঙুলিৰে নিৰ্দ্দেশ দিয়ে আৰু হাঁহে। সিহঁতৰ স্ফূৰ্ত্তি-তামাচা আৰু ৰগৰত তাত থকা মানুহবোৰেও গিৰ্জ্জনি মাৰি হাঁহে। পবনে ঠাট্টা কৰে- "বাইদেউৰ মালবস্তু তই ল'চোন বাইদেউৰ ভাৰী। আজিৰ পৰা তই মোৰ বাইদেউৰ চাকৰ হলি। ল, ল মালবস্তুবোৰ" সি অৰ্জ্জুনক আদেশ দিয়ে; অৰ্জ্জুনে কয়-

"তোৰ বাইদেউ, মোৰ বৌদেউ। গতিকে মই কিয় চাকৰ হ'ম। চালা খুলশালী? তই ল বস্তুবোৰ।"

এনেদৰে কাজিয়া কৰি দুয়ো হাঁহি থাকোঁতে ওচৰৰ মানুহবোৰ ভৰি পৰিল নগুলামুখ। ক্রমে ৰাইজ বাৰুকৈয়ে বাঢ়িল। সকলোৱে হাঁহিব ধৰিলে দুয়োৰো তর্ক শুনি। আঁশৈশৱ নলে-গলে লগা বন্ধু দুই অঘাইতৰ তর্ক শুনি সকলোৱে আনন্দ উপভোগ কৰিলে।

মানুহবিলাকে জুম বন্ধা দেখি গাড়ীৰ পৰা মালবস্তুবোৰ তুলি লৈ গ'ল। পৱনে ক'লে- "নিনিম ঃ বুলিছিলি দেখো, পিচে এতিয়া? তই বেটা বাইদেউৰ ভাৰী, মাল নিনি তোৰ ক'ত ৰক্ষা আছে। সি হাঁহি উত্তৰ দিয়ে- "বৌৰ বস্তু যদি মই দেৱেৰেকে নিনিওঁ তেন্তে কোনে নিব চালা খুলশালী?"

দুয়োৰো আকৌ তর্ক লাগে। মানুহে গির্জ্জনি পাৰি হাঁহে। এনেকৈ তর্ক কৰি দুয়ো ৰংমনে গৈ ঘৰত নি বস্তুবোৰ ঠিক কৰি থয়। তাৰ পিচত দুয়ো ৰভাৰ তললৈ আহি মুখ-হাত ধুই চাহ খাবলৈ বহে। দৰাচলতে দুয়োৰো তেতিয়া বৰ ভাগৰ লাগিছিল। ইবিধ-সিবিধ নানাবিধ আলপৈচান ধৰোঁতে আজি দুদিন এই ল'ৰা দুজনৰ জিৰণি নাছিল। আনন্দৰ আতিশয্যত দুয়োৰো ইমান সময়ে ভাগৰ অনুভৱ হোৱা নাছিল; এতিয়া কামৰ হেচাঁ কমাত ভাগৰৰ হেঁচা আহিল। চাহ খাই আৰাম কৰি বহি দুয়ো ভাগৰ পলুৱাব ধৰিলে।

ইফালে নিজৰ ইপ্সিত উমাক পাই বলোৰামৰ অন্তৰ আনন্দত থৌকি বাথৌ। কিমান যে আনন্দ লাগিছে আজি তাৰ সীমা নাই। সি মিচিক-মাচাককৈ হাঁহে। হাঁহি হাঁহিয়েই বিধিপূর্বক কামবোৰ কৰি যায়। তাকে দেখি ওচৰৰ বৌৱেকহঁতে ঠাট্টা কৰে। সি মিচিকি মিচিকি হাঁহে, মুখলৈ চায় কিন্তু উত্তৰ বিচাৰি নাপায়।

আনফালে উমা। নিজৰ চিৰ আকাঙ্খিত পতি লাভ কৰি পৰম আনন্দ পাইছে। নিজৰ মনোমত স্বামী লাভ হ'লে নাৰীৰ মনত কিমান আনন্দ হয় তাক প্রকাশ কৰিব নোৱাৰি। তাৰ প্রমাণ ইয়াৰ ওলোটা ক্রিয়াত ধৰিব পাৰি; কাৰণ তেতিয়া আকাঙ্খিত স্বামী নাপাই তিৰোতাৰ হিংস্র পশুৰ দৰে-বাঘিনীৰ দৰে প্রকৃতি হৈ পৰে। তেতিয়া বুজিব পাৰি ব্যর্থ কাম নাৰী কেনে বিপজ্জনক-কেনে ভয়াবহ্। তেতিয়া হয় আনক নাশ কৰে, নহয় নিজে আত্মহত্যা কৰে। অপূৰণ কামনাই নাৰীক নির্মম কৰে-পাষাণী সাজে। আকাঙ্খিতজনক নাপালে নাৰী ক্ষিপ্ত হয় আৰু বাঞ্চিত জনক পালে নাৰী হয় মহীয়সী। যাৰ ক্রিয়া মঙ্গলদায়ক তাৰ প্রতিক্রিয়া বিষম। শুভৰ প্রতিক্রিয়া অশুভ। গতিকে ক্রিয়া শুভ দেখিলে তাৰ প্রতিক্রিয়া হ'লে যে অশুভ হ'ব তাক ধৰি ল'ব পাৰি। ই প্রকৃতিৰ নিয়ম। বলোক পাই আনন্দিত উমাৰ মনৰ গতি যে বলোক নাপালে বিষম হ'লহেঁতেন তাত সন্দেহ নাই।

অন্তৰত তৃপ্তিৰ স্বাদ লৈ উমাই বাহিৰত শান্ত মূৰ্ত্তি ধাৰণ কৰি কামবোৰ কৰি গৈ আছে। গহীন, গম্ভীৰ খোজ, মোলায়েম শৰীৰ ভঙ্গীমা। ধীৰ, মন্থৰ গতিৰে সমস্ত বৈদিক কৰ্ম সমাপন কৰি গৈ আছে। বেদাচাৰ, লোকাচাৰ, বিধি-বিধান এটি এটি কৰি পালন কৰি গৈ আছে। ওৰণিৰ ফাঁকেৰে একোবাৰ বালোৰামৰ হাস্যোজ্জ্বল মুখখনি সন্তৰ্পণে চাই লয়। কেনে যে ভাল লাগে তাইৰ। তাই প্ৰকাশ কৰিব নোৱাৰে। অপ্ৰকাশিত বেদনাই অন্তৰ দগ্ধ কৰে কিন্তু অপ্ৰকাশিত আনন্দই? অপ্ৰকাশিত আনন্দই অন্তৰ আনন্দময় কৰে, চিত্ত প্ৰফুল্লিত কৰে। প্ৰফুল্ল চিত্তেৰে তাই ব্ৰাহ্মণ আৰু গঞাৰ নিৰ্দ্দেশ অনুযায়ী কাম কৰি গৈ থাকে। অব্যক্ত আনন্দৰ স্ৰোতে দেহ মন ৰোমাঞ্চিত কৰি তুলিছে।

আজিয়েই জীৱনৰ পূৰ্ণ আনন্দ। কিন্তু আজিয়েই জীৱনৰ নতুন অধ্যায় ৰচনা-প্ৰকৃত জীৱনৰ পাতনি। এয়ে আৰম্ভণি। তাৰ পৰিণতি অজ্ঞেয়,মানুহৰ হিচাপৰ বাহিৰ। আজিৰ পৰাই দুটি প্ৰাণীয়ে-এহাল ডেকা-গাভৰুৱে জীৱনৰ নতুন অধ্যায় আৰম্ভ কৰিলে। সুখে-দুখে ভৰা আমাৰ জীৱন। এই জীৱনত দুখ আছে, সুখ আছে। প্ৰত্যেক মুহূৰ্তে আমাৰ জীৱনত সুখ-দুখৰ খেলা চলি আছে। জীৱন মাথোন সুখ-দুখৰ খেলা। এয়েতো জীৱন-য'ত সুখ, দুখ বৈ আছে।

**(প্ৰথম খণ্ড সমাপ্ত)**